# উত্তৰণ




হিৰণ্যকুমাৰ ভট্টাচাৰ্য

সাহিত্য-প্ৰকাশ
ট্ৰিবিউন বিল্ডিংছ
গুৱাহাটী-৩




**UTTARAN**

A collection of Assamese short stories written by Sri Hiranya Kumar Bhattacharjya and published by M/s Sahitya-Prakash, Tribune Buildings, Guwahati 781003. Price Rs 40.00 (Rupees Forty) only

প্ৰকাশক : সাহিত্য-প্ৰকাশ,
ট্ৰিবিউন বিল্ডিংছ, গুৱাহাটী-৩

প্ৰথম প্ৰকাশ : ডিচেম্বৰ, ১৯৯৪ চন

বেটুপাত আৰু অলংকৰণ ত্ৰৈলোক্য দত্ত

মূল্য : ৪০.০০ (চল্লিশ) টকা

মুদ্ৰক : ট্ৰিবিউন প্ৰেছ : গুৱাহাটী-৩

# মুখবন্ধ

প্ৰায় ডেৰকুৰি বছৰৰ আগৰ কথা। তেতিয়া দৈনিক অসমত থকা অৱস্থাত এদিন পুলিচ বিষয়াৰ সাজ পিন্ধা এজন সুঠাম লোক উপস্থিত হ'লহি। আগবঢ়াই দিলে কিছুমান ফটো। কাকতৰ ফটো প্ৰতিযোগিতাৰ বাবে নিজে তোলা ফটো। মানুহজনৰ কলা-সুলভ মনৰ সেয়ে প্ৰথম পৰিচয়। পুলিচৰ চাকৰিৰ মাজতো নিজৰ মন মৰহি যাবলৈ নিদিয়া ব্যতিক্ৰম অৱশ্যে আৰু আছে। এনে ব্যতিক্ৰম হৈ থকা সকলৰ তালিকাত এইজন লোকেও—অৰ্থাৎ শ্ৰীযুত হিৰণ্যকুমাৰ ভট্টাচাৰ্যযো নিজৰ নাম লিখাই থ'লে।

তাৰ পিছত বহুত দিন পাৰ হৈ গ'ল। ৰাজনৈতিক ধুমুহাই শ্ৰীযুত ভট্টাচাৰ্যক পুলিচৰ চাকৰিৰ পৰা ৰাজনীতিৰ কৰ্মক্ষেত্ৰলৈ আনিলে। কাৰাগাৰতো সোমাবলগীয়া হ'ল। তাৰ পিছতে শ্ৰীযুত ভট্টাচাৰ্যৰ নতুন পৰিচয় এটা পোৱা গ'ল—তেখেতৰ সাৰ্থক ৰচনা 'কাৰাৰুদ্ধ জীৱনৰ বাকৰুদ্ধ কাহিনী'। ১৯৮৪ চনত ৰচিত এইখন কিতাপৰ পিছত তেখেতৰ আৰু কিতাপ ওলাল, চিন্তা-গধুৰ, তথ্য সম্বলিত নানান বিষয়ৰ প্ৰবন্ধ ওলাল। লগে লগে কাকত-আলোচনীত শ্ৰীযুত ভট্টাচাৰ্যৰ বিভিন্ন গল্প প্ৰকাশ পাবলৈ ধৰিলে।

এইবাৰ শ্ৰীযুত ভট্টাচাৰ্যৰ ১৬টা গল্প থুপাই এই কিতাপখন প্ৰকাশ কৰা হৈছে। সাম্প্ৰতিক সমাজৰ বিভিন্ন দিশৰ পটভূমিত ৰচিত তেখেতৰ গল্পবোৰত কেতবোৰ বিশ্লেষণো সন্নিবিষ্ট হৈছে, বিষয়-বস্তু আৰু এনে বিশ্লেষণে পঢ়ুৱৈৰ মন জোকাৰি দিব পাৰে, নতুনকৈ ভাবিবলৈ মানুহক সকীয়াযো দিব পাৰে। সমাজৰ প্ৰতি থকা দায়বদ্ধতাৰ নিদৰ্শন এই গল্পবোৰৰ মাজত বিচাৰি পোৱা যাব।

'দিনকণা' গল্পত অসমীয়া মানুহৰ কৰ্ম-বিমুখতা, বিদেশী নাগৰিকক প্ৰশ্ৰয় দিয়াৰ পটভূমি এটা আছে। 'উদ্যোগ-পৰ্ব' গল্পটোৱে উদ্যোগ স্থাপনৰ ক্ষেত্ৰত আমোলাতান্ত্ৰিক হকা-বধাৰ কথা বৰ্থলিয়াই দেখুৱাইছে। 'স্বপ্নভঙ্গ'

গল্পই অস্ত্ৰধাৰণ কৰাৰ অসাৰ্থকতা প্ৰতিপন্ন কৰিবৰ বাবে সংগ্ৰামী ডেকাৰ উপলব্ধি সম্পৰ্কে এইবুলি প্ৰকাশ কৰিছে—"যিখন সমাজৰ মানুহ নিজে খাবলৈ পাব চৰাই এযোৰ মাৰিবলৈ সাজু নহয়, সেইখন দেশৰ মানুহ ৰক্তাক্ত সংগ্ৰামৰ সক্ৰিয় অংশীদাৰ হ'বলৈ আগবাঢ়ি আহিব জানো ?"

'উত্তৰণ'—এই নামৰ ৰাজনৈতিক বিশ্লেষণমূলক গল্পৰ যোগেদি লিখকে ৰং-ন-বৰ্ণিয়ে উদঙাই দিয়াদি এন্ধাৰত পোত গৈ থকা কিছুমান কথা উদঙাই দিছে। 'উইল' নামৰ গল্পটোত আধুনিক অভিজাত সমাজৰ ঘূণে ধৰা অৱস্থাৰ বৰ্ণনা আছে আৰু লগতে তাৰ মাজতো মহান আদৰ্শ ধাৰণ কৰা নাৰী-পুৰুষৰো সন্ধান দিয়া হৈছে। সেইদৰে 'প্ৰহসন' গল্পৰ মাজেদি কোৱা হৈছে—"জীৱনৰ মানদণ্ড উন্নত কৰিবৰ বাবে কঠোৰ পৰিশ্ৰমৰ বিকল্প নাই।" আনহাতে গল্পৰ ক্ৰমৰ মাজেদি নতুন প্ৰজন্মৰ মাজত সৃষ্টি হোৱা ৰাজনৈতিক দালাল, ভোটৰ ব্যভিচাৰ আদিৰ চিত্ৰও অংকিত হৈছে। 'পদত্যাগ' গল্পই গল্পৰ চৰিত্ৰৰ যোগেদি ডেকা চামৰ কঠোৰ পৰিশ্ৰম নকৰাকৈ ৰাতিটোৰ ভিতৰতে সহজে ধনী হ'বলৈ সুৰংগ উলিয়াই নিদিয়াৰ বাবে জনোৱা আহ্বান বৰ্তমানৰ কাৰণে যোগাত্মক সমীচিনিৰূপে প্ৰতিপন্ন হৈছে। 'ঘন বৰষুণ-পিছল মাটি'ত কনভেণ্ট-শিক্ষাৰ মানসিকতাও গল্পৰ অন্যতম বিষয়বস্তু। সেইদৰে 'বিকৰ্ষণ' গল্পই উচ্ছৃংখল জীৱনৰ চিত্ৰ অংকন কৰি মূৰকত গল্পৰ নায়কক জীৱনটো নাৰী-সৰ্বস্ব নহয় বুলি মানি ল'বলৈ বাধ্য কৰি নাৰীৰ প্ৰতি সন্মান প্ৰদৰ্শনৰ স্বকীয়া দৃষ্টিভংগী লোৱা হৈছে।

মুঠতে সাম্প্ৰতিক সমাজৰ বিভিন্ন দিশৰ ভিত্তিত ৰচিত গল্পসমূহ সুখ-পাঠ্য হৈছে। অৱশ্যে কেইটামান গল্পৰ গাঁথনিৰ মাজত অপ্ৰয়োজনীয় যেন লগা দুই-এটা কথাই ঠাই পোৱাত ঠায়ে ঠায়ে উজুতি খোৱাৰ দৰে হৈছে। শ্ৰীযুত ভট্টাচাৰ্যৰ সফল প্ৰচেষ্টাৰ বাবে তেখেতলৈ ওলগ জনাইছোঁ।

**কীৰ্তিনাথ হাজৰিকা**

# প্ৰকাশকৰ এষাৰ

শ্ৰীহিৰণ্যকুমাৰ ভট্টাচাৰ্যৰ গল্প আজিৰ সমাজৰ বিভিন্ন পটভূমিৰ ওপৰত প্ৰতিষ্ঠিত। তেখেতে নিজৰ গল্পৰ কিছুমান চৰিত্ৰৰ বিশ্লেষণৰ মাজেৰে সমাজৰ প্ৰতি থকা তেখেতৰ দায়বদ্ধতাৰ অপূৰ্ব নিদৰ্শন দাঙি ধৰাৰ লগতে আজিৰ ঘূণে ধৰা ৰাজনৈতিক পটভূমিকো যথাৰ্থভাৱে উদঙাই দেখুৱা-বলৈ সক্ষম হৈছে। সেইবাবে তেখেতৰ প্ৰায়বোৰ গল্পই পাঠকৰ মনত এটা অণুৰণন সৃষ্টি কৰিব পাৰে। 'উত্তৰণ' তেখেতৰ ষোল্লটা গল্পৰ এখনি অনবদ্য সংকলন। আমাৰ দৃঢ় বিশ্বাস, পাঠক সমাজে এই গল্প সংকলনটি আগ্ৰহেৰে আদৰি ল'ব।

সাহিত্য-প্ৰকাশ

# দিনকণা

আন নহলেও চাৰি বছৰীয়া আন্দোলনটোৱে আমাৰ ঘৰত আৰু আমাৰ ঘৰৰ ওচৰে-পাজৰে অসমীয়া প্ৰীতি আৰু অসমপ্ৰেমৰ জোৱাৰ আনিছে। শ্ৰীমতী আৰু ল'ৰা-ছোৱালীহঁতৰতো কথাই নাই। বন্ধু আৰু প্ৰতিবেশী হৰিৱ আৰু অম্বিকাই অসমীয়া গৰাকীৰ পেট্ৰোল পাম্পৰ পৰাহে পেট্ৰোল লবলৈ সদাযে কৰলৈ ধৰিছে। আমাৰ গৃহিণীও ৰাতিটোৰ ভিতৰতে অসমীয়াৰ বাবে প্ৰাণ বিসৰ্জন দিব পৰা মানসিকতাৰ গৰাকী হোৱাৰ পিছৰে পৰা আমাক মাথোন অসমীয়া দোকানী আৰু ব্যৱসায়ীৰ ওচৰলৈহে যাবৰ বাবে নিতৌ সকিয়াব ধৰিছে। ফাঁচী বজাৰত এদিন্ অৱশ্যে অসমীয়া কাপোৰৰ দোকানী বিচাৰি চলাথ কৰি শ্ৰীমতী হতাশ হৈ উভতি আহি আমাৰ ওপৰতে নিজৰ বিৰক্তিখিনি প্ৰয়োগ কৰা কথাটোও ইমানদিনে আমি হলে গোপনে ৰাখিছো।

পানী ওপৰলৈ তোলা পাম্পটোৰ মটৰটো বেযা হোৱাও ৪৫ দিন হ'ল। হাততে পোৱা আটাইবোৰ মিস্ত্ৰী অনা-অসমীয়া। গৃহিণী নিজৰ সিদ্ধান্তত স্থিৰ অসম আৰু অসমীযাক ৰক্ষা কৰিছে এৰিব। গতিকে আৰম্ভ হ'ল মটৰটো ভাল কৰিব জনা অসমীয়া মিস্ত্ৰী এজন বিচাৰি উলিওৱাৰ অভিযান। আজি ৰাতিপুৱাতে ভীষ্ম

প্ৰতিজ্ঞা কৰি ওলাই আহিছো যে অসমীয়া মিস্ত্ৰী এজন যি কোনো উপায়েৰে হলেও ধৰি আনিম। ৰাতিপুৱা ৮ বজাৰ পৰা এতিয়া এয়া দুপৰীয়া ১বজালৈ খানাপাৰাৰ পৰা মালিগাঁৱলৈ অসমীয়া মিস্ত্ৰী বিচাৰি চলাথ কৰিলো, কাকো নাপালো। দুই-এজন আছে যদিও চৰকাৰী চাকৰিহে কৰে। গতিকে আহৰি সময়ত বা বন্ধৰ দিনতহে 'প্ৰাইভেট প্ৰেক্টিছ' কৰা সম্ভৱ বুলি মন্তব্য দি কেউজনে চলন্ত চিটিবাছৰ ফুটবোৰ্ডত জপিয়াই পৰিছিল, সময়ত নহলেও ডেৰ-দুই ঘণ্টা দেৰিকৈ হলেও অফিচত দেখা দিব লাগিব।

উপায়ান্তৰ হৈ উলুবাৰী পালোহি আৰু তাৰ পৰা যে ১৯৭২ চনতে কুমিল্লাৰ পৰা আহি থিতাপি লোৱা মিস্ত্ৰী এজনক নিজকে অসমীয়া বুলি চিনাকি দিবলৈ শিকাই-বুজাই লৈ বিজয়দৰ্পে গাড়ীত উঠিব খুজিছিলোহে মাথোন এনেতে পাছপিনৰ পৰা চাংকাকতিয়ে মাত লগালে।

"হৃষনে বৰুৱা, ইমান ততাতৈয়াকৈ কলৈনো যায ?"

উভতি চাই দেখিলো— চাংকাকতিৰ হাতত ৰঙৰ টিন এটা আৰু ব্ৰাছ এডাল। মোৰ লগত থকা মিস্ত্ৰী সুভাষৰ আচল পৰিচযটো ওলাই পৰে বুলি মনত ভয়ো লাগিছে— জানোচা সুধি পেলায— সি কোন আৰু কিয় তাক লগত আনিছো। গতিকে ভযতেই আক্ৰমণাত্মক ভূমিকা ললো—

"বোলো ঘটনা কি, হাতত যে ৰঙৰ টিন আৰু ব্ৰাছ ?"

সেমেনা-সেমেনি কৰি চাংকাকতিযে কলে— "নকবদেও, পাকঘৰটোৰ দৰজাকেইখন ৰং দিব লাগে। আমাৰ জু ৰোডত এজনো অসমীয়া পেইণ্টাৰ নাই। ল'ৰা-ছোৱালী আৰু গৃহিণী নাছোৰবান্দা— অসমীয়া পেইণ্টাৰৰ দ্বাৰাহে ৰং কৰাব। গতিকে ৰাতিপুৱাতে ওলালো'অসমীয়া ৰঞ্জনকাৰ গোষ্ঠীৰ সন্ধানত।" গৰমত চাংকাকতিৰ চোলাটো ঘামতে তিতি গৈছে। চোলাৰ হাত দুখন কোচাই কোচাই হতাশাৰ সুৰত আকৌ কলে।

"বুজিছে বকৰা আচৰিত কথা, অসমীয়া পেইণ্টাৰৰ নাম-গোন্ধেই নাই, যিওবা শিলপুখুৰীত এজন পালো সিও জু ৰোডলৈ ইমানদূৰ অহা-যোৱা কৰিবলৈ ৰাজি নহ'ল। তদুপৰি অনা-অসমীয়া পেইণ্টাৰে দিন হাজিৰা লয় ২০ টকা, এওঁক হেনো লাগিব ২৮ টকা।"

সুভাষৰ কথা সুধি পেলায বুলি মোৰ ভয় দুগুণে চৰিল আৰু তাৰ পিনে যাতে দৃষ্টি নপৰে সেই চেষ্টাত তপৰাই সুধিলো।

"পিছে কি কৰিলে ?"

"কিনো কৰিম আৰু। ৪।৫ জন অনা-অসমীয়া কাৰিকৰ পালো যদিও অনুসন্ধান কৰি গম পালো আটাইজাক বাংলাদেশসম্ভূত। ইইতৰ এজনক লৈ গলে যে ঘৰতে এখন থৈয়া-নথৈযা ৰণ আৰম্ভ হব নকলেও বুজিছে।" সুভাষ গাড়ীখনৰ সিপিনে গৈ অপেক্ষা কৰি আছে দেখি নিশ্চিন্ত হলো যেনিবা। চাংকাকতিযে কৈ গ'ল—

"উপাযান্তৰ হৈ অৰ্থাভাৱৰ অজুহাত দেখুৱাই নিজেই ৰঙখিনি লগাম বুলি মনস্থ কৰিলো। ৰঙৰ লগতে ব্ৰাছ এডালো কিনি দোকানৰ পৰা ওলাইছোহে আপোনাক দেখা পালো। পিছে আপুনিনো কেনি যায ?"

ভাল আপদটোৱে পালে। কথাটো কবলৈ গলেই সুভাষৰ প্ৰসঙ্গ উঠি জোলোঙাৰ মেকুৰী ওলাই পৰিব। তাতে আকৌ শ্ৰীমতী চাংকাকতিৰ আমাৰজনীৰ লগত যিহে হলি গলি— আচল কথাটো যদি ওলাই পৰে তেনেহলে হ'ল আৰু !! গতিকে খুব জৰুৰী কাম এটাত ওলাইছো বুলি চাংকাকতিৰ পৰা বিদায় ললো। কথোপকথন দীঘলীয়া কৰিলে জু ৰোডত নমাই দিবলৈ কলেও খুজি কিল খোৱাৰ দৰেহে হব।

সুকলমে ঘৰ আহি পালো যদিও দুৱাৰমুখতে বুজিলো— পৰিস্থিতি সঙ্গীন। হাতেৰে পাম্প কৰা দমকলটোও হেনো মই ওলাই যোৱাৰ পিছতে বেয়া হল। আটায়ে পানীৰ অভাৱত গা নোধোৱাকৈয়ে দুপৰীয়াৰ সাজ খাইছে। ঘৰৰ ওচৰতে দুজন

দমকল ভাল কৰা মিস্ত্রী আছে যদিও সিহঁতক মাতিবলৈ কোনো ব্যক্তি নহয়— কিয়নো, এজন হেনো বাংলাদেশী আৰু আনজনো অনা-অসমীয়া। ত্রাহি মধুসূদন সুঁৱৰিলো। পেটত ছুটামান পেলাই দমকল মিস্ত্রীৰ সন্ধানত আকৌ ওলাব খুজিছোহে মাথোন—এনেতে প্রতিবেশী ডুবৰা আহি ওলাল— থানালৈ হেনো টেলিফোন এটা কৰিবলৈ দিব লাগে।

"নিশ্চয় নিশ্চয় ডুবৰা, পিছে ঘটনা কি ?" ডুবৰাৰ বিষণ্ণ মন দেখি বুজিলো কথা তেনেই সহজ নহয। অফিচ কোঠালীটোলৈ ডুবৰাক আগবঢাই নি ফোনটোৰ ওচৰতে বহিবলৈ দিলো। কওঁ নকওঁকৈ বকৰাই মুখ মেলিলে—যেনিবা কাতৰগ্রস্ত স্বীকাৰোক্তিহে :

"জানেই নহয় ডাঙৰকৈ পুখুৰী এটা খনাই মাছ পোহাৰো আজি ৫।৬ বছৰ হল। মাছবোৰ ডাঙৰ হৈছে। বিকিবৰ বাবে যোৱা ৭।৮ দিনে মছুৱা মানুহ বিচাৰি আছিলো।"

"এৰা এতিয়া বিকিলে ভাল দাম পাব। বজাৰত মাছ কেজি ৪০।৫০ টকাত বিক্রী হব ধৰিছে। একেবাৰে দুষ্প্রাপ্য হৈ পৰিছে।" ডুবৰাৰ মুখত উৎসাহৰ চিন দেখা নগল। দীঘল হুমুনিয়াহ এটা এৰি কলে। "কতনো পায হেৰি কেবাজনো অসমীয়া বেপাৰীৰ ওচৰ চাপিলো। প্রতি কেজিত ১৫।১৬ টকাৰ বেছি নিদিয়ে। তদুপৰি জালেৰে ধৰা বাবদ প্রতি কেজিত ১ টকাকৈ কাটি ৰাখিব খোজে।"

"পিছে কি কৰিলে ?" সুধিলো।

"পাণ্ডুৰ পৰা আহি থিতাপি লোৱা বঙালী মাছুৱৈ কিছুমান পালো। সিহঁতে কেজি প্রতি ২২ টকা দিবলৈ সন্মত হল আৰু কালি পুখুৰীটো চাই গৈছিলহি। আজি গাঁৱৰ পৰা সৰু ভাইটিটো আহি খবৰ দিছে যে ৰাতি হেনো চুৰ কৰি মাছ মাৰিবলৈ সিহঁত গোটেই-জাক পুখুৰীত নামিছিল। ঢেকুৰা কুকুৰটোৱে খুব ভুকিছিল বাবে গাঁৱৰ আটাইখিনি মানুহে উঠি লৰা-ঢপৰা কৰি কালি অতা সিহঁতৰ এজনক পানীতেই ধৰিছে আৰু জাল দুখনো পানীতেই পাইছে।

সেয়েহে পুলিচক গতাই দিম বুলি ভাবিহে আপোনাক আমন্ত্ৰি কৰিলোহি।"

তুৰবাৰ কথা শুনি স্তম্ভিত হ'লো। হৰি, হৰি, অসমত কি দিন পৰিল আৰু তুৰবাক সুধিলো— "পিছে মানুহকেইটা বাংলাদেশী নহয়তো ?"

"মইতো নহয় বুলিয়ে ভাবিছিলো তদুপৰি দিছপুৰ থানাত আমাৰ এজন অতি কৰিতকৰ্মা অসমীয়া বিষয়া আছে নহয়, তেখেতেহে ইহঁতৰ খবৰটো দিছিল। সৰু ভাইটোৱে কলে যে চিঞৰ-বাখৰ শুনি গাঁৱৰ মানুহো আহি হাজিৰ হ'ল আৰু ধৰা পৰাজনক কিছু উত্তম মধ্যম দিয়াৰ পিছত হেনো স্বীকাৰ কৰিছে যে সিহঁত বাৰিশালৰ পৰা আহিবৰ ৪।৫ মাহমানহে হৈছে আৰু বৰ্তমান কোনোবা এম-এল-এ আৰু কৰ্পৰেছনৰ বিশ্বস্ত সদস্য এজনৰ ৰক্ষণাবেক্ষণত সিহঁত পাণ্ডুত আহি মাটি বেদখল কৰি বহি গৈছে। এতিয়া ক'ত মৰে মৰক।"

তুৰবাক সান্ত্বনা জনাই দমকলৰ মিস্ত্ৰীৰ সন্ধানত ওলাই পৰিলো। উলুবাৰী, ভঙাগড, আঠগাঁও অঞ্চলত বহুতো মিস্ত্ৰী পালো কিন্তু এজনো অসমীয়া নহয়। মেৰামতিৰ বাবে আৱশ্যকীয় পাইপ আৰু আন আন সৰঞ্জামখিনি কিনিলো যদিও ঘৰলৈ নিবৰ বাবে অসমীয়া গৰাকী বা চালকৰ ঘোৰাগাড়ী এখন বিচাৰি নাপালো বাবে দুগুণ খৰচ কৰি হ'লেও দুজন অসমীয়া চালকৰ ঠেলাগাড়ীত সামগ্ৰীখিনি ঘৰলৈ পঠাই দি এক আত্মতৃপ্তিৰ নিশ্বাস পেলালো। পিছে এই ক্ষেত্ৰতো জগৰ লগাইছিলো। ঘৰ পোৱাৰ লগে লগে আটাইজাকে চিঞৰি চিঞৰ অভিযোগ কৰিছিল মই হেনো বাংলাদেশী মালিকৰ ঠেলাগাড়ীতে ভাড়ালৈ লৈছো।

আচল কথালৈ উভতি আহো। দমকল মেৰামতি কৰা আন অসমীয়া মিস্ত্ৰীসকলে প্ৰতিফুট পাইপ বহুৱাত ৩ টকাকৈ বিচাৰে। গ্ৰহণযোগ্য বৰঞ্চ প্ৰলোভনীয় হাৰ। কিন্তু মই উপায়হীন অসমীয়া

মিস্ত্ৰীহে নিব লাগিব, কালাপাহাৰত যি বা এজন পালো তাক হেনো প্ৰতি ফুটত ৪·৫০ টকাকৈ লাগিব তাৰ কমত লৰচৰেই নকৰে। মই এনেয়ে ক্ষুদ্ৰ দৃষ্টিৰ মানুহ গতিকে প্ৰতিফুট পাইপ বহুৱাৰ বাবে ডেৰ টকা অতিৰিক্ত খৰচ কৰিবলৈ কোনোমতেই সত নগ'ল তেহেলৈ লাগে ঘৰত যিমানেই বিদ্ৰোহৰ পতাকা নোতোলক। আঠগাঁৱৰ সৰবৰহী ব্যৱসায়ী বিশ্বাসে (কোৱা বাহুল্য, বিশ্বাসো সৌ সিদিনাহে খুলনাৰ পৰা আহিছে) সলসলীয়াকৈ অসমীয়া কৰ জনা দমকলৰ মিস্ত্ৰী এজন ফুটেপ্ৰতি ২ টকা ৭৫ পঃ হাৰত বন্দোৱস্ত কৰি দিয়াতহে স্বস্তিৰ নিশ্বাস পেলালো কিয়নো, মিস্ত্ৰীজন সুভাষৰ বেছ উন্নত সংস্কৰণ। কিন্তু -- "আই ঘৰলৈ যাম দুই হাতে খাম বিধিয়ে বোলে মযো লগে লগে যাম" প্ৰবাদষাৰৰ সত্যতা নুই কৰোটো বীৰপুৰুষ লুইতৰ পাৰত আজিও ওলোৱা নাই। ঘৰ পাওঁতে গধূলি হ'ল। ওচৰ-চুবুৰীয়া সকলোৰে ঘৰ বিজুলী চাকিযে পোহৰাই তুলিছে যদিও আমাৰ সমগ্ৰ চৌহদ অন্ধকাৰ। বিদ্যুৎ পৰিষদৰ কাৰিকৰী কৰ্মচাৰী আহি পৰীক্ষা কৰি কৈ গৈছে যে ঘৰটোত বিজুলী তাঁৰসমূহ নিৰ্ভুলভাৱে লগোৱা হোৱা নাই। ঘাইকৈ প্ৰধান বুটাম, বিভিন্ন বুটাম আৰু নিয়ন্ত্ৰণ বোৰ্ডৰ লগত তাঁৰসমূহ সংযোগত বহুতো ভুল কৰিছে বাবেহে সঘনে এনে বিজুতি ঘটিছে। এজন অৰ্হতাসম্পন্ন আৰু প্ৰমাণ-পত্ৰ পোৱা বিজুলী কাৰিকৰ আনি তাঁৰবোৰ তেওঁৰ দ্বাৰা পৰীক্ষা কৰাই শুদ্ধ ভাবে লগোৱাৰ প্ৰমাণ-পত্ৰ এখন দাখিল কৰিলেহে হেনো বিদ্যুৎ পৰিষদে পুনৰ বিজুলী সংযোগ দিব। বিদ্যুৎ পৰিষদৰ "মেকানিক"জন অসমীয়া আছিল বাবে কামটো কৰি দিবলৈ শ্ৰীমতীয়ে তেওঁকেই হেনো "ৰিকুৱেষ্ট" কৰিছিল। উত্তৰত হেনো কলে:

"আবেলি ৫ বজাৰ পৰা এতিয়া ৯ বজালৈ 'ডিউটী" কৰিছো— খুব ভাগৰ লাগিছে। পৰহিলৈ "অফ দে" আছে—তেতিয়া আহিম

কিন্তু প্ৰতিটো সংযোগ "পইন্ট"ৰ বাবে দহ টকাকৈ লাগিব !

হতবাক হৈ শ্ৰীমতীয়ে করুণ নযনেৰে মোৰ প্ৰত্যাবৰ্তনলৈ বাট চাই বহি আছে। ইমান ৰাতি বিজুলী কাৰিকৰ বিচাৰি ওলোৱাৰ শক্তি নহ'ল। আমাৰ নিজৰে অসমীয়া উদ্যোগত বনোৱা মমবাতি কিনি আনিবলৈ বেলতলা বজাৰ পালোহি। হেজাৰ হেজাৰ টন কেঁচা সামগ্ৰী মমভিত্তিক উদ্যোগত খটুৱাবলৈ অসমৰ বাবে যোগান ধৰা হয যদিও অসমীযা উদ্যোগে তৈযাৰ কৰা কোনো মমবাতি বিচাৰি নাপালো, গতিকে কলিকতাত তৈযাৰ হোৱা মমবাতি এমুঠি কিনি ওপৰত মেকুৱাই থোৱা কাগজখন ফালি পেলালো আৰু মমবাতি ১২ ডাল হাতত লৈ সগৰ্বে আহি গৃহিণীৰ আগত পেলাই দি কলো - 'দেখিছা আমাৰ "ভূঞা ইণ্ডাষ্ট্ৰীজে" কিমান ধুনীযা মমবাতি বনাইছে।" আটাইৰে মুখত তৃপ্তিৰ হাঁহি— গভীৰ প্ৰশান্তিৰ চাৱনি। ৰাতিটো অন্ততঃ যেনিবা খেচখেচনিবিহীনভাৱে কটালো যদিও ৰাতিপুৱাতে আৰম্ভ হ'ল বিৰামবিহীন খেচখেচনি। ভাগ্যক ধিযাই ৮ মান বজাত ওলাই পৰিলো। মনত দৃঢ়সংকল্প— অসমীযা বিজুলী কাৰিকৰ যোগাৰ কৰি বিজয উল্লাসেৰে প্ৰত্যাবৰ্তন কৰিম। পাইছিলো এজন। কোনোবা শত্ৰুৰ ষডযন্ত্ৰৰ ফলত অফিচলৈ নিযমীযাভাৱে নহা আৰু চৰকাৰী সামগ্ৰীৰ অপ-ব্যৱহাৰ আৰু আত্মসাৎ কৰাৰ মিছা অভিযোগত বৰ্খাস্ত হোৱা অসমীয়া কাৰিকৰ এজন। কথা পাতি ভাব হৈছিল অসম বিদ্যুৎ পৰিষদৰ স্বযং মুখ্য অভিযন্তাজনকহে যেন হাতে হাতে পাই গলো। তেনেহলে চিন্তা কিহৰ ? তথাপিও বুজিছে নহয় ??

ইষ্টদেৱতাক স্মৰণ কৰি ভদ্ৰলোকক গাডীত লৈ ঘৰমুখী যাত্ৰা আৰম্ভ কৰিছিলো··· ঘৰো পাইছিলো সময়মতেই, মাথোন গাড়ীখনহে বাহিৰত— অৰ্থাৎ ৰাস্তাতে ৰাখিবলগীয়া হ'ল—কিয়নো চৌহদৰ ভিতৰত গাড়ী ৰখা ঠাইখিনিত বহি দুগৰাকী তিৰোতাই ধান জাৰি আছিল— দুয়োৰো হাতত দুখন ডাঙৰ বাঁহৰ ডলা।

দুয়োজনীকে চিনি পাই মোৰ ধৈৰ্যচ্যুতি ঘটিল, ইহঁতৰ সমগ্ৰ পৰিয়াল দুটাক বাংলাদেশী বুলি দেশৰ পৰা বহিষ্কাৰ কৰাৰ ২৫ দিনো হোৱা নাই বুলি মই জানো। গৃহিণীয়ে সিহঁতৰ লগত কথা পাতি থকা দেখি তিভিৰি তুলা লৈ পৰিলো আৰু সিহঁতক নিয়োগ কৰাৰ যুক্তি-যুক্ততা ক'ত চিঞৰি চিঞৰি সুধিলো। গৃহিণীৰ বক্তব্যৰ জবাব নাই।

"ইমানদিনে অসমীয়া তিৰোতাৰ দ্বাৰায়ে এই কামবোৰ কৰাইছিলো। নিতৌ ১২ টকা হাজিৰা দিব লাগে। বাংলাদেশী হলেও ইহঁতে দিনে ৬ টকা পাৰিশ্ৰমিক লৈ কাম কৰিবলৈ মান্তি হৈছে।"

মুখৰ মাত হেৰাল। কাৰিকৰ প্ৰবৰক লৈ নিযন্ত্ৰণ বোৰ্ড থকা কোঠাটোলৈ আগবাঢ়িবৰ সময়ত সিহঁত দুজনীৰ এজনীয়ে শ্ৰীমতীক কোৱা শুনিলো।

"বহিষ্কাৰ কৰিলে কি হব মা। বোডাৰৰ পুলিচৰ লগত আমাৰ ভাল চিনা-জনা আছে নহয়—

তেওঁলোকক সন্তুষ্ট কৰিলেই হ'ল, পিছ মুহূৰ্ততে গোলোকগঞ্জত গুৱাহাটী অভিমুখী ট্ৰেইনত উঠিব পাৰি। এইবাৰ ধৰি ৭ বাৰ বহিষ্কাৰ কৰিলে। মাথোন অলপ লটিঘটি হব লাগে। এইবাৰ অৱশ্যে এম-এল-এ চাহাবে স্থায়ী বাসিন্দাৰ প্ৰমাণ-পত্ৰ যোগাৰ কৰি দিম বুলি কৈছে।"

———

# বলোকাকা

জীৱনৰ বিভিন্ন স্তৰত বিভিন্নজনৰ হাতত অস্ত্ৰোপচাৰৰ বলি হৈ বলোৰাম কলিতাৰ নামটোৱে অৱশেষত এটা সময়ত গৈ স্থিৰ ৰূপ লৈছিল— 'বলোকা' নামেৰে। আমি উঠি অহা ল'ৰা-ছোৱালীজাকে হ'লে আমাৰ মনত পৰা দিনৰে পৰা তেওঁক 'বলোকা' বুলিয়ে মাতি আহিছো। পিতাই মাতিছিল বলো বুলি আৰু মায়ে বলোবাপা বুলি।

নিম্ন মধ্যবিত্ত শ্ৰেণীৰ মানুহ আছিল যদিও সুদীৰ্ঘ ১৯।২০ বছৰ আমাৰ পিতাৰ দৰে প্ৰভাৱশালী মানুহ এজনৰ ছত্ৰছায়াত থাকি কঠোৰ পৰিশ্ৰমৰ মাজেৰে বলোকাই জীৱনত নিজক প্ৰতিষ্ঠা কৰিছিল। আমাৰ ঘৰখনৰ লগত বলোকাৰ সমন্ধটো চিৰদিনীয়া হৈ পৰিছিল। বিশেষকৈ পিতাৰ সহায় লৈ বন্ধকত যাওঁ যাওঁ হোৱা ১২ বিঘা মাটি মোকোলাই লোৱাৰ পিছত বলোকা আমাৰ ঘৰখনৰ ওচৰত কৃতজ্ঞতাৰ বন্ধনত বন্দী হৈছিল। পুতেক দুজনকো বলোকাই খুব পৰিশ্ৰমী আৰু উদ্যোগী কৰি গঢ়ি তুলিছিল— যাৰ ফলত যৌৱনক বিদায় দি উঠি অহা আদহীয়া বয়সত বলোকাই অৱসৰ বিনোদনৰ মাজেৰেই সৰহভাগ সময় কটাই দিছিল।

আমি বুজা হোৱাৰ পৰাযে দেখি আহিছো বলোকাই সময় নাই অসময় নাই হাতত বৰশী দুটামান লৈ পাগলদিয়া নৈখনৰ পাৰে পাৰে ঘুৰি ফুৰিছিল আৰু বহুতো ডাঙৰ ডাঙৰ মাছ ধৰিছিল। সদায়ে গধূলি আহি আমাক বৰশীৰে ডাঙৰ পিঠীয়া, বোকাপিঠীয়া, বৰালি, আৰি আদি মাছ ধৰাৰ কাহিনীবোৰ শুনাইছিল। শুনি শুনি আমি পুলকিত হৈছিলো আৰু কিছুমান অসাধাৰণ অগতানুগতিক এড্‌ভেন্সাৰৰ বীৰৰ বেশত বলোকাই আমাৰ চকুত নিত্য-নতুন ৰূপত ধৰা দিছিল। বিশেষকৈ জেমচ্‌ চাহাবৰ প্ৰসঙ্গ ওলালে বলোকাৰ উৎসাহৰ সীমা নাথাকিছিল।

পিছে জেমচ্‌ চাহাব আৰু বলোকাৰ জীৱন দৰ্শন আৰু জীৱন পদ্ধতিৰ মাজত আছিল আকাশ-পাতাল প্ৰভেদ। অথচ দুয়োৰো মাজত 'বৰশী বোৱা কৃষ্টি'ৰ মাজেৰে গঢ়ি উঠিছিল এক অতি গাঢ় সম্বন্ধ। সেয়া বন্ধুত্ব নে নিজৰ নিজৰ বৰশীৰে মাছ ধৰাৰ অভিলেখ বিজাই চোৱাৰ প্ৰগলভ-আত্মীয়তা ঠিৰাং কৰাটো সম্ভৱ নহলেও এটা কথা স্পষ্ট হৈ পৰিছিল যে সম্বন্ধটো আছিল নিস্বাৰ্থ।

হেনো বংশ একোটাৰ তিনিটা বিশেষ প্ৰজন্ম থাকে : 'কিনাৰাম', 'ভোগৰাম', আৰু বেচাৰাম'। কিনাৰামে কঠোৰ পৰিশ্ৰমেৰে পৰিয়ালটো ঐশ্বৰ্যশালী কৰি তোলে। 'ভোগৰাম'ৰ প্ৰজন্মই কিনাৰামে এৰি যোৱা ঐশ্বৰ্য-বিভূতি ভোগ কৰে— এটা বিলাসী জীৱন যাপন কৰিবলৈ বিশেষ কষ্ট কৰিবলগীয়া নহয়। আনহাতে 'বেচাৰাম'ৰ প্ৰজন্মৰ দিন আহে মানে সতি-সন্ততি হৈ পৰে নিষ্কৰ্মা। নিজে কিবা এটা কৰি খোৱাৰ সামৰ্থ্য হেৰুৱাই পেলায়। গতিকে কিনাৰামে এৰি যোৱা সা-সম্পত্তিকেই বেচি-মেলি লাহ-বিলাহৰ জীৱনৰ পৰম্পৰা বৰ্তাই ৰাখে। বলোকাই হলে নিজৰ এটা জীৱনতে 'কিনাৰাম' আৰু 'ভোগৰাম'ৰ দুটা জীৱনৰ অভিজ্ঞতা উপভোগ কৰিছিল; বলোকাৰ জীৱন হৈ উঠিছিল সৰ্বাঙ্গসুন্দৰ— সংঘাতবিহীন। যৌৱন কালত কঠোৰ পৰিশ্ৰম কৰি নিজহাতে

নিজৰ ভাগ্যক গঢ় দি এতিয়া প্ৰৌঢ়কালত উক্ত কঠোৰ পৰিশ্ৰমৰ সুফল ভোগ কৰিছে। নিজৰ পৰিয়ালটোৰ ভৱিষ্যৎ সুনিশ্চিত কৰি আৰু ডেকা পুতেকহঁতক অকল 'ভোগৰামৰ' প্ৰজন্ম হ'বলৈ নিদি, পুতেক দুজনৰ হাতত সকলো দায়িত্ব এৰি দি প্ৰকৃতিৰ সন্তান বলোকা উভতি গৈছে প্ৰকৃতিৰ কোলালৈ। বৰশী হাতত লৈ নদীৰ পাৰে পাৰে ভূটান পাহাৰৰ পাদদেশত দিনৰ দিনটো কটাই বলোকাযে যে কি এক অনিৰ্বচনীয় তৃপ্তি লাভ কৰে— সেয়া অনুভৱৰহে বিষয়, বৰ্ণনাৰ নহয়। ঠিক একে তৃপ্তিকেই হয়তো জেমচ্ চাহাবেও উপভোগ কৰে— কিন্তু দুয়োৰো উক্ত তৃপ্তি অৰ্জনৰ পথ সুকীয়া। 'কিনাৰাম' আৰু 'ভোগৰামৰ' জীৱনৰ পৰিবৰ্তে জেমচ্ চাহাবে উপভোগ কৰিছে 'ভোগৰাম' আৰু 'বেচাৰাম'ৰ জীৱনহে। অপৰিসীম তৃপ্তি দুয়ো লাভ কৰিছে— হয়তো শেষ পৰিণতিহে হ'ব বেলেগ বেলেগ। জেমচ্ চাহাবে গোটেই দিনটো মাছ ধৰিবলৈ নদীত ইযাত এবাৰ, তাত এবাৰ বৰশী পেলাই ঘূৰি ফুৰে, কেতিয়াবা আকৌ বন্দুকটো হাতত লৈ চিকাৰৰ সন্ধানত গোটেই দিনটো তলো-তলো কৰি ঘূৰি ফুৰে। বলোকাই হ'লে ২।৩ ঘণ্টামানহে 'বৰশী' লৈ ব্যস্ত থাকে— ২।৩ টা মাছ পালেই সন্তুষ্ট হৈ গছৰ ছাঁত প্ৰকৃতিৰ কোলাত জিৰণি লবলৈ ঢাপলি মেলে। হাতত থাকে অতি প্ৰিয় অকণমান হোকাটো। ভূটান পাহাৰৰ উদ্যান চিৰসেউজীয়া বুকুলৈ চাই চাই বলোকা আপোনপাহৰা হৈ পৰে। বিৰাট আহত গছ এজোপাৰ তলত জিৰণি লৈ হোকাটো হুপি হুপি বলোকাই এক গভীৰ প্ৰশান্তিত আত্মতৃপ্তিৰ সপোনপুৰীত যেতিয়া বিচৰণ কৰি থাকে তেতিয়া বহিৰ্জগতৰ লগত বলোকাৰ সম্বন্ধ হেৰাই যায়।

ধমধমাৰ পৰা উত্তৰ-পূবলৈ বিস্তৃত এলেকা এটাত জেমচ্ চাহবৰ পিতৃ বেকাৰ চাহাবে পাগলদিয়া নৈৰ পাৰত এটা চেনিকল স্থাপন কৰিছিল। সেয়া আছিল কুৰি শতিকাৰ আৰম্ভণিৰ কথা। চেনি-

কলটোৰ যেতিয়া ভৰযৌৱন, নদন-বদন ৰূপ তেতিয়া হঠাতে এদিন সকলো দায়িত্ব জেমচৰ হাতত অৰ্পণ কৰি মাত্ৰ দুদিনৰ অসুখতে বেকাৰ চাহাবে ইহ-সংসাৰ ত্যাগ কৰে। যৌৱনৰ দোকমোকালিতে জেমচৰ হাতত পৰিছিল প্ৰভূত্ব ঐশ্বৰ্য। প্ৰাচুৰ্যৰ বানপানীত জেমচ্ ভাহি গৈছিল। সুৰাৰ নিচাত ভৱিষ্যতৰ কথা চিন্তা কৰিবলৈ অৱসৰ নাছিল। আবিৰ্ভাৱ হৈছিল নিত্যনতুন নাৰী-সঙ্গিনী—এটা সম্পূৰ্ণ উচ্ছৃংখল জীৱন। কোনো দায়িত্ব নাই—দায়বদ্ধতা নাই। গতিকে জেমচৰ জীৱনৰ পৰা হেৰাই গৈছিল জীৱনৰ অৰ্থ। কোনো স্থিৰ লক্ষ্যই জীৱন অৰ্থপূৰ্ণ কৰি তুলিবলৈ সক্ষম হোৱা নাছিল। গতিকে স্বাভাৱিকতেই বলোকাৰ জীৱনৰ গভীৰ প্ৰশান্তিৰ বুজ লবলৈ জেমচৰ আহৰি নাছিল। কিন্তু চেনিকলটোৰ অৱস্থা দিনে দিনে বেযাৰ পিনে ঢাল লোৱা দেখি বলোকাই মাজে-সময়ে চাহাবক সঁকীযাইছিল: ঐ চাহাব, কাম-কাজৰ পিনেও অলপ মন দে। নহলে নিগমে মৰিবি। বৰণী বাবলৈ আৰু চিকাৰ কৰিবলৈ পিছতো বহুত সময় পাবি।

যৌৱনমত্ত, গুৰুগোঁসাই নমনা জেমচৰ ওপৰত হ'ল বলোকাৰ সঁকীয়নিয়ে কোনো প্ৰভাৱ পেলাব পৰা নাছিল। দিনৰ পিছত দিনবোৰ এনেকৈয়ে গুচি গৈছিল। আনহাতে, জেমচৰ অশান্তি হ'ল যে বলোকাই দিনৰ দিনটো আইঁতৰ টাত জিৰণি লৈ কটায়—দুটামান বেছিকৈ মাছ ধৰিবলৈ অকণো চেষ্টা নকৰে। বলোকাৰ নিৰ্লিপ্ততাত অতীষ্ঠ হৈ এদিন জেমচে বলোকাক সুধি পেলালে—

হ্যায বলো., কেনে আছা? বহি বহি যে অনৰ্থক সময়বোৰ নষ্ট কৰিছা আৰু কেইটামান মাছ ধৰিবলৈ চেষ্টা নকৰা কিয়?

বলোকাই মিচিকিযাই হাঁহি জেমচক সুধিসে—আৰু বেছি ধৰিনো কি হ'ব? জেমচে তপৰাই মাত দিলে—এতিয়া এঘাৰহে বাজিছে। চাৰি বজামানলৈ চেষ্টা কৰিলে তোমাৰ হাতত অন্ততঃ আৰু ৭।৮ টা মাছ ধৰা পৰিব।

তেনেহলে কি হ'ব ? বলোকাৰ দ্বিতীয় প্ৰশ্ন।

তেতিয়াহলে তুমি সদায়ে বহুতো ডাঙৰ ডাঙৰ মাছ বিক্ৰী কৰি বহুতো টকা জমাব পাৰিবা। জেমচে বলোকাক জ্ঞান দিবলৈ চেষ্টা কৰিলে : হাতত জমা টকা থাকিলে বুঢ়া বয়সত আৰাম কৰিবলৈ সুযোগ পাবা। You will be able to relax in your old age.

এতিয়ানো মই কি কৰি আছো ? What do you think I am doing now ?

ৰিলাক্স কৰিবলৈ মই বুঢ়া বয়সলৈনো কিয় অপেক্ষা কৰিম ? বলোকাৰ নিৰ্লিপ্ত উত্তৰ। ল্যোকাটো হুপি হুপি চাহাবলৈ এক পুতৌসনা দৃষ্টি নিক্ষেপ কৰি বৰশী ডুটা আৰু মাছবেইটা কাঁধত পেলাই বলোকা ঘৰমুৱা হ'ল।

———

# উদ্যোগ পৰ্ব

তেতিয়া বাৰিষা শেষ হওঁ হওঁ অৱস্থা, দিগন্তৰ দক্ষিণমুৰা মেঘবোৰৰ চৰিত্ৰ সললি হৈছে, ডাৱৰ বুলিবৰ উপায় নাই। থোৰতে কবলৈ গলে মেঘবোৰৰ দিনে দিনে পাতল হৈ অহা ৰংটোৱে শৰতৰ আগজাননী দিছে। শেৱালিও কলিযাইছে। আবেলিটো— বিশেষকৈ পাগলদিযাৰ পাৰৰ মুক্ত পৰিবেশত খুব মোহনীয় হৈ উঠে। বতৰ ফৰকাল দেখিলেই বিপুলে হাতত বৰশীটো লৈ পাগলদিযা মুৱা হয়, আৰু তিনিবজামানৰ পৰা এন্ধাৰ নোহোৱালৈকে পাগলদিয়াত বৰশী পাতি বহি থাকে। উত্তৰৰ পিনে হিমালয়ৰ দুই-এটা শৃংগই মেঘৰ ওৰণিখন গুচাই হঠাতে ভুমুকি মাৰিলে বিপুলে তন্ময় হৈ চাই থাকে। পিছে তেনে সৌভাগ্য সদায় নঘটে, যেতিয়া বৰশী হাতত লৈ সমুখলৈ চাই বহি থাকে। ঈশ্বৰৰ প্ৰথম অৱতাৰৰ উত্তৰাধিকাৰীসকল যিদিনা বিপুলৰ বৰশীৰ প্ৰতি আকৃষ্ট হোৱাৰ লক্ষণ দেখা নাযায তেতিয়া বিপুলে সময়খিনি অতীতৰ স্মৃতি ৰোমন্থন কৰি কৰি কটাই দিযে। ভাবি ভাবি আচৰিত হৈ যায— কি হব খুজিছিল— কি হ'ল আৰু ভৱিষ্যতে কি হ'ব। অৱশ্যে ভৱিষ্যতক লৈ উতলা হোৱাৰ বয়স আজি আৰু নাই যদিও অতীতৰ বহুতো কথাই বিপুলক এতিয়াও উত্তেজিত কৰি তোলে। বিশেষকৈ আশীৰ দশকৰ আৰম্ভণিতে বিপুলে এটা

মজলীয়া উদ্যোগ স্থাপনৰ বাবে যি প্ৰচেষ্টা চলাইছিল সেই কথা মনত পৰিলেই কিবা এক অব্যক্ত তিতা-কেঁহা এক সীমাহীন ঘৃণাৰে মনটো বিষাদগ্ৰস্ত হৈ পৰে। জীৱনত তাৰ বহুতো প্ৰচেষ্টাই ব্যৰ্থ হৈছে, তথাপি উক্ত প্ৰচেষ্টাসমূহ কৰা মুহূৰ্তবোৰৰ বুকুত সি উপভোগ কৰিছিল জীৱন সমৃদ্ধ কৰিবলৈ কৰা সংগ্ৰামৰ মধু উত্তাপ; কিন্তু তাৰ উদ্যোগ-পৰ্বৰ স্মৃতিয়ে তাক আজিও বিষাক্ত কাঁইটৰ দৰে বিন্ধি থকা-সৰকা কৰে।

তেতিয়া বিপুল চফল ডেকা—নিজৰ আদৰ্শৰ নিচাত মতলীয়া। সুখ্যাতিৰে ৰসায়ন-শাস্ত্ৰ আৰু কৃষি-ৰসায়ন বিজ্ঞানৰ স্নাতকোত্তৰ পৰীক্ষাত উত্তীৰ্ণ হৈ আন দহজনৰ দৰে চাকৰিৰ চিন্তা নকৰিলে, বৰঞ্চ গুৱাহাটী বিশ্ববিদ্যালয় কৰ্তৃপক্ষই উপযাচি মাতি পঠোৱা সত্ত্বেও সেই নিমন্ত্ৰণ অতি বিনম্ৰভাৱে অস্বীকাৰ কৰিছিল। বিপুলৰ ইচ্ছা হ'ল নলবাৰীৰ ৪ মাইলমান উত্তৰে অৱস্থিত ধনতোলা গাঁৱত নিজৰ মাটিতে আধুনিক পদ্ধতিৰে দুখন বহুমুখী ডাঙৰ কৃষিপাম গঢ়ি তুলিব আৰু অলপ স্বচ্ছল হৈ উঠিলেই ৰসায়নভিত্তিক উদ্যোগ এটা স্থাপন কৰাৰ আঁচনি লব। পিছে পাগলদিয়াৰ অসীম কৃপাৰ ফলত অতি কষ্টেৰে বহু অৰ্থ ব্যয় কৰি গঢ়ি তোলা বহুমুখী কৃষি পামখন যেতিয়া বিলীন হোৱাৰ উপক্ৰম হ'ল তেতিয়া তাৰ জীৱনৰ "উদ্যোগ-পৰ্বটো"ৰ আবিৰ্ভাৱ ভৱা সময়তকৈ আগেয়েই হ'ল আৰু তাৰ ইতিহাসেই হ'ল আমাৰ আজিৰ কাহিনী।

ৰসায়ন বিজ্ঞানৰ কৃতী ছাত্ৰ হিচাপে বিপুলে জানিছিল যে তেল উদ্যোগত ব্যৱহাৰৰ বাবে বৃহৎ পৰিমাণৰ পনীয়া নাইট্ৰোজেনৰ আৱশ্যক আৰু অসমতে নিতৌ নতুন নতুন তৈলক্ষেত্ৰ আৱিষ্কৃত হ'বলৈ ধৰা কথাটো বিবেচনা কৰি বিপুলে পনীয়া নাইট্ৰোজেন উৎপাদন কৰা উদ্যোগ এটা গঢ়ি তুলিবলৈ থিৰাং কৰিলে। তদুপৰি প্ৰধান কেঁচামাল যিহেতু স্বয়ং পবন দেৱতাই যোগান ধৰিবলৈ সদাপ্ৰস্তুত হৈ আছে গতিকে পাগুৱ-বৰ্জিত অসমতো কেঁচামালৰ

অভাৱ নহ'ব। আনহাতে পনীয়া নাইট্ৰোজেন উৎপাদনৰ বাবে আৱশ্যকীয় কেঁচামাল বায়ুৰ অভাৱ বুলি বিত্তীয় অনুষ্ঠানে অন্ততঃ প্ৰকল্পটোৰ প্ৰস্তাৱ নাকচ কৰিব নোৱাৰিব।

পাগলদিয়াৰ পাৰে পাৰে ধমধমালৈ যোৱা ৰাস্তাটোৰ পশ্চিম-উত্তৰ পিনে কাহানিও পাগলদিয়াই দৃষ্টি দিব নোৱাৰা ১৫ বিঘা খুব ওখ মাটি বিপুলে কিনি ল'লে। ডাঙৰ পুতেকৰ মৰ্ম্মবেদনা উপলব্ধি কৰি দেউতাকে টাউনৰ তিনি বিঘামান মাটি বিক্ৰী কৰি দি আৱশ্যকীয় ধনৰ যোগান ধৰিলে আৰু উদ্যোগটো স্থাপনৰ বাবে প্ৰাৰম্ভিক ব্যৱস্থা গ্ৰহণ কৰিবলৈ বিপুলে তলৰ মাটি ওপৰ কৰিবলৈ ধৰিলে। ঋণৰ বাবে বিত্তীয় অনুষ্ঠানৰ ওচৰ চপা সময় আহি পৰিল। প্ৰকল্পটোৰ অনুমেয় খৰচ হ'ল ৫০ লাখ টকা। কেন্দ্ৰীয় চৰকাৰে আনুষঙ্গিক উদ্যোগ স্থাপনৰ বাবে নিতৌ উদগনি দিয়ে আছে, গতিকে বিপুল নিশ্চিত আছিল বেংক বা বিত্তীয় অনুষ্ঠানৰ সঁহাৰি উৎসাহজনক হ'ব। পিছে নলবাৰীত অৱস্থিত বিভিন্ন বেংকৰ শাখাসমূহৰ ইমান টকাৰ ঋণ দিয়া ক্ষমতা নাই বাবে বিপুলে গুৱাহাটীত অৱস্থিত বিভিন্ন বেংকৰ মুখ্য কাৰ্যালয় আৰু চৰকাৰী বিত্তীয় অনুষ্ঠানসমূহৰ লগত যোগাযোগ আৰম্ভ কৰিলে। প্ৰথমতে দেখা কৰিলে ৰাজ্যিক বিত্তীয় নিগমৰ মুৰব্বী অশ্বিনী পাঠকক। অসমৰ ক্ষিপ্ৰ উদ্যোগীকৰণৰ বাবে এই গৰাকী বিষয়া আগ্ৰহশীল বুলি নাম এটা আছে, তেওঁ এই বিষয়ে কাগজে-পত্ৰেও বহুতো লিখা-লিখি কৰিছে। বিপুল প্ৰায় নিশ্চিত আছিল যে পাঠকৰ পৰা ভাল সঁহাৰি পাব। তদুপৰি পাঠকৰ লগত তাৰ ঘনিষ্ঠতাও আছে। এটা নিৰ্দিষ্ট সোমবাৰে বিপুল ৰাতিপুৱা চাৰে দহ বজাত পাঠকৰ কাৰ্য্যালয় পালেহি। লগে লগে আৰম্ভ হ'ল সীমাহীন প্ৰতীক্ষাৰ হতাশাগ্ৰস্ত দিনবোৰ। ৰাতিপুৱা চাৰে দহ বজাত কাৰ্যালয়টোৰ ভিতৰলৈ সোমাই গৈ বিপুল আচৰিত হ'ল: কোনো বিষয়া বা কৰ্ম্মচাৰী এতিয়াও আহি পোৱা নাই। যি নহওক ১১ বজামানৰ

পৰা তেৰাসৱৰ লাহে-ধীৰে আবিৰ্ভাৱ হ'বলৈ ধৰিলে যদিও প্ৰত্যেকে চাহ কাপৰ বাবেহে ব্যস্ত হৈ পৰা পৰিলক্ষিত হ'ল। সুদীৰ্ঘ দুঘণ্টা অপেক্ষা কৰাৰ পিছতো যেতিয়া পাঠকৰ আবিৰ্ভাৱ নহ'ল তেতিয়া বিপুলে আন এগৰাকী উচ্চপদস্থ বিষয়া প্ৰমোদ চৌধুৰীৰ ওচৰ চাপিল। প্ৰমোদ চৌধুৰীৰ কথা শুনি বিপুলে প্ৰমাদ গণিলে। সাধাৰণ শিষ্টাচাৰখিনিৰ বাবে চৌধুৰী চাহাব আগ্ৰহী বুলি তেওঁৰ সাত শতৰুৱেও দুষিব নোৱাৰিব। সময় নষ্ট নকৰি পোনেই বিপুলক ক'লে, "আজি পাঠক চাহাবৰ লগত দেখা কৰা সম্ভৱ নহ'ব , এতিয়া তেওঁৰ মন্ত্ৰীৰ লগত মিটিং আছে— মিটিং শেষ হয় মানে গধূলিও হব পাৰে।" বিপুল সহজে হতাশ হোৱা বিধৰ ব্যক্তি নহয়। নলবাৰীলৈ উভতি যোৱাৰ পৰিবৰ্তে জালুকবাৰীত থকা তাৰ বাইদেৱেক বিনুৰ ঘৰতে ৰাতিটো কটাবলৈ ঠিক কৰিলে। বিনুৰ গিৰিয়েক প্ৰদীপ ইঞ্জিনীয়াৰিং কলেজৰ অধ্যাপক। বিপুল অহা বাবে প্ৰদীপ খুব আনন্দিত হ'ল যদিও তাৰ আগমনৰ উদ্দেশ্য শুনি ক'লে— 'বিপুল তোমাক নিৰাশ নকৰো , কিন্তু এই প্ৰকল্প কাৰ্যকৰী কৰিবলৈ হ'লে তুমি ইটো অফিচৰ পৰা সিটো অফিচলৈ দৌৰাদৌৰি কৰি যথেষ্ট হাৰাশাস্তি হব লাগিব— সহজে হতাশ হ'লে নহব পিছে।" "—চাওঁ দিয়াচোন, ভিনদেউ— ধৈৰ্য কাৰ বেছি। জানেই নহয়, মই সহজে এৰি দিয়া ভকত নহয়। বোলে, নমৰে মানে চাবা, নুবুৰে মানে বাবা।"

পিছদিনাও ঠিক চাৰে ১০ বজাত গৈ বিপুল বিত্তীয় নিগমৰ কাৰ্যালয়ত হাজিৰ হ'ল। ১১ বজামানত পাঠক আহিল। দৰ্শনপ্ৰাৰ্থীৰ ভিৰে যথেষ্ট কোলাহলৰ সৃষ্টি কৰিছে— সৰহভাগেই অনা-অসমীয়া গোষ্ঠীৰ ব্যৱসায়ী। তথাপি দৰ্শনপ্ৰাৰ্থীৰ তালিকাত বিপুলৰ নামটো দেখি চক্ষুলজ্জাৰ বাবেই হওক বা আন কিবা কাৰণতেই হওক পাঠকে বিপুলক মাতি পঠিয়ালে। বিপুলক অগ্ৰাধিকাৰ দিয়া বাবে পাঠকৰ ব্যক্তিগত সহকাৰীজন অসন্তুষ্ট হ'ল

যে বিপুলে ভালদৰে বুজিলে। নকলেও হব যে পাঠকৰ লগত সাক্ষাৎ কৰাই দিব বুলি ব্যক্তিগত সহকাৰী নৰেণ বৰা ইতিমধ্যে কেবাজনৰো ওচৰত প্ৰতিশ্ৰুতিবদ্ধ আছিল— বহুতো 'কিবাকিবিৰ' বাবে। "হঠাৎ যে শৰ্মা ? ভালে আছে নে ?"— সম্ভাষণ জনাই পাঠকে বিপুলক বহিবলৈ ক'লে।

বিপুলে ক'লে, "হঠাৎ নহয় দেই। কালি প্ৰায় গোটেই দিনটো অপেক্ষা কৰি উভতি গৈছো। নলবাৰীৰ পৰা নিতৌ অহাটো সম্ভৱ নহয়। গতিকে কালি বাইদেউৰ তাত থাকি গলো। আপোনাৰ লগত মোৰ বৰ জৰুৰী কাম এটা আছে।" বিপুলৰ কথা শুনি পাঠকে কামটোনো কি কবলৈ ক'লে।

বিপুলে চমুকৈ তাৰ প্ৰস্তাৱিত উদ্যোগটোৰ কথা ক'লে। তাৰ কথা শুনি পাঠক গম্ভীৰ হ'ল আৰু অলপ সময় মনে মনে থাকি ক'লে,— "এই বিষয়ে আপোনাৰ লগত বিতংভাৱে কথা পাতিব লাগিব। আজি দৰ্শনাৰ্থীৰ ভিৰ দেখিছেই নহয়— আগেয়ে সময় দিয়া আছে।"

পাঠকৰ কথাত বিপুলে তপৰাই মাত দিলে,— "তেনেহ'লে কাইলৈ আহোঁ।"

"ওহো কাইলৈও নহব। কাইলৈ মই খুব জৰুৰী কামত আমাৰ মন্ত্ৰীৰ লগত দিল্লীলৈ যাম।" পাঠকে কেলেণ্ডাৰখনলৈ চাই অলপ ভাবি ক'লে, "আপুনি অহা মাহৰ ৩ তাৰিখে আহক।"

"সেয়া দেখোন ২৫ দিন পিছৰ কথা। বহুতো পলম হৈ যাব। অলপ সোনকালে নোৱাৰিবনে ?"

পাঠকে আৰু বেছি গম্ভীৰ হৈ ক'লে— "একেবাৰে অসম্ভৱ। আপুনি ইতিমধ্যে আন আন কামবোৰ আগ বঢ়াওক। বিশেষকৈ জিলা উদ্যোগ কেন্দ্ৰত পঞ্জীয়ন কৰাই লওক।"

অৱশেষত বিপুল উপায়হীন হৈ জিলা উদ্যোগ কেন্দ্ৰলৈ ঢাপলি মেলিলে। ইয়াৰ কথাবোৰ আকৌ এখোপ চৰাহে। এঘণ্টামান

অপেক্ষা কৰাৰ পিছত উদ্যোগ কেন্দ্ৰৰ অধিকৰ্ত্তা ফুকনৰ লগত সাক্ষাত হ'ল। বিপুলৰ প্ৰস্তাৱনা শুনিয়েই ফুকনে তত্তালিকে উত্তৰ দিলে,— "এতিয়া আমাৰ হাতত কোনো 'শ্বেড' বা মাটি নাই। আপুনি নতুন বাজেট হোৱাৰ পিছতহে খবৰ কৰিব।" ফুকনৰ কথাত বিপুলৰ ধৈৰ্যচ্যুতি হ'বৰ উপক্ৰম হৈছিল যদিও নিজক চম্ভালি গম্ভীৰভাৱে ক'লে— "মিঃ ফুকন, আপুনি মোৰ গোটেই কথাটো নুশুনাকৈয়ে সিদ্ধান্ত এটা লৈছে। মই 'শ্বেড' বা মাটি বিচাৰি অহা নাই। উদ্যোগটোৰ বাবে মই ইতিমধ্যে মাটি ১৫ বিঘা কিনিলোঁ। বিত্তীয় নিগমৰ পৰিচালন সঞ্চালক পাঠকৰ পৰামৰ্শমতে মই প্ৰস্তাৱিত উদ্যোগটো পঞ্জীযন কৰিবলৈহে আহিছো। পঞ্জীয়নৰ বাবে দৰ্খাস্ত কৰিবলৈ আৱশ্যকীয় প্ৰপত্ৰখন দিয়ক।" বিপুলৰ কথাত ফুকনে খুব লাজ পালে আৰু পিয়নটোক মাটি প্ৰপত্ৰ এখন আনি দিবলৈ ক'লে। পিয়নজনে তপৰাই উত্তৰ দিলে,— "ছাৰ, ফৰ্ম শেষ হৈছে। নতুনকৈ ছপাবলৈ দিয়া হৈছে। ৪।৫ দিন পিছতহে পোৱা যাব।"

পিয়নৰ কথা শুনি বিপুলে ত্ৰাহি মধুসূদন সুঁৱৰিলে। পৰিস্থিতিটো সহজ কৰিবলৈ ফুকনে ক'লে, "শৰ্মা, আপুনি ইতিমধ্যে গৈ ঔদ্যোগিক নিগমৰ পৰা অনুজ্ঞা পত্ৰখন আৰু নিগমৰ 'আপত্তি নোহোৱা' প্ৰমাণ-পত্ৰ এখন যোগাৰ কৰক। তেতিয়াহ'লে আপোনাৰ প্ৰস্তাৱিত উদ্যোগটো পঞ্জীযন কৰা উজু হব। নিগমে এনে ধৰণৰ প্ৰকল্পৰ ভৱিষ্যত উজ্জ্বল বুলি পতিয়ন গ'লে হয়তো ৰাজ্যিক চৰকাৰেও প্ৰকল্পটো স্থাপন কৰোতে হবলগীয়া দহ শতাংশ বহন কৰি অংশীদাৰ হবলৈও ৰাজী হব পাৰে।"

ফুকনে আশাৰ বাণী শুনাবলৈ চেষ্টা কৰিছে বুলি বিপুলে বুজি পালে আৰু কোনো প্ৰতিক্ৰিয়া প্ৰকাশ নকৰি নমস্কাৰ জনাই ঔদ্যোগিক নিগমমুৱা হ'ল। ঔদ্যোগিক নিগমৰ কাৰ্যালয় ব্যতিক্ৰম হ'ব বুলি সি ভবা নাছিল , কিন্তু পৰিচালন সঞ্চালক গৰাকীয়ে নিজে

ওলাই আছি তাক আগবঢাই নিয়া দেখি আচৰিত হ'ল। বেছি আচৰিত হ'ল যেতিয়া পৰিচালন সঞ্চালক বৰুৱাই 'দাদা' বুলি সম্বোধন কৰি ক'লে,— "দাদা, মই আপোনাৰ সৰুভাই ইন্দ্ৰৰ সহপাঠী। কি কাম আছে কওক!"

বিপুলৰ কথা শুনি বৰুৱাৰ ঔৎসুক্য নিবাৰণ হ'ল যদিও উৎসাহৰ মাত্ৰা হ্ৰাস পোৱা যেনহে অনুমান হ'ল। নিৰুদ্বেগ ভাষাৰে বিপুলক সুধিলে,— "দাদা, কিমান বিজুলী শক্তিৰ আৱশ্যক হ'ব বাৰু?"

প্ৰায় ২০০ কিলোৱাট।

"তেনেহ'লে বিদ্যুৎ পৰিষদৰ মুখ্য অভিযন্তাৰ পৰা আপুনি এখন চিঠি লিখাই অনাওক যে ২০০ কিলোৱাট বিদ্যুৎ যোগান ধৰা সম্ভৱ হ'ব, তেতিয়াহে আমি অনুমোদন জনাব বা অনুজ্ঞা-পত্ৰ দিব পাৰিম। তাত বাদেও আপুনি পৰিসংখ্যা কিছুমান আমাক দিব লাগিব। অৰ্থাৎ তেল আৰু গেছ আযোগ আৰু অইল ইণ্ডিয়াক কিমান পনীয়া নাইট্ৰোজেনৰ আৱশ্যক আৰু এতিয়া এই প্ৰতিষ্ঠান দুটাই কৰ পৰা যোগান পাইছে।"

বৰুৱাৰ কথাৰ উত্তৰ বিপুলে অতি নম্ৰভাৱে দিলে,— "বৰুৱা, এই পৰিসংখ্যাবোৰ নিগমেহে আমাক দিব লাগে। তদুপৰি এনে ধৰণৰ পৰিসংখ্যাবোৰ যোগাৰ কৰাটো আপোনালোকৰ বাবে বহুতো বেছি উজু। বিদ্যুৎ পৰিষদলৈ যাম বাৰু; আৰু দুই এদিনৰ ভিতৰতে পৰিষদৰ পৰা আৱশ্যকীয় আশ্বাস-পত্ৰখন আনি দিম।" বিপুলৰ কথাত বৰুৱাই লাজ পালে আৰু অস্বস্তিকৰ পৰিবেশটো সহজ কৰিবলৈ অনুৰোধ কৰিলে,— "দাদা, চাহ একাপ খাওক।"

"হ'ব বাৰু। আপোনাৰ আনটো প্ৰশ্নৰ উত্তৰ হ'ল - এতিয়া উক্ত প্ৰতিষ্ঠান দুটাই সুদূৰ সিন্দ্ৰীৰ পৰা পনীয়া নাইট্ৰোজেন আনি আছে।"

বৰুৱাই এইবাৰো নিৰস্ত নহৈ সুধিলে,— "সিন্দ্ৰীতকৈ আপুনি

কম বা সমান মূল্যত দিব পাৰিব জানো ?" বৰুৱাৰ কথাত বিপুল আচৰিত হ'ল আৰু অলপ উত্তেজিত সুৰত ক'লে,— "এইটোতো সাধাৰণ বুদ্ধিৰ কথা। কাৰণ নলবাৰীৰ পৰা তুলীয়াজান-নাহৰকটীয়া আদি ঠাইলৈ সিন্ধ্ৰীৰ পৰা অনা খৰচতকৈ পৰিবহন খৰচ বহুত কম হ'ব— তাৰ ওপৰত বিতৰ্কৰ স্থল নাই।" বৰুৱাৰ মুখে সঘনাই বৰণ সলনি কৰিবলৈ ধৰিলে। ইতিমধ্যে চাহ আহি পোৱাত যেনিবা বৰুৱাই স্বস্তিৰ নিশ্বাস পেলালে। চাহ-পৰ্ব শেষ হয় মানে চাৰি বাজি গ'ল। বিপুলে বুজিলে আজি আৰু বিদ্যুৎ পৰিষদৰ কাৰ্যালয়লৈ যোৱা নহ'ব।

সিপিনে ঘৰত গৃহিণী মাধুৰীৰ অকলশৰীয়া অৱস্থাটোৰ কথা চিন্তা কৰি বিপুল আজি নলবাৰীমুৱা হ'ল, তদুপৰি বিপুলে ধনতোলাৰ পৰিৱেশটো এৰি বেছিদিন বাহিৰত থাকিবলৈ খুব টান পাইছিল। অৱশ্যে দুই-এদিনৰ ভিতৰতে পুনৰ উভতি আহিবলৈ মনত পাঙিলে।

ঠিক ভবামতেই দুদিন পিছত বিপুল পোনে পোনে আহি বিদ্যুৎ পৰিষদৰ মুখ্য অভিযন্তা দুৱৰাৰ লগত দেখা কৰিলে। আচলতে দুৱৰা কিবা ব্যতিক্ৰম হ'ব বুলি বিপুলে আশা কৰা নাছিল, পিছে ভদ্ৰলোকৰ সন্তান ভদ্ৰলোক দুৱৰা ব্যতিক্ৰম বুলিয়েই পৰিগণিত হ'ল। বিপুলক আশ্বাস দি ক'লে, "আপোনালোকৰ দৰে শিক্ষিত ডেকাসকল উদ্যোগ স্থাপনৰ বাবে আগবাঢ়ি অহাটো খুব সুখৰ কথা হৈছে। আপোনাৰ দৰ্খাস্তখন দিয়ক, মই আজি— এতিয়াই আশ্বাস-পত্ৰখন চহী কৰি দিম।" দুৱৰাৰ তৎপৰতা বিপুলৰ বাবে অপ্ৰত্যাশিত আছিল। বিপুলৰ দৰ্খাস্তৰ ওপৰত দুৱৰাই দিয়া আদেশটো পাই কাৰ্যবাহী অভিযন্তা এজন প্ৰায় উত্তেজিত হৈ দুৱৰাৰ কমলৈ সোমাই আহি অনুযোগৰ সুৰত ক'লে, "ছাৰ, বৰ্তমান পৰিস্থিতিত নতুনকৈ দুশ কিলোৱাটৰ বাবে আশ্বাস দিয়াটো ঠিক নহ'ব। ছমাহমান অপেক্ষা কৰিবলৈ ক'লেহে ভাল হ'ব।

কাৰ্যবাহী অভিযন্তা বপুৰাৰ কথাত দুৰবাই মিচিকিয়াই হাঁহিলে যদিও বেছ খঙৰ সুৰতেই ক'লে, "নেওগ, মই আপোনালোকৰ যুক্তি বিচাৰি নাপাওঁ। এখেতক দুশ কিলোৱাটৰ আশ্বাস দিব নোৱাৰি যদি কালিনো কেনেকৈ ৰাজস্থানৰ পৰা আহি বোকাজানত চিমেণ্ট ফেক্টৰী স্থাপন কৰিবলৈ ওলোৱা প্ৰতিষ্ঠানটোক ৫০০ কিলোৱাটৰ আশ্বাস দিলে ?" নেওগৰ মুখৰ বৰণ কেঁহৰাজ বটা যেন হ'ল। দুৰবাই তিমানতে ক্ষান্ত নহৈ আকৌ ক'লে, "শুনক নেওগ, আৱশ্যক হ'লে আনক বঞ্চিত কৰি হ'লেও থলুৱা উদ্যোগীক অগ্ৰাধিকাৰ দিবই লাগিব, এই ক্ষেত্ৰত মই আপোনালোকৰ কোনো ওজৰ-আপত্তি গ্ৰাহ্য কৰিবলৈ ৰাজী নহয়। তদুপৰি আপোনালোকৰ অনুচৰবৃন্দই নিতৌ হেজাৰ হেজাৰ কিলোৱাটৰ বিদ্যুৎ চুৰ কৰিবলৈ দিয়া সুযোগবোৰ বাতিল কৰিলেও সমস্যা সমাধানৰ পথ চমু হ'ব।"

নেওগ মনে মনে থকা দেখি প্ৰায় চিঞৰি কোৱাৰ দৰে দুৰবাই ক'লে, "যাওক, এতিয়াই আশ্বাস-পত্ৰখন টাইপ কৰাই লৈ আহক।" নেওগ মনে মনে ওলাই গ'ল। দুৰবাই নীৰৱতা ভংগ কৰি অনুশোচনাৰ সুৰত ক'লে, "বুজিছে শৰ্মা, ন্যস্তস্বাৰ্থৰ জালখন ইমান বহলকৈ পাতি থোৱা হৈছে যে কৰো বুলি কাম এটা কৰিব নোৱাৰি। আপুনি বেযা নাপাব— মোৰ খং উঠি গ'ল। কিমান সহ্য কৰিব ?" অলপ বৈ আকৌ ক'লে "উদ্যোগীকৰণৰ কথা কাগজে-পত্ৰই খুবেই কোৱা হয়— প্ৰচাৰৰ অভাৱ নাই, কিন্তু সংশ্লিষ্ট বিভাগসমূহৰ মাজত কোনো বুজাবুজি বা সমন্বয় নাই। আপুনিযেই ভাবি চাওকচোন পঞ্জীযন-পত্ৰ দিব জিলা উদ্যোগ কেন্দ্ৰই, অনুজ্ঞা-পত্ৰ দিব ঔদ্যোগিক নিগমে আৰু বিত্তীয় নিগমে যোগান ধৰিব আৱশ্যকীয় বিত্তৰ। ঔদ্যোগিক নিগম বা জিলা উদ্যোগ কেন্দ্ৰই কিয় বাৰু বছৰটোৰ আৰম্ভণিতে আমাৰ পৰা নিশ্চিত কৰি লব নোৱাৰে বছৰটোৰ ভিতৰত পৰিষদে কিমান নতুন বিদ্যুৎ সংযোগ দিব পাৰিব ?"

তুৰবাৰ কথা শুনি বিপুলে ক'লে, "বুজিছে তুৰবা ডাঙৰীয়া, যোৱা ২০।২২ দিন বিভিন্ন কাৰ্যালয়লৈ মাকো মাৰি যিটো বুজিছো— এজন বিষয়া বা কৰ্মচাৰীৰো দায়বদ্ধতা নাই— নিজৰ কৰণীয় সম্পৰ্কে অকণো সজাগ নহয়। সবাৰোপৰি আপুনি কোৱাৰ দৰে সংশ্লিষ্ট বিভাগসমূহৰ মাজত কোনো সমন্বয় নাই। পিছে কিবা এটাতো উপায় উলিয়াব লাগিব। আপুনি কি ভাবে ?"

বিপুলৰ কথাত তুৰবাই উৎসাহিত অনুভৱ কৰি ক'লে, "বুজিছে শৰ্মা, ইয়াৰ একমাত্ৰ উপায় হ'ল 'ছিঙ্গল উইণ্ডো কনচেপ্ট' অৰ্থাৎ এনেটা অফিচতে বা এনেখন মেজৰ পৰায়ে সকলো সা-সুবিধাৰ ব্যৱস্থা কৰি দিয়া। এইটো কৰিবলৈ গ'লে ন্যস্তস্বাৰ্থৰ চক্ৰ জাঙুৰ খাই উঠিব ; কিন্তু আপোনাৰ দৰে আদৰ্শক উচ্চস্থান দিয়া ব্যক্তিসকলে চেষ্টা কৰি চাব পাৰে। এই সন্দৰ্ভত আপুনি উদ্যোগ বিভাগৰ সঞ্চালক শীতাংশু দাসৰ লগত আলোচনা কৰি চাব পাৰে, ল'ৰাটো উৎসাহী আৰু সৎ। তদুপৰি ৰঙা ফিটাৰ বেহু ভাঙি দিবলৈ হেনো শীতাংশু খুব ব্যগ্ৰ।"

ইতিমধ্যে নেওগে আৱশ্যকীয় কাগজ-পত্ৰ তুৰবালৈ পঠাই দিছিল। তুৰবাৰ পৰা প্ৰতিশ্ৰুতি-পত্ৰখন লৈ বিপুল যাবলৈ ওলাইছেহে মাথোন— এনেতে তুৰবাই পিছপিনৰ পৰা মাত লগাই ক'লে, "শৰ্মা, শুনক, আপোনাৰ কাম আগবাঢ়িবলৈ মই প্ৰতিশ্ৰুতি-পত্ৰখন চহী কৰি দিলো, কিন্তু গৰমপানীৰ প্ৰকল্পটো কাৰ্যক্ষম হোৱাৰ আগেয়ে বিদ্যুৎ সংযোগ পাবলৈ আশা নকৰিব। বাতৰি কাকতত দেখিছেই নহয়—আমাৰ বঙাইগাওঁ আৰু নামৰূপৰ উৎপাদন কেন্দ্ৰত সঘনে বিজুতি ঘটি আছে। আনহাতে চন্দ্ৰপুৰৰ কথা নকলোৱেবা।"

"হব বাৰু— আগেয়ে হৈ উঠকচোন।" তুৰবাৰ কথাৰ উত্তৰ দি বিপুল এইবেলি আকৌ ঔদ্যোগিক নিগমৰ অফিচ পালেহি। মুৰব্বী বৰুৱাক নাপাব বুজি বিপুলে আগধৰিয়ে অনুমান কৰিছিল।

গতিকে মুখ্য অধিকৰ্তা নাজিৰ আহমেদৰ লগত দেখা কৰি বিদ্যুৎ পৰিষদৰ প্ৰতিশ্ৰুতি-পত্ৰখন দাখিল কৰিলে। অনবৰত তামোল খাই থকা আহমেদ চাহাবে দুদিন পিছত খবৰ কৰিবলৈ ক'লে। কথা শুনি বিপুলে ক'লে, "দেখক আহমেদ চাহাব, কিমান ঘূৰিম আৰু? যোৱা এমাহে প্ৰায় ইযাৰ পৰা তালৈ, তাৰ পৰা ইয়ালৈ দৌৰি ফুৰোঁতেই গৈছে, আপোনালোকৰ মুৰব্বী বকুৱাৰ পৰামৰ্শ মতেই কাগজ-পত্ৰ যোগাৰ কৰি লৈ আহিছো, আৰু নো কিমান ঘূৰাব?" বিপুলৰ কথাত আহমেদে ক'লে,— "লাভৰ মুখ দেখিবলৈ হ'লে কিছু ঘূৰাঘূৰি কৰিবই লাগিব। বাৰু সি যি নহ'ওক, আপুনি সন্ধিয়া এবাৰ মোৰ ঘৰলৈ আহক— তেতিয়া বিতং কথা হম।" বিপুলৰ এইবেলি পিছে ধৈৰ্যচ্যুতি হ'ল আৰু উত্তেজিত সুৰত আহমেদক প্ৰত্যাহ্বান জনালে,— "যিটো কাম এতিয়া আপোনাৰ অফিচত হব নোৱাৰে--সেই কামটো সন্ধিযা আপোনাৰ ঘৰত কেনেকৈ হব বাৰু? তদুপৰি সন্ধিয়ালৈ থকাৰ মোৰ উপায নাই— মই নলবাৰীলৈ আজিযেই উভতি যাব লাগিব, কিন্তু এটা কথা জানি থওক— মই দুৰ্নীতিৰ আশ্ৰয লৈ আপোনালোকৰ পৰা অনুজ্ঞা-পত্ৰ উলিযাবলৈ ৰাজী নহয।" বিপুলৰ কথাত আহমেদে মিচিকিযাই হাঁহি ক'লে— "আপুনি অনভিজ্ঞ, আপোনাৰ উদ্যোগ স্থাপন হোৱাৰ কোনো সম্ভাৱনা মই দেখা নাই।"

বিপুল বিৰক্ত হৈ ওলাই আহিল আৰু শীতাংশু দাস অফিচৰ পৰা ঘৰলৈ যাবলৈ ওলোৱাৰ লগে লগে আহি হাজিৰ হ'ল। বিপুলক দেখি শীতাংশু উভতি গৈ নিজৰ চকীখনত আকৌ বহিল আৰু বিপুলক অতি আগ্ৰহেৰে সম্ভাষণ জনাই বহিবলৈ ক'লে।

প্ৰায যোৱা এমাহ ধৰি হোৱা বিপুলৰ অভিজ্ঞতাৰ কথা শুনি শীতাংশু মৰ্মাহত হ'ল আৰু অতি আবেগিক সুৰত বিপুলক ক'লে, "ছাৰ, আপুনি নমস্য ব্যক্তি। আপোনাৰ কথা অসমত কোনে নাজানে? পিছে আপোনাৰেই যেতিয়া এইখন লটি-ঘটি হৈছে—

তেতিয়া ঘটিৰাম বাতিৰামৰ কথা চিন্তা কৰি চাওকচোন। মই হতাশ হৈ গৈছো, ছাৰ।"

"কিন্তু হতাশ হ'লেতো সমস্যাৰ সমাধান নোলাব। কিবা এটা উপায় কৰিবই লাগিব।"

সুবিধা পাই বিপুলে শীতাংশুক "ছিঙ্গল উইণ্ডো" সূত্ৰটোৰ কথা ক'লে। বিপুলৰ কথা শুনি দাসে প্ৰায় জাপ মাৰি উঠাৰ দৰে ক'লে— "ছাৰ, মোক ক'লে কি হ'ব? আপুনি এই বিষয়ে মুখ্য মন্ত্ৰী আৰু উদ্যোগ বিভাগৰ মন্ত্ৰীক পৰিষ্কাৰ নিযাওক। আপুনি হয়তো শুনি ভালেই পাব যে যোৱা ৬।৭ মাহ ধৰি এই কথাটোকে কেন্দ্ৰ কৰি মোৰ অফিচ আৰু সচিবালয়ৰ মাজত এখন শেষ নোহোৱা বিতৰ্ক চলি আছে, টাইপ কৰিবলৈ বহুতো কাগজ ব্যৱহাৰ কৰা হৈছে, কিন্তু বিশ্লেষণ কৰিলে দেখিব যে সিদ্ধান্ত এটা লোৱাৰ দায়িত্ব গ্ৰহণ কৰিবলৈ কোনো ৰাজী নহয়। গতিকে আপুনি কথাটো মুখ্যমন্ত্ৰীৰ পৰ্যায়লৈ লৈ গ'লে কিবা এটা হলেও হব পাৰে। শীতাংশুৰ কথা শুনি বিপুলে ক'লে, "চাওঁ, টেলিফোনটো দিয়াচোন— মুখ্যমন্ত্ৰীক ফোন এটা কৰি চাওঁ।"

কেবাবাৰো চেষ্টা কৰাৰ পিছত যেনিবা মুখ্যমন্ত্ৰী হৰ্ষ মহন্তই ফোন ধৰিলে।

"হেৰা হৰ্ষ নেকি হে? মই বিপুলদাই কৈছো। .. মোৰ ভালেই। পিছে তোমাক মই এবাৰ লগ পাবলৈ বিচাৰিছো। ...ভাল বাৰু। মোৰ লগত উদ্যোগ বিভাগৰ সঞ্চালক দাসকো লৈ যাম। কিবা আপত্তি আছে নেকি? ঠিক আছে—তেনেহ'লে সন্ধিয়া ঠিক ছয়বজাত আহিম।"

ছয় বজাত মুখ্যমন্ত্ৰীৰ তাত উপস্থিত হৈ উদ্যোগ মন্ত্ৰী পবিন হাজৰিকাকো একেলগে পাই বিপুলে খুব উৎসাহিত অনুভৱ কৰিলে আৰু বিগত এমাহৰ অভিজ্ঞতাৰ বিৱৰণ দি অনুযোগৰ সুৰত ক'লে, "শুনা হৰ্ষ, তোমালোকক আমি বহু আশা কৰি ক্ষমতাসীন

কৰাইছো— জানাই নহয়, ইযাৰ পিছত আছে অলেখজনৰ অপৰিসীম ত্যাগ আৰু অবৰ্ণনীয় কষ্ট স্বীকাৰ। নীতি এটা গ্ৰহণ কৰি সন্তুষ্ট থাকিলেই নহব— তাক কাৰ্যকৰী কৰিলেহে এই দুৰ্ভগীয়া জাতিটোৱে আশাৰ মুখ দেখিবলৈ পাব। ক্ষুদ্ৰ ক্ষুদ্ৰ উদ্যোগ স্থাপনৰ ক্ষেত্ৰত যদি তোমালোকে ঘোষণা কৰা উদ্যোগনীতিৰ সফল ৰূপায়ণ বিচাৰা, তেনেহলে মই— এইমাত্ৰ উল্লেখ কৰা 'ছিঙ্গল উইণ্ডো কনচেপ্ট'টো (Single Window Concept) কাৰ্যকৰী কৰিবলৈ ব্যৱস্থা লোৱা। নহলে বিভিন্ন প্ৰতিষ্ঠান আৰু বিত্তীয় অনুষ্ঠানসমূহৰ ৰঙাফিটাৰ মেৰপাকত তোমালোকৰ উদ্যোগনীতিৰ অকাল-মৃত্যু হ'ব।"

বিপুলৰ কথা শুনি মুখ্যমন্ত্ৰীয়ে হাজৰিকা আৰু দাসৰ পিনে চাই ক'লে, "পৰামৰ্শটো মোৰ মনোগ্ৰাহী হৈছে। সকলো দিশ সামৰি প্ৰস্তাৱ এটা দিয়কচোন।"

ইমান দিনৰ পিছত বিপুলে কিবা এটা কৰিবলৈ সমৰ্থ হ'ল বুলি আত্মতৃপ্তি লভিলে। মুখ্যমন্ত্ৰীক ধন্যবাদ জনাই নলবাৰীমুৱা হ'ল।

বহুতো বাধা-বিঘিনি অতিক্ৰম কৰি অৱশেষত বিত্তীয় নিগমৰ ওচৰত ঋণৰ দৰ্খাস্তখন দাখিল কৰিলে। দুমাহ পাৰ হৈ গ'ল— দৰ্খাস্তখন বিবেচনা কৰা পৰ্যাযতে আছে বুলি এটা সদ্যপ্ৰস্তুত উত্তৰ পাবলৈ ধৰিলে। বিপুলৰ বিৰক্তি লাগি আহিল। মাহৰ পিছত মাহ পাৰ হৈ গ'ল। প্ৰায় ছমাহ পিছত নলবাৰীত মিটিং এখনত উদ্যোগমন্ত্ৰী হাজৰিকাৰ লগত দেখা হ'ল। দেখা হোৱাৰ লগে লগেই বিপুলে সুধিলে, "হেৰি হাজৰিকা, প্ৰস্তাৱটোৰ কি হ'ল ?"

হাজৰিকাই অতি আগ্ৰহেৰে ক'লে, "হয়, আপুনি কোৱাৰ সাত দিনৰ ভিতৰতে দাসে কঠোৰ পৰিশ্ৰম কৰি আঁচনি এখন তৈয়াৰ কৰি দাখিল কৰিলে আৰু মই মুখ্যমন্ত্ৰীৰ অনুমোদনৰ বাবে পঠোৱাৰ পাঁচ মাহৰ বেছি হৈ গ'ল। আঁচনিখন মুখ্যমন্ত্ৰীৰ ভাৰ পৰা ওভোতাই পঠোৱা নাই। আপুনি এবাৰ মনত পেলাই দিবচোন।"

"ক্ষিপ্ৰ ঔদ্যোগীকৰণৰ গতি যদি এইটো হয় তেনেহলে ভগৱানে অসমক ৰক্ষা কৰক" বুলি কৈ বিপুল ঘৰমুৱা হ'ল।

ঘৰলৈ আহি বিত্তীয নিগমৰ পৰা অহা চিঠিখন পঢি চাই তাৰ মূৰত সৰগ ভাগি পৰিল। বিত্তীয নিগমে লিখিছে যে কেন্দ্ৰীয় চৰকাৰে "কেন্দ্ৰীয সাহায্য আঁচনি"খন বাতিল কৰিছে, গতিকে বিপুলৰ প্ৰকল্পটোৰ চাৰে বাৰ লাখ টকা ঘাটি হব। এই চাৰে বাৰ লাখ টকাৰ ঘাটি বিপুলে কিদৰে পূৰাব নিগমক তততালিকে জনাব লাগে। বিপুলে বুজিলে তাৰ "উদ্যোগ পৰ্বৰো" ইমানতে অন্ত পৰিল।

পিছদিনাৰ পৰা বিপুলে নিজে প্ৰতিষ্ঠা কৰা "ধনতোলা কালেজলৈ" আকৌ নিযমিতভাৱে অহা-যোৱা আৰম্ভ কৰি দিলে। তাৰ সকলো উদ্যম শেষ হৈ গ'ল— ৰৈ গ'ল তিক্ত অভিজ্ঞতাৰ তিক্ত সোঁৱৰণী।

* * *

# নিবনুৱা বোপা

বিক্ৰী কৰিবলৈ সবলাৰ আৰু কোনো গহনা নাই, এপদ এপদকৈ বিক্ৰী কৰি হাতৰ-কাণৰ সোপাযে শেষ হ'ল। তথাপিও সবলাৰ মনত অকণো দুখ নাই—কাৰণ একমাত্ৰ পুত্ৰ—তাইৰ আলাসৰ লাডু—বিপিনে তাইক নিৰাশ কৰা নাই। বঞ্চিত, বিপৰ্যস্ত জীৱনটোত বৰঞ্চ কেতিয়াবা ইমান সুখ তাইৰ বাবে অসহ্য হৈ উঠে—কাৰণ নগেনে এইবোৰৰ একো উমানে নাপালে। বিপিনক তাইৰ কোলাত এৰিযেই তাৰ দেউতাক নগেনৰ যেতিযা দুদিনৰ অসুখতে অকাল-মৃত্যু হ'ল, তেতিযা সবলাই চাৰিওপিনে অন্ধকাৰ দেখিছিল। বিপিনৰ বযস তেতিযা মাত্ৰ ছমাহ আৰু তাইৰ নিজৰ ২৩৷২৪ বছৰমান। অৰ্থাৎ তাই নিজেও বিপদসীমা অতিক্ৰম কৰা নাই।

বালিঝাৰ এখন অতি পিছপৰা, ভিতৰুৱা অঞ্চলৰ গাঁও আৰু এই গাঁৱৰ পৰিবেশত তাইৰ এই বয়সতে সকলো দিশ চম্ভালি বিপিনক ডাঙৰ-দীঘল কৰা যে কিমান দুৰূহ আছিল তাক কল্পনাহে কৰিব

পাৰি— লিখি বৰ্ণনা কৰিব নোৱাৰি। গাঁৱৰ সৰহভাগ মানুহেই সহানুভূতিশীল আছিল যদিও আটাইবোৰ ধৰ্মৰাজ যুধিষ্ঠিৰৰ ভক্ত আছিল বুলি ন-দি·ক'ব নোৱাৰি। ল'ৰা ডাঙৰ কৰাৰ উপৰিও বহুতৰে লোলুপ দৃষ্টিৰ পৰা নিজক ৰক্ষা কৰাও সৰলাৰ বাবে অতি কষ্টকৰ আৰু ভয়াবহ অভিজ্ঞতা আছিল। তাইৰ এই নিঃসঙ্গ সহায়হীন পৰিস্থিতিত একমাত্ৰ আশাৰ স্থল আছিল বিপিনৰ ভৱিষ্যত। বিপিনৰ জন্ম হোৱাৰ পিছত নগেনে তাৰ ভৱিষ্যত সম্পৰ্কে কৰা জল্পনা-কল্পনাবোৰ মনত পৰিলেই সৰলাৰ চকুলৈ নামি আহে ধাৰাষাৰ বৃষ্টি। তথাপিও মৃত স্বামীৰ লগত অতিবাহিত কৰা দিনবোৰ আৰু স্বামীৰ কল্পনাবোৰ সুঁৱৰি স্বামীৰ চিতাৰ সমুখতে সৰলা দৃঢ়প্ৰতিজ্ঞ হৈছিল যে বিপিনৰ ভৱিষ্যত উজ্জ্বল কৰি তুলিবলৈ তাই সকলো ত্যাগ আৰু কষ্ট স্বীকাৰ কৰিবলৈ সদাপ্ৰস্তুত থাকিব।

প্ৰতিজ্ঞা কৰা সহজ, কিন্তু প্ৰতিকূল পৰিস্থিতিৰ মাজত সেই প্ৰতিজ্ঞা বাস্তৱায়িত কৰা যে কিমান কঠিন কাম— সৰলাই মৰ্মে মৰ্মে উপলব্ধি কৰিলে যেতিয়া বিপিনক হাইস্কুলত নাম লগাই দিয়াৰ সময় আহিল। সৰলাই বিপিনক হাইস্কুলত পঢ়ুৱাবলৈ ওলোৱা শুনি, গাঁৱৰে দুই-এজনীয়ে কোনোৱে শুনাকৈ আৰু কোনোৱে নুশুনাকৈ মন্তব্য দিলে ঃ বোলে "গাত নাই ছাল-বাকলি মদ খায় সাত টেকেলি।" নিঃসহায় বিধৱাজনীয়ে সেই মন্তব্য শুনি দীঘলীয়া হুমুনিযাহ এটা কাঢ়িলে যদিও তাইৰ সঙ্কল্প আৰু বেছি দৃঢ়হে হ'ল। নগেন জীয়াই থাকোতেও যে সিহঁতৰ উভৈনদীৰ সংসাৰ আছিল তেনে নহয়; কিন্তু কাৰো ওচৰত হাত নপতাকৈ নিম্ন মধ্যবিত্তৰ সংসাৰখন চলি গৈছিল— টুকটাককৈ হলেও। নিজৰ চাৰি বিঘা খেতিৰ মাটিত নগেনে নিজে হাল বাই কঠোৰ পৰিশ্ৰম কৰি বছৰটোত আহু আৰু শালি দুয়োটা খেতিয়ে কৰিছিল। ফলত ধানতো কিনিব নালাগিছিলেই— বৰঞ্চ টানে-মস্কিলে অলপ-অচৰপ বিক্ৰীও

কৰিব পাৰিছিল। তদুপৰি ৰবিশস্যৰ বতৰত নিজৰ বাৰীতেই যথেষ্ট পৰিমাণৰ শাক-পাচলি উৎপাদন কৰি আয়ৰ এটা অতিৰিক্ত পথ উলিয়াইছিল। শীতকালত চাৰিও বিঘা মাটিত যি বছৰ নগেনে ঘেঁহু লগাবলৈও প্ৰস্তুতি সম্পূৰ্ণ কৰি তুলিছিল— সেই বছৰতে ভাদমাহত হঠাতে বপুৰা সিফলীয়া হ'ল।

মাকৰ মুখত দেউতাকে কৰা কঠোৰ পৰিশ্ৰমৰ কথা শুনি শুনি বিপিনে ঠিক কৰিছিল যে সিও এজন আদৰ্শ কৃষক হ'ব আৰু দেউতাকে কৰা নাছিল যদিও, সি খেতিৰ বাবে আধুনিক পদ্ধতি প্ৰয়োগ কৰিব। কিশোৰ বিপিনৰ কথা শুনিলে মাকৰ মন এক অব্যক্ত সুখানুভূতিৰে উপচি পৰে আৰু দোকমোকালিতে চোতালখন সাৰি থাকোতে তাই প্ৰিয় সুৰ এটা গুণগুণায়। পিছে বিপিনক শিক্ষিত কৰি তুলিবলৈ অগ্ৰাধিকাৰ দিয়া লক্ষ্যৰ পৰা তাই কোনো-দিনেই বিচ্যুত হোৱা নাছিল। অনভিজ্ঞা আৰু বিশেষ উচ্চশিক্ষা নাপালেও সৰলাই ভালদৰে বুজিছিল যে ভাল খেতিয়ক হ'বলৈ হ'লেও শিক্ষাৰ আৱশ্যক। গতিকে বিপিনক হোষ্টেলত ৰাখি নলবাৰীৰ হাইস্কুলত পঢ়ুৱাবলৈ যেতিয়া বুজন পৰিমাণৰ ধনৰ আৱশ্যক হ'ল তেতিয়া সৰলাই অন্য কোনো উপায় নাপাই নিজৰ যি অলপ গহনা আছিল তাকেই এপদ এপদকৈ বিক্ৰী কৰিবলৈ ধৰিলে। ঘৰত নিজে খেতি কৰিবলৈ বা খেতিৰ তদাৰক কৰিবলৈ কোনো মতা মানুহ নাছিল বাবে মাটি দৰা আধিলৈ দিলে। হালোৱা গৰু দুটা বিক্ৰী কৰি দিও ঋণ এশ পালে। অৱশ্যে খেতিৰ অৱস্থা আগতকৈ বেয়া হ'ল, সুৰেশ মহাজনে কেতিয়াবা আহুখেতি কৰে - কেতিয়াবা নকৰে। মহাজনৰনো কিহৰ অভাৱ? আহু খেতি নকৰিলেও উভৈনদীৰ সংসাৰ। মৰণ সৰলাহঁতৰ নিচিনাবোৰৰহে। তথাপিও সৰলাৰ অকলশৰীয়া সংসাৰখন চলি যায়, অৱশ্যে এতিয়া আৰু বিক্ৰী কৰিবলৈ ধান নাথাকে। ইপিনে হাততো নাই ৰাহি ধন। সুৰেশ মহাজনে

আধি লোৱাৰ পৰিবৰ্তে মাটি চাৰি বিঘা ল'বলৈ বিচাৰিছিল যদিও সৰলা মান্তি নহ'ল। গহনা বিক্ৰী কৰাটোকে তাই ঠিক কৰিলে। বিপিন তেতিয়া ন-বছৰীয়া শিশু, গতিকে মাকৰ বিপৰ্যয় অন্তৰ্দ্বন্দ্বৰ কথা ভালদৰে হৃদয়ঙ্গম কৰিব নোৱাৰিলেও পিছে শিশু হলেও, বিপিনে নিৰ্ভুলভাৱে উপলব্ধি কৰিলে যে তাক পঢ়ুৱাবলৈ মাক দৃঢ়সঙ্কল্প আৰু তাৰ বাবে মাকে কোনো কষ্টকেই কষ্ট বুলি স্বীকাৰ কৰিবলৈ ৰাজী নহয়।

একে বছৰতে সুৰেশ মহাজনৰ ল'ৰা মহেশেও হোষ্টেলত থাকি নলবাৰীৰ হাইস্কুলত পঢ়িবলৈ ল'লে। প্ৰাইমাৰী স্কুলৰ সহপাঠী মহেশক লগ পাই বিপিনেও ভালেই পালে— লগ এটা হ'ল, কিন্তু কথাটো শুনি নলবাৰীলৈ যাত্ৰা কৰাৰ আগ নিশা শুবৰ সময়ত বিছনাত তাৰ চুলিবোৰ লিৰিকি বিদাৰি সৰলাই বিপিনক ক'লে,— বিপিন— মোৰ জানটো— তোক শিক্ষিত কৰি তুলিবলৈ দেউতাৰৰ প্ৰবল ইচ্ছা আছিল। সেই সপোন ফলিয়ালেহে তেওঁৰ আত্মাই শান্তি পাব। বাপ, এই কথাষাৰ সদায় মনত ৰাখিবি। আৰু মনত ৰাখিবি— মহেশ ধনী মানুহৰ ল ৰা। পঢ়া-শুনা নকৰিলেও তাৰ চলি যাব। তই পিছে নিজৰ ভৰিত নিজে থিয় হ'ব লাগিব— তদুপৰি খৰচ-পাতি কৰোঁতে মহেশৰ লগত ফেৰ মাৰিলে বিপদত পৰিব লাগিব, গতিকে সদায় হিচাপ কৰি চলিবি।

মাকৰ কথা শুনি বিপিনে মাকক সাৱটি ধৰিলে—চকুপানীয়ে বাধা মনা নাছিল। উচুপি উচুপি মাকক কৈছিল— মা, মই তোমাৰ কোনোদিনেই অবাধ্য নহওঁ। মই ভুল কৰিলে দেখুৱাই দিবা আকৌ।

মাকে চুমা এটা খাই তাক ক'লে—

সোণটো যোৱা নবছৰৰ প্ৰতিটো দিন তই মোৰ লগতে আছিলি— এটা দিনো অকলে থাকিবলগীয়া হোৱা নাই। তোক এৰি থাকিবলৈ মোৰ খুব কষ্ট হ'ব, তই সপ্তাহটোত অন্ততঃ দুখনকৈ চিঠি দিবি।

নিশ্চয় দিম মা, তুমি চিন্তা নকৰিবা।

সবলা অলপ সময় নীৰৱে থাকি ক'লে— এতিয়া বাৰু শুই থাক। ৰাতিপুৱা সোনকালে উঠিব লাগিব।

* * *

নলবাৰীৰ নতুন পৰিবেশ বিপিনৰ প্ৰথমতে অলপ আচহুৱা লাগিছিল যদিও লাহে লাহে সি অভ্যস্ত হৈ পৰিল। তাৰ অমায়িক, সৎ-স্বভাৱৰ বাবে বন্ধুসকলৰ মাজত সি জনপ্ৰিয় হৈ উঠিল আৰু শিক্ষকসকলেও তাক খুব মৰম কৰিবলৈ ধৰিলে। তথাপিও মহেশৰ ব্যয়-বহুল জীৱন-পদ্ধতি আৰু ৰাহ্-বিলাহ দেখি মাজে সময়ে তাৰ মনটো চঞ্চল হৈ পৰিছিল আৰু এক হতাশাত ভূগিছিল, কিন্তু নলবাৰীলৈ অহাৰ আগনিশা মাকে শুনোৱা সকিয়নি বাণীয়ে সততে বক্ষা কবচৰ কাম কৰি তাক পথভ্ৰষ্ট হোৱাৰ পৰা বিৰত ৰাখিছিল। স্কুল বন্ধ হ'লেই বা আন কিবা সুবিধা ওলালেই মহেশহঁত চিনেমা চাবলৈ যায়, কিন্তু হোষ্টেলত থাকিবৰ চাৰি বছৰ হৈ যোৱাৰ পিছতো বিপিনে চিনেমা নো কি বস্তু গমকে নাপালে। স্কুল বন্ধ হ'লে সি ঢাপলি মেলে বালিঝাৰিলৈ— সবলাৰ বুকু শাঁত পৰি যায়। নিয়মীয়াভাৱে মাকলৈ চিঠি লিখে, তাৰ নতুন নতুন অভিজ্ঞতাৰ কথাৰে চিঠিবোৰ ভৰি থাকে। পটি পটি সবলাৰ আবেগ উথলি উঠে --- মৃত স্বামীলৈ মনত পৰি চকুযুৰি সেমেকি যায়।

ইপিনে সবলাৰ দুশ্চিন্তাৰো শেষ নাই। বিপিনে মেট্ৰিক দিবলৈ আৰু এবছৰ বাকী, কিন্তু হাতত পিন্ধি থকা সোণৰ বালা দুপাতত বাদে আন কোনো অস্থাৱৰ সম্পত্তি হাতত নাই। বিপিনৰ খৰচ যোগাবলৈ গৈ সকলোবোৰ বিক্ৰী কৰি শেষ কৰিছে। টকা ধাৰলৈ বিচৰাত সুৰেশ মহাজনে ক'লে— ধাৰ লৈনো সুজিবা ক'ৰ পৰা? মাটিডৰা বিক্ৰী কৰি দিয়া, বিপিনক পঢ়ুৱাবলৈ টকাৰ অভাৱ নহ'ব।

সৰলা সম্মত নহ'ল। মাথোন ক'লে— আগলৈও নাই পিছলৈও নাই। মাটিডৰা বিক্ৰী কৰিলে ভৱিষ্যতে চলিম কেনেকৈ ?

তাই গম্ভীৰ হুমুনিয়াহ এটা কাঢ়ি ঘৰমুৱা হয় আৰু পিছদিনা আহি মহাজনৰ ওচৰতে হাউৰ বালা এপাত বিক্ৰী কৰিলে।

বিপিন প্ৰথম বিভাগত মেট্ৰিক পৰীক্ষাত উত্তীৰ্ণ হ'ল। শিক্ষক-সকলে তাক ডাক্তৰ হ'বলৈ পৰামৰ্শ দিলে। মহেশ হেনো ইঞ্জিনীয়াৰ হ'ব আৰু ইতিমধ্যে কটন কলেজত নাম লগাবলৈ গুৱাহাটী পাইছেগৈ। বিপিনক কলেজত পঢ়ুৱাবলৈ মাকৰ দুৰ্বাৰ ইচ্ছাৰ প্ৰতিবন্ধক হ'ল বিপিন নিজেই : তাৰ পঢ়াৰ খৰচ উলিয়াবলৈ বহুতো ভাবি-চিন্তি সৰলাই যেতিয়া দুবিঘা মাটি মহাজনৰ ওচৰত অৱশেষত বিক্ৰী কৰাৰ সিদ্ধান্ত ল'লে, তেতিয়া বিপিনে জীৱনত প্ৰথমবাৰৰ বাবে মাকৰ বিৰুদ্ধে বিদ্ৰোহ ঘোষণা কৰিলে। সি উত্তেজিত সুৰত মাকক ক'লে—

মা, দেউতাৰ স্মৃতি বিজড়িত মাটিখিনি কেতিয়াও বিক্ৰী নকৰো। মই তেনেই শিশু অৱস্থাত থকাতো তুমি মাটি বিক্ৰী কৰা নাই, আজি মই ডাঙৰ হৈছো— ভাল বেয়া বুজি পাওঁ। মাটি বিক্ৰী কেতিয়াও নকৰো, মা। মোক ইমান অকৰ্মণ্য বুলি ভাবিছা নে ?

—তেনেহ'লেনো এতিয়া কি কৰিবি ?

—মা, দেউতা খেতিয়ক আছিল ; মযো খেতি কৰিম। সম্ভৱ হ'লে প্ৰাইভেটকৈ পঢ়ি আই-এ, বি-এ পাছ কৰিম। তাৰ কথা শুনি মাকে হতাশাৰ সুৰত অভিযোগ কৰিলে— আকৌ নাঙল ধৰিবৰ বাবেহে মই ইমান কষ্ট কৰি তোক পঢ়ুৱালো নে ? মহেশে গৈ হেনো গুৱাহাটীৰ কলেজত নাম লগালেই।

নহয় মা, ভুল নুবুজিবা। আঠ বছৰ আগতে তুমিয়েই মোক মহেশহঁতৰ লগত ফেৰ নামাৰিবলৈ দঢ়াই দঢ়াই কোৱা নাছিলা নে ? সময় সলনি হৈছে মা। নিজে শ্ৰম কৰি তিষ্ঠি থাকিব নোৱাৰিলে আমি অসমীয়া জাতিটো দেউলীয়া হৈ যাম। মোৰ ওপৰত বিশ্বাস

ৰাখা, মা। দেউতাৰ সপোন মই সফল কৰিম। তাৰ মুখৰ কথা কাঢ়ি লৈ মাকে আকৌ ক'লে—

ইমান ভালকৈ পাছ কৰিলি। টাউনত চাকৰি এটাৰে চেষ্টা নকৰ কিয় ? মিচিকিয়াই হাঁহি বিপিনে মাকলৈ চাই ক'লে—

জানাই নহয় মা, দূৰৈৰ পৰ্বত শুৱনি। চাকৰি এটা লৈ মই কিয় নাদৰ ভেকুলী হ'বলৈ যাম ? জীৱনটো— ভৱিষ্যতটো শৃঙ্খলবদ্ধ কৰি লম কিয ? তুমি চাবাচোন মই কি কৰোঁ। অলপ ৰৈ সি আকৌ ক'লে—

মা, চৰকাৰী চাকৰি কৰাটোৱে জীৱনৰ শেষ লক্ষ্য হ'ব নোৱাৰে। আমি অসমীয়া ল'ৰা-ছোৱালীবোৰে 'চাকৰি চাকৰি' বুলি হুলস্থুল কৰি ঘূৰি ফুৰিছো বাবেহে বাহিৰৰ পৰা মানুহ আহি স্বাধীনভাৱে জীৱিকা নিৰ্বাহ কৰাৰ সুযোগবোৰ ল'বলৈ ধৰিছে। আমাৰ মজুমদাৰ ছাৰে প্ৰায়ে কয় অসমৰ চাৰিওপিনে হেনো সোণ সিঁচৰিত হৈ পৰি আছে— মাথোন বুটলি ল'বলৈ জানিব লাগে। ভাবি চোৱাচোন চাহৰ খেতি কৰিয়েই চাহাবহঁতে কোটি কোটি টকা উপাৰ্জন কৰা নাছিল নে ? অলপতে শুনিছো দেৰগাঁৱৰ ওচৰত হেনো পাঞ্জাবৰ পৰা আহি সেনাবাহিনীৰ অৱসৰপ্ৰাপ্ত বিষয়া কেইজনমানে অনাজ শাক-পাচলিৰ খেতি কৰিয়েই লাখ লাখ টকা উপাৰ্জন কৰিছে। মা মোক ভুল নুবুজিবা, তুমি দিয়া শিক্ষাৰ বলতে আজি মোৰ এই আত্মবিশ্বাস— নিজৰ ভৱিত নিজে থিয দিবলৈ ওলাইছো। ডিগ্ৰী এটা পালেই মানুহ শিক্ষিত হয বুলি মই বিশ্বাস নকৰো।

জানো বোপাই— তই কি কৰিব খুজিছ। তোক মই বাধা নিদিওঁ। গাঁৱত থাকি ভাল পাৱ যদি তাকেই কৰ, কিন্তু খেতিয়কৰ জীৱন বৰ কষ্টৰ জীৱন। —সৰলাই তাক সকিয়াই দিয়ে।

মা, আটাইবোৰ মানুহ গাওঁ এৰি চহৰমুৱা হ'লে দেশখন বাচিব কেনেকৈ ?

মই ইমান কথা বুজি নাপাওঁ বিপিন। তোৰ কথা মই মানি ললো। মাটি বিক্ৰী নকৰো। মই নিজেও বুঢ়ী হৈ যোৱা নাই! পথাৰত মইও তোক সহায় কৰি দিযাত পিছে মাস্তি হ'বই লাগিব তই।

হ'ব, মা, হ'ব।

দুয়ো স্বস্তিৰ নিশ্বাস পেলালে।

সুখ্যাতিৰে মেট্ৰিক পাছ কৰা ল'ৰা এটাই হালৰ মুঠিত ধৰা দেখি গাঁৱত হুলস্থুল লাগি গ'ল—বহুতে ফিচিঙা-ফিচিঙি কৰিবও নেৰিলে। বুজোতাই পিছে বুজিলে— এইবাৰ শেনৰ এজাত। বিশেষকৈ বছৰটোৰ ভিতৰতে বিপিনে যেতিয়া তিনিটাকে শইচ চপালে, তেতিয়া ৰাইজে ধইন ধইন কৰাত বাদেও গভীৰ দুৰ্যোগৰ দিনতো সৰলাই মাটি ডৰা বিক্ৰী নকৰা বাবে আটাইয়ে একমুখে শলাগিলে। সৰলাইও আশাৰ মুখ দেখিলে। গৰু এহাল কিনিবলৈ সুৰেশ মহাজনৰ পৰা ধাৰ লোৱা টকা দুশ যেতিয়া সুদে-মূলে বিপিনে বছৰ পূৰ নৌহওঁতেই ওভতাই দিলে তেতিয়া গাঁৱৰ ৰাইজৰ চকু স্থিৰ হ'ল আৰু সুৰেশ মহাজনে আঙুলিৰ মূৰত কৰা হিচাপ এনে ধৰণৰ হ'ল—

"বিপিনে মেট্ৰিকটো পাচ কৰিযেই ইমান টকা উপাৰ্জন কৰিলে আৰু মই ইপিনে মহেশৰ বাবে এতিযাও মাহে এশতকৈ বেছি টকা এতিযাও খৰছ কৰি আছো। নেদেখাজনৰ যে কি বিচাৰ।—" সৰলালৈ অভিধানৰ শ্ৰেষ্ঠ অভিশাপবোৰ নিক্ষেপ কৰি হোকাটোত দীঘলীয়া টান এটা মাৰি দিনটোৰ হিচাপ পৰীক্ষা কৰাত মহাজন ব্যস্ত হৈ পৰিল।

দিন বাগৰি মাহ গ'ল, মাহ বাগৰি বছৰ, কিন্তু বিপিনৰ বিৰাম নাই। শৰীৰত যেন দেওহে লম্ভিছে। সুদীৰ্ঘ আঠ বছৰ ধৰি নলবাৰীত স্থাপন কৰা যোগাযোগৰ সুবিধা লৈ বিপিনে লাহেকৈ ২।৩ বিঘা বা তাতকৈও কম খেতিৰ মাটি থকা গাঁৱৰ মানুহ

কেইঘৰক লগলগাই সমবায় পাম এখন খুলিলে। সংশ্লিষ্ট বিভাগ-সমূহৰ লগত যোগাযোগ কৰি গাঁৱৰ খেতি পথাৰৰ আধুনিক কৃষি পদ্ধতি প্ৰবৰ্ত্তনৰ যো-জা চলালে। সুৰেশ মহাজনৰ শিবিৰত আকৌ এবাৰ ফিচিঙা-ফিচিঙি আৰম্ভ হ'ল। মহাজনৰ প্ৰভাৱত পৰি ৭।৮ ঘৰ উপান্ত খেতিয়কে পৰিয়ালে বিপিনৰ প্ৰচেষ্টাৰ প্ৰতি সঁহাৰি নজনালে, কিন্তু যিদিনা বালিঝাৰৰ নীৰৱ পৰিবেশ ট্ৰেক্টৰ এখনৰ ঘোৰঘোৰণিয়ে সৰৱ কৰি তুলিলে সিদিনা মহাজনৰ বুধি-পৰমাৰ্শৰ গ্ৰহণযোগ্যতাৰ বিষয়ে বহুতেই সন্দিহান হৈ উঠিল। তাৰ পিছতো যেতিয়া পৰিস্থিতিৰ বুজ ল'বলৈ চৰকাৰী বিত্তীয় অনুষ্ঠানৰ বিষয়াসকল বালিঝাৰলৈ সঘনে আহিবলৈ আৰম্ভ কৰিলে তেতিয়া স্থানীয় বিধায়ক তনুৰাম ডেকাও সন্দিহান হৈ উঠিল। বিপিনে তাৰ কোনো ৰাজনৈতিক আকাংক্ষা নাই বুলি দঢ়াই দঢ়াই কোৱাৰ পিছতো তনুৰামে বিশ্বাস কৰিছিল বুলি ভাবিব নোৱাৰি কিয়নো তনুৰামৰ হঠাতে 'সৰলা বৌ'ৰ প্ৰতি শ্ৰদ্ধা ভক্তি চক্ৰবৃদ্ধি হাৰত উৰ্দ্ধমুখী হৈ উঠিল। পিছে এহো ধাৰা। ৰাজনীতিৰ পৰা আমি বহু দূৰৈত।

লাহে লাহে সমবায়খনে ছবছৰত ভৰি দিলেহি; মহাজনৰ বাদে বালিঝাৰত আটাইৰে মুখত হাঁহি বিৰিঙিল। কেবাটাও খেৰীঘৰ ইতিমধ্যে বগা হ'ল। প্ৰথমতে যোগ নিদিয়া আটাইবোৰ কৃষকেও আহি ইতিমধ্যে সমবায়খনৰ সদস্য পদ লৈছে, মাথোন বাকী থাকিল সুৰেশ মহাজন। মহাজনক সমবায়খনৰ লগত জড়িত কৰিবলৈ বিপিনইতো অকণো উদগ্ৰীৱ নাছিল, কিন্তু সমস্যা হ'ল আনপিনৰ পৰাহে, দহ মাইলৰ ভিতৰত থকা পঞ্চাশখনৰো অধিক গাঁৱৰ খেতিয়কসকল আহি বিপিনক অতিষ্ঠ কৰি তুলিলে। অৰ্থাৎ তেওঁলোকৰ গাঁৱতো সমবায় কৃষি পাম খুলি দিব লাগে। ইপিনে বিপিনৰ হাতত নাই সময়— কিয়নো ইতিমধ্যে ধমধমাৰ ওচৰত চৰকাৰৰ পৰা পাঁচ হেজাৰ বিঘা মাটিৰ 'লীজ' লৈ সি ব্যক্তিগত-

ভাৱে এখন বৃহৎ বহুমুখী পাম খোলাত ব্যস্ত হৈ পৰিছিল , কিন্তু হোজা ৰাইজৰ অনুৰোধেই বা উপেক্ষা কৰে কেনেকৈ ? মহা সমস্যাত পৰিল বিপিন ; ইমান গধুৰ দায়িত্ব সি অকলে লোৱা অসম্ভৱ। বহুত ভাবি-চিন্তি ৩১ খন গাঁৱৰ ৰাইজক লগলগাই এখন বৃহৎ কৃষি সমবায় সমিতি গঠন কৰাৰ প্ৰস্তাৱ আগবঢ়ালে আৰু আৱশ্যকীয় সহায়-সহযোগৰ বাবে ৰাজধানীৰ লগত যোগাযোগ স্থাপন কৰিলে। তাৰ নিৰ্ভৰযোগ্যতা আৰু বিশ্বাসযোগ্যতাই ইতিমধ্যে দিছপুৰত কিম্বদন্তীৰ ৰূপ লৈছিল। তনুৰাম বোপাৰ ওজৰ-আপত্তি উলাই কৰি মুখ্যমন্ত্ৰীয়ে প্ৰকল্পটো সফল কৰি তুলিবলৈ সংশ্লিষ্ট আটাইকে আদেশ দিলে আৰু সমবায়-বিশেষজ্ঞ দীনবন্ধু চৌধুৰীক এই সন্দৰ্ভত পূৰ্ণ ক্ষমতা দিলে।

তাৰ পিছত আৰু পায় কোনে— যেনে কথা তেনে কাম। ট্ৰেক্টৰৰ ঘোৰঘোৰণি, বিত্তীয় নিগম, সাৰ নিগম, বীজ নিগম, সমবায় বিভাগ ইত্যাদিৰ চৰকাৰী বিষয়াসকলৰ টিঘিলঘিলনিয়ে সমগ্ৰ বতাহে খোৱা মৌজাখনত অদৃশ্য বিদ্যুতৰ প্ৰবাহ বোৱাই দিলে। বিপিন খুব ব্যস্ত হৈ পৰিল— কাম আৰু কাম। আলহীক চাহ-জলপান যোগান ধৰিবলৈ সৰলাৰ আৱশ্যকীয় বাজেটখনৰ কলেৱৰো দিনে দিনে বৃদ্ধি পাবলৈ ধৰিলে। তাৰ বিয়া পাতিবলৈ সৰলাই কৰি থকা খেচখেচনিও শাম কাটিল। বিপিন অৱশ্যে প্ৰকৃত কৰ্মযোগীৰ দৰে নিৰ্বিকাৰ ; কিন্তু আশ্বস্ত। সৰলা চিন্তিত ; কিন্তু কিবা এটাৰ আশাত উত্তেজিত।

মহেশে ইতিমধ্যে ইঞ্জিনীয়াৰিঙৰ স্নাতক ডিগ্ৰী লৈ গুৱাহাটীত চাকৰিৰ সন্ধানত বহি থকাৰো প্ৰায় তিনি বছৰ হয়হে এথোন। আনহাতে কৃপণপ্ৰবৰ সুৰেশ মহাজনৰ অন্নধ্বংসৰ পৰিমাণো দিনে দিনে বৃদ্ধি পাই গৈছিল। মহেশে হেনো ব্যৱসায় নকৰে , তাক চাকৰিহে লাগে। তাৰ কাৰিকৰী ডিগ্ৰীটো থকা বাবে উদ্যোগ নিগমে সি কিবা এটা উদ্যোগ স্থাপন কৰিলে তাক পাঁচ লাখ টকা

এককালীন সাহায্য দিযাৰ প্ৰতিশ্ৰুতিও দিছিল, কিন্তু তাক চাকৰিহে লাগে। তনুৰাম বোপাইও এইক্ষেত্ৰত বিশেষ সহায় কৰি দিব নোৱাৰিলে বাবে মহাজনৰ লগত বিধাযক ডাঙৰীযাৰ সম্বন্ধও লাহে লাহে দুৰ্বল হৈ আহিল। ছিলং আৰু গুৱাহাটীৰ বিভিন্ন অফিচত ঘূৰি ঘূৰিও একো সংস্থান নহ'ল। অৱশ্যে গুজৰাটত নিৰ্মাণ হব ধৰা বৃহৎ জলবিদ্যুৎ প্ৰকল্প এটাত মহেশে ভাল চাকৰি এটা পাইছিল, পিছে ইমান দূৰৈত গৈ চাকৰি কৰিবলৈ সি ৰাজী নহয। চাবলৈ গ'লে কথাটো হয, ইমান লাহ-বিলাহত উঠা ল'ৰাটোক কোনটো সাতেৰে মাক-বাপেকে ইমান দূৰলৈ পঠায। হতাশগ্ৰস্ত হৈ সি উচ্ছৃংখল জীৱন এটা যাপন কৰিবলৈ ধৰিলে। গাঁৱৰ লগত যোৱা ৯/১০ বছৰে তাৰ কোনো সম্বন্ধ নাছিল, ক'ত কি হৈছে একো গম নাপায— জানিবৰো ইচ্ছা নাই। দিনটো বিভিন্ন বাতৰি কাকতৰ বিজ্ঞাপন চাই থাকোতেই যায। মহাজনে তাক কেবাবাৰো ঘৰলৈ মাতি পঠাইছিল আৰু ঘৰলৈ আহি বাপেকৰ ব্যৱসায আদিৰ তদাৰক কৰাৰ পৰামৰ্শ দিছিল। অৱশ্যে তাৰ প্ৰতিক্ৰিযা উৎসাহজনক নাছিল।

* * *

'ব্যৱসাযে যদি কৰিব লাগে তেনেহ'লে ইমান কষ্ট কৰি ইঞ্জিনীযাৰিঙৰ ডিগ্ৰীটো ললো কিয?'—বাপেকক সি সুধি পঠালে। মহাজন নিৰুত্তৰ।

হঠাতে এদিন 'আসাম ট্ৰিবিউন' কাকতত বিজ্ঞাপন এখন দেখি সি আশাৰ মুখ দেখিলে। বিজ্ঞাপনখনৰ মতে বৃহৎ বহুমুখী পাম এখনৰ বাবে এজন সঞ্চালক লাগে আৰু ইঞ্জিনীযাৰিং ডিগ্ৰী থকা থলুৱা প্ৰাৰ্থীক অগ্ৰাধিকাৰ দিযা হ'ব। দৰমহা-পাতিৰ ব্যৱস্থাও খুব উৎসাহজনক— ৰাজ্যিক চৰকাৰৰ প্ৰথম শ্ৰেণীৰ চাকৰিযালত-কৈও ভাল। মহেশক আৰু পায কোনে? পোনেই নিজৰ প্ৰাৰ্থিত্ব আগবঢ়ালে। সি আটাইতকৈ ভাল পালে যে সঞ্চালকগৰাকীৰ

মুখ্য কাৰ্যালয নলবাৰীতে হ'ব, অৰ্থাৎ সি ইমান দিনে বিচাৰি থকাটোকেই পাব। 'আসাম ট্ৰিবিউনত' পোষ্ট-বক্স নম্বৰ দি দৰ্খাস্ত বিচাৰিছে বাবে নিযোগকৰ্তা নো কোন ধৰিব নোৱাৰিলে; তেনে নহ'লেতো কথাই নাছিল। নলবাৰীৰ স্থানীয় বিধায়কগৰাকী এতিয়া মন্ত্ৰী আৰু সুৰেশ মহাজনৰ লগত বেছ ঘনিষ্ঠতা আছে। মন্ত্ৰী শৰ্মাই কৈ দিলে চাকৰিটো পোৱা প্ৰায় খাটাং হ'লাহঁতেন। তথাপিও সি নিশ্চিত যে সি পাবই— কাৰণ সি থলুৱা প্ৰাৰ্থী।

নিৰ্দিষ্ট দিনত প্ৰাপ্ত নিৰ্দেশ অনুযায়ী মহেশ গৈ নলবাৰীত হাজিৰ হ'ল, সাক্ষাৎকাৰৰ পিছত গাঁৱৰ ঘৰলৈ এপাক মাৰিব বুলি ভাবি গৈছিল। সাক্ষাৎকাৰ য'ত লোৱা হ'ল সেই কাৰ্যালয়টো বিচাৰি উলিয়াবলৈ বেছি সময় নালাগিল। গৈ দেখে যে মুঠ ২৭ জন প্ৰাৰ্থী, কিন্তু সিয়ে একমাত্ৰ থলুৱা প্ৰাৰ্থী। সি নিশ্চিত হ'ল এইবাৰ দিন ঘূৰিল। দুঘণ্টামান অপেক্ষা কৰাৰ পিছত সাক্ষাৎকাৰৰ বাবে তাৰ পাল পৰিল। নেক-টাইৰ বান্ধোনটো আকৌ এবাৰ ঠিক কৰি লৈ মহেশ সোমাই গ'ল। তিনিজন সাক্ষাৎ গ্ৰহণকাৰীৰ ভিতৰৰ মাজত বহি থকাজনক মহেশে চিনি পায যেন অনুমান হ'ল। তেখেতেই মহেশক বহিবলৈ কৈ সুধিলে— ভাল নে মহেশ? মোক চিনি পাইছা নে নাই? শেষবাৰ লগ পাইছিলো আমি মেট্ৰিক পাছ কৰাৰ পিছত তুমি গুৱাহাটীলৈ পঢ়িবলৈ যোৱাৰ সময়ত প্ৰায দহ বছৰ আগতে।

মহেশ মনে মনে থকা দেখি ভদ্ৰলোকে আকৌ ক'লে—

মই বিপিন। মনত পৰিছে নে? মহেশে হাততে স্বৰ্গ ঢুকি পোৱা যেন পালে আৰু ক'লে— তোমাৰ চুলি কিছু পকিল, চছমাও ললা। মই ধৰিবই পৰা নাছিলো— বেযা নাপাবা দেই। মহেশে ক্ষমা প্ৰাৰ্থনা কৰাৰ দৰে অনুনযৰ সুৰত ক'লে। বাৰু আমি এতিয়া কামৰ কথালৈ আহো বুলি কৈ বিপিনে সুধিলে—

বাৰু মহেশ, ইঞ্জিনীয়াৰিং পাছ কৰাৰ পিছত যোৱা তিনিবছৰে তুমি কি কৰিলা?

চাকৰি বিচাৰোতেই গ'ল— মহেশৰ উত্তৰ। নিজৰববীযাকৈ কিবা এটা ব্যৱসায বা উদ্যোগ আৰম্ভ নকৰিলা কিয ?

শ্ৰমিক শ্ৰেণীটোৰ লগত লেনদেন কৰা বৰ টান কাম— শ্ৰমিক ইউনিযনবিলাকৰ উৎপাতত শান্তিত থাকিব নোৱাৰি। নির্দিষ্ট দৰমহাৰ চাকৰিৰ দৰে আৰাম নাই। মহেশৰ উত্তৰে সাক্ষাৎকাৰ লোৱা তিনিওগৰাকী ব্যক্তিকে নিৰীক্ষণ কৰিলে। বিপিনে শেষ অস্ত্ৰপাট প্ৰয়োগ কৰিলে ইযাতো তুমি বহুতো দুখীয়া শ্ৰমিক-কৃষকৰ লগতেই লেনদেন কৰিব লাগিব, ৰ'দে-বৰষুণে পথাৰে পথাৰে ঘূৰি ফুৰিব লাগিব— পাৰিবা জানো ? মহেশে অনুযোগৰ সুৰত উত্তৰ দিলে—

সেইবোৰতো সঞ্চালকৰ কাম নহয, মই অফিচখন সুকলমে চলাম।

কিন্তু কাৰিকৰী অৰ্হতা থকা বিষযাজনক অকল অফিচত বহুৱাই ৰাখিবলৈ আমি নিযোগ কৰিব নোৱাৰো নহয়। —মই যে পিছে থলুৱা প্ৰাৰ্থী, মোৰ দাবীক অগ্ৰাধিকাৰ দিবই লাগিব! মহেশৰ কথা শুনি বিপিনে উত্তেজিত সুৰত ক'লে—

তাতে কি হ'ল ? যিবোৰ থলুৱা মানুহৰ কথা চিন্তা কৰিব লাগে আমি কৰিছো— তোমাৰ বাবে আমি চিন্তা নকৰিলোৱেবা। ভাল, তুমি যাব পাৰা।

মহেশ হতভম্ব হ'ল। তথাপিও শেষ চেষ্টা এটা কৰি চালে—

বিপিন অন্ততঃ এবাৰ মোৰ কথাটো চিন্তা কৰি চোৱা— একেলগে কটোৱা দিনবোৰৰ কথা ভাবি চোৱা। অলপ বৈ মহেশে সুধিলে—

তোমালোকে ইতিমধ্যে কাৰোবাক নিৰ্বাচিত কৰিলা নেকি ? মই পিছে থলুৱা প্ৰাৰ্থী— তাতে নিবনুৱা অভিযন্তা।

এতিযাও চূড়ান্তভাৱে নিৰ্বাচিত কৰা নাই যদিও এজন প্ৰাৰ্থী আমাৰ বাছনিত উঠিছে। কেৰালাৰ পৰা অহা জন থমাছ নামৰ

অভিজ্ঞ অভিযন্তা এজনক নিযোগ কৰা সম্পৰ্কে আমি তিনিও ইতিমধ্যে বিবেচনা কৰি আছো। বাকী থকা চাৰিজন প্ৰাৰ্থী সাক্ষাৎগ্ৰহণ কৰাৰ পিছতহে চূড়ান্ত সিদ্ধান্ত এটা লম। পিছে তুমি এতিয়া যাব পাৰা।

বিপিনৰ কথাত মহেশৰ ধৈৰ্যচ্যুতি হ'ল আৰু ওলাই যোৱাৰ আগতে চিঞৰি চিঞৰি বিপিনক সঁকিয়াই গ'ল—

তোক মই চাই লম, বিপিন। এতিয়াই গুৱাহাটীলৈ গৈ তোৰ অসমীয়া-বিৰোধী কাৰ্যকলাপ বাতৰিকাকত সমন্বিতে সকলোকে জনাই দিম। নিবনুৱা সন্থাৰ সহায় লৈ তোৰ কাৰ্যালয বন্ধ কৰি দিম। চাওঁ কোনকৈ কেৰালাৰ পৰা আহি ইযাত কাম কৰে। পাহৰি গৈছ মই এজন থলুৱা নিবনুৱা অভিযন্তা— মোক অগ্ৰাধিকাৰ দিবই লাগিব।

মহেশৰ মুখৰ কথা কাঢি লৈ বিপিনে কলে— চোৱা মহেশ, ইযাত চিঞৰ-বাখৰ কৰি একো লাভ নহ'ব। সাধাৰণ শিষ্টাচাৰখিনিও তোমাৰ নাই, সেযা বাৰু তোমাৰ নিজৰ কথা। তোমাৰ ইমানদিনে কিয এটা সংস্থান হোৱা নাই এতিয়াহে বুজিলো। আন দুজন লগৰীয়াৰ মুখলৈ চাই বিপিনে আকৌ কলে—

মূল কথাটো হ'ল যে থলুৱা অভিযন্তা এজনৰ স্বাৰ্থ ৰক্ষা কৰিবলৈ গৈ মই মোৰ বুকুৰ কুটুম হেজাৰ হেজাৰ কৃষকৰ স্বাৰ্থ জলাঞ্জলি দিব নোৱাৰো— তেওঁলোকক মই বিশ্বাসঘাতকতা কৰিব নোৱাৰো।

সাক্ষাৎগ্ৰহণকাৰীসকলৰ আন দুজনক চকুত টিপিযাই দি বিপিনে মিচিকিয়াই হাঁহিলে। আনহাতে মহেশে বালিঝাৰৰ গাঁৱৰ ঘৰলৈ যোৱাৰ পৰিবৰ্তে গুৱাহাটীলৈ যোৱা বাছত উঠি বহিল— উদ্দেশ্য গুৱাহাটীত থকা নিবনুৱা সন্থাৰ কাৰ্যালযলৈ গৈ এটা ধুমুহাৰ সৃষ্টি কৰা।

# পৰিত্ৰাণ

এতিয়া মজাটো পালি— মই তেতিয়াই ইমানকৈ কলো বুঢ়া উভতি যোৱা ৰাস্তাটো বন্ধ নকৰিবি , গাৰ গৰমতে তেতিয়া মোৰ কথা নুশুনিলি। এতিয়া যোৱা— বুঢ়াৰ বাবে ৰাতিৰ ভোজৰ আযোজন কৰাগৈ। কেঁচা খৰিৰ ধোঁৱা খাবলৈ মই এতিয়া পাকঘৰ সোমাব নোৱাৰো।

—খঙত জ্বলিপকি উঠি এক উশাহতে মকুলক টান টান কথা কিছুমান শুনাই ফুনু উচাট্ মাৰি ওলাই গ'ল। মুকুলে বুজিলে— কথা বিষম। ৰাতিৰ সাজ খোৱাৰ সময় হোৱাৰ আগতে এতিয়া আৰু ফুনুৰ সাক্ষাত পোৱা নাযাব। ফুনুৰ কণ্ঠত ইতিকিং আৰু উপহাসৰ ভাষা স্পষ্ট। আচলতে ৰাতিৰ সাজ ৰন্ধাৰ পাল আছিল ফুনুৰ; কিন্তু অকণমান হিচাপৰ ভুল বা অদূৰদৰ্শিতা বা ফুনুৰে কোৱাৰ দৰে গাৰ গৰমৰ বাবেই হওক— মুকুলেই এতিয়া আকৌ চকুৰ পানী উলিযাই কেঁচা খৰিৰ ধোঁৱাৰ লগত যুদ্ধ কৰিব লাগিব —জুইকুৰা ফুৰাই ফুৰাই হাওঁফাওঁটো বিকল হৈ যোৱাৰ উপক্ৰম

হ'ব। মুকুলে যেনিবা আজিহে উপলব্ধি কৰিলে শুকান খৰি ভাৰৰ দাম নলবাৰীৰ বজাৰত ইমান বেছি কিয। মুকুলৰ মুখমণ্ডললৈ নামি আহিল পৰাভূত ব্যক্তিৰ বেদনাক্লিষ্ট মনৰ গভীৰ বিষাদৰ ছাঁ। অজানিতেই হুমুনিযাহ এটা ওলাই আহিল আৰু বাপধনক উদ্দেশ্য কৰি ক'লে—

উপায নাই-- তথেই ব'ল অলপ সহায কৰি দিবি। চাউল-দাইলখিনি ধুই দি শাক-পাচলিখিনি যোগাৰ কৰি দিলেই হ'ব। বাকীখিনি মযেই। ভুল এটা কৰিলো যেতিযা প্ৰাযশ্চিত্তও কৰিব লাগিব। ভৱিষ্যতে এনে ভুল নকৰো আৰু। ঃ হুমুনিযাহ কাঢ়ি অলপ সময মনে মনে থৈ মুকুলে আকৌ ক'লে—

পিছে বাপধন, ফুনু বযসত সৰু হলে কি হ'ব— এইবিলাক কথাত তাৰ বুদ্ধিটো একেবাৰে পকা। অৱশ্যে সি সঘনাই অভ্যাস কৰি থাকে— সুবিধা পালেই এৰি নিদিযে; গতিকে সুদীৰ্ঘ অভিজ্ঞতাৰ ফলতেই সি দূৰদৰ্শীসম্পন্ন আৰু সিদ্ধহস্ত হৈ পৰিছে।

কথাটো অলপ বহলাই নকলে বুজিবলৈ টান হ'ব। সমস্যাটো হৈছে বুজৰবৰুৱা মৌজাদাৰক কেন্দ্ৰ কৰি। বুঢ়া মুকুলহঁতৰ দূৰ-সম্বন্ধীয মোমাযেক, অৱশ্যে দূৰসম্বন্ধীয় কথাষাৰ মানি লবলৈ মৌজাদাৰৰ ইচ্ছা প্ৰবল বুলি কোৱাৰ থল নাছিল। কাৰণ মৌজাদাৰ হ'ল মুকুলহঁতৰ বৰমাকৰ পেহীযেকৰ ল'ৰা। তদুপৰি তেজৰ সম্বন্ধনো কি? অন্তৰৰ সম্বন্ধহে আচল কথা। মুকুলৰ দেউতাকে মৌজাদাৰক সদায আথে-বেথে সোধপোচ নকৰে জানো? কি যে আত্মীযতা। মুকুলহঁতে পিছে বুঢ়াৰ ফন্দী সকলোবোৰ বুজি পায, বাধ্য হৈ দেউতাকৰ ভয়ত মনে মনে থাকে। আনহাতে শয্যাগত হৈ থকা চিৰৰুগ্না মাকে যে এই ক্ষেত্ৰত বিশেষ সহায কৰে তেনে নহয, কাৰণ মাকৰ বক্তব্য হ'ল যে অতিথি 'সাক্ষাত নাৰায়ণ' আৰু সেই বাক্য ফেৰা পুতেকহঁতৰ আগত সঘনাই ব্যাখ্যা কৰিবলৈ মাকে অকণো কৃপণালি নকৰে। অৰ্থাৎ ওপৰে ব্ৰহ্মবধ হলে

গোবধ। অন্যথা হোৱাৰ উপায় নাই। বাতবিষত বিপৰ্যস্ত হোৱা মাক আজি প্ৰায় এবছৰেই শয্যাগতা হৈ আছে। আনহাতে অৱসৰ পোৱাৰ পিছত আজিলৈকে পেন্সন নোপোৱা বাবে ৰান্ধনি এজন ৰাখিবলৈ দেউতাকৰ উপাৰ্জনে নুকুলায়। মুকুল ফুনুৰ মোমায়েকৰ পুতেক বাপধনো মুকুলহঁতৰ ঘৰত থাকিয়েই নলবাৰীৰ গৰ্ডন হাইস্কুলৰ ষষ্ঠ শ্ৰেণীত পঢ়ে। একেখন স্কুলতে মুকুল পঢ়ে অষ্টম মানত আৰু ফুনু সপ্তম মানত। দৈনন্দিন ব্যৱস্থাটো এনে ধৰণৰ আছিল: স্কুললৈ যোৱাৰ আগতে ল'ৰাহঁতে দুপৰীয়াৰ সাজ ৰান্ধি মাক-দেউতাকক খুৱাই যায় আৰু দুপৰীয়া স্কুলৰ আহাৰ-বিৰতিৰ সময়ত আহি সিহঁতে নিজেও খায়। নিজৰ অলপ কষ্ট হলেও, মাকৰ কষ্টৰ কথা চিন্তা কৰি সিহঁতে সকলোবোৰ অসুবিধা নীৰৱে সহ্য কৰে। মুকুল-ফুনুই দুয়ো পালপাতি ভাত দুসাজ ৰন্ধাৰ বন্দবস্ত এটা কৰি লৈছিল— লগতে বাপধনেও যিমান পাৰে ইটো-সিটো সহায় কৰি দিয়ে। সৰু সংসাৰ— কোনোমতে টুকটাককৈ চলি যায়। পিছে বুজৰবৰুৱা মৌজাদাৰৰ এদিন দুপৰীয়া হোৱা আবিৰ্ভাৱে এই নিয়মৰ ব্যাঘাত ঘটালে। বুঢ়া দুপৰীয়া হাজিৰ হৈ ভাত খাম বুলি ক'লে আৰু চোলাটো সোলোকাই থৈ মুখ-হাত ধুবলৈ নিজেই আগবাঢ়ি গ'ল। দুপৰীয়াৰ অভুক্ত ব্ৰাহ্মণ অতিথি— মাক-দেউতাকৰ মনত 'সাক্ষাত নাৰায়ণ'। ক্ষন্তেকৰ বাবে ইতস্তত কৰি দেউতাকে উপায় নাপাই ক'লে— সিহঁতে ৰান্ধি থৈ গৈছে; আমি দুয়ো খালো। পিছে বাঢ়ি দিওঁতাহে কোনো নাই। আপুনি কষ্ট কৰি নিজে উলিয়াই খাব লাগিব— দায়-দোষ নধৰি অনুগ্ৰহ কৰি পাকঘৰলৈ বলক। দেউতাকেই পীৰাখন পাৰি দি পানী এঘটি আগবঢ়াই দিলে।

মৌজাদাৰ ডাঙৰীয়া পিছে দায়-দোষ ধৰা চৰিত্ৰৰ মানুহ নহয়। বৰঞ্চ প্ৰস্তুত হৈ থকা আহাৰৰ ভাণ্ডাৰটো নিজৰ সম্পূৰ্ণ নিয়ন্ত্ৰণলৈ অহা বাবে পেটে পেটে ভালেই পালে। মৌজাদাৰে

পৰম তৃপ্তিৰে মুকুল-যুনু-বাপধন তিনিওৰে ভাগৰ ভাত অকলেই উদৰস্থ কৰি লৰা-লৰিকৈ কাছাৰীমুৱা হ'ল আৰু ইপিনে মুকুলহঁতৰ মাকৰ মূৰত সৰগ ভাগি পৰিল। বোলে 'কোনোৱে মৰে হাড়ে হাড়ে— কোনোৱে মৰে মঙহুভাৰে'। বুঢ়াই অকলে তিনিজনৰ ভাত খাই গ'ল— ফলত এতিয়া ল'ৰা তিনিটা লঘোন পৰিব লাগিব। ইপিনে স্কুলৰ আহাৰ বিৰতিৰ সময়ো হৈ আহিছে —সিহঁত তিনিও আহি পায় এথোন। তিনিওৰে আসন্ন উপবাসৰ কথা চিন্তা কৰি মাতৃহৃদয় উদ্বিগ্ন হৈ পৰিল আৰু নৰিয়া গাৰে উঠি আহি চিৰা অলপ উলিয়াই লৈ পাকঘৰৰ বাৰাণ্ডাখনতে বহি ধুই তিয়াই থলে। অৰ্থাৎ চিৰা খায়েই আজি তিনিও দুপৰীয়াৰ ভোক পলাবলগীয়া হ'ল ; অৱশ্যে এৰাব নোৱাৰা পৰিস্থিতিটো বুজি পাই মাকক মনত অশান্তি নকৰিবলৈ দঢ়াই দঢ়াই কৈ বাপধনক লগত লৈ দুয়ো আকৌ স্কুলমুৱা হ'ল।

চাবলৈ গ'লে ঘটনাটো অতি সাধাৰণ— তাকে লৈ চিন্তিত হ'বলগীয়া কথা নহয়, কিন্তু লেঠা লাগিল যেতিয়া বুজৰবৰুৱা মৌজাদাৰৰ এনেকুৱা আকস্মিক আবিৰ্ভাৱ আৰু আতিথ্য গ্ৰহণ সপ্তাহটোত দুই-তিনিবাৰকৈ হ'বলৈ ধৰিলে। আগৰ পৰা কোনো খবৰ-বতৰা নাই। হঠাতে দুপৰীয়া আহি ওপৰত কোৱাৰ দৰে তিনিওৰে ভাগৰ ভাতখিনি খাই মুকুল, ফুনুহঁতৰ মাক-দেউতাকক অতিথি-সেৱাৰ সুযোগ দিবলৈ বুঢ়াৰ আগ্ৰহে ক্ৰমবৰ্দ্ধমান ৰূপ ধাৰণ কৰিলে আৰু নিজৰ পেটক সন্তুষ্ট ৰাখিবলৈ গ্ৰহণ কৰা ব্যৱস্থাৰ বাবে অনুতপ্ত হ'বলগীয়া আছে বুলিও মৌজাদাৰ ডাঙৰীয়াই অনুভৱ নকৰিলে, তদুপৰি লাজ নাৰীৰহে অঙ্গ-ভূষণ— ই পুৰুষৰ ক্ষেত্ৰত প্ৰযোজ্য নহয়। ফলত ভ্ৰাতৃদ্বয়ৰ ৰুগ্না মাকে বিছনাৰ পৰা উঠি আহি চিৰা ভিজাই থবলগীয়া অৱস্থাটো সঘনাই সৃষ্টি হ'বলৈ ধৰিলে। অৱশেষত অতিষ্ঠ হৈ মুকুলহঁতৰ দেউতাকে মৌজাদাৰক এদিন ক'লে— বুজিছে, বুজৰবৰুৱা, কেবাদিনো ধৰি আপোনাক কথা এটা কম বুলি ভাবি

আছো, দায়-দোষ নধৰি পৰিস্থিতিটো বুজিবলৈ চেষ্টা কৰিলে কৃতাৰ্থ হ'ম।

—নিশ্চয়, নিশ্চয়, আপুনি কওকচোন, কিবা সমস্যা হৈছে যদি সমাধান এটা উলিয়াবলৈনো। কিমান সময় লাগিছে। বুজৰবৰুৱাৰ উত্তৰত আশ্বস্ত হৈ মুকুলৰ দেউতাকে ক'লে— দায়-দোষ নধৰিব বুজৰবৰুৱা। আমাৰ গৃহিণীৰ অৱস্থা দেখিছেই, ল'ৰাহঁতক ভাত ৰান্ধে। আপুনি কাছাৰীলৈ আহি আমাক আপোন ভাবি দুপৰীয়াৰ সাজ ইয়াতে খাবলৈ আহে বাবে আমি ভালেই পাওঁ। পিছে খবৰ নিদিয়াকৈ আহে বাবেহে ল'ৰাহঁত দুপৰীয়াৰ সাজ খোৱাৰ পৰা বঞ্চিত হয়— স্কুলৰ আহাৰ বিৰতিৰ সময়ত আহি সিহঁতে চিৰা খাইহে পেট ভৰাবলগীয়া হয়। আপুনি আগধৰি খবৰ এটা দিলে কোনো অসুবিধাই নহয়।

বুজৰবৰুৱাই নীৰৱে কথাখিনি শুনিলে যদিও তাৰ ওপৰত কিমান গুৰুত্ব দিলে সেই বিষয়ে সন্দেহ থাকি গ'ল। মাথোন গলা খেকাৰি এটা মাৰি ক'লে—

এৰা শৰ্মা, সমস্যা এটা হওঁতে হৈছে— মই ভবাই নাই। চাওঁ দিয়কচোন কি কৰিব পাৰি। বুজৰবৰুৱা পতিয়ন যোৱা যেন নালাগিল। কাছাৰীমুৱা হোৱাৰ আগতে মৌজাদাৰৰ দিয়া আন এটা মন্তব্য শুনিহে শৰ্মা হতভম্ব হ'ল: ছাতিটো হাতত লৈ যাবলৈ উঠি মৌজাদাৰে ক'লে—পিছে বুজিছে শৰ্মা, চিৰাও একো অপকাৰী বস্তু নহয়। এই কম বয়সতে ল'ৰাহঁতে কষ্ট কৰিবলৈ শিকিলেহে ভৱিষ্যতে পৰিশ্ৰমী হ'ব পাৰিব।

বুঢাৰ কাৰ্যত শৰ্মাৰ মুখৰ মাত হৰিলে। ইমান খোলাখুলিকৈ কোৱাৰ পিছতো এই পৰিস্থিতিৰ উপশম নহ'ল। কম বয়সীয়া ল'ৰাৰ বাবে চিৰাৰ উপকাৰিতা সম্পৰ্কে সুদীৰ্ঘ আলোচনা-বিলোচনা সৃষ্টি নকৰিলে যদিও মৌজাদাৰ ডাঙৰীয়াই তেখেতৰ আকস্মিক আবিৰ্ভাৱৰ মাত্ৰা কমোৱাৰ কোনো অভিপ্ৰায়ো

নেদেখুৱালে। মুকুলহঁতে আহি মধুসূদন সুৰঁৰিলে। এনেতে আহক মুকুলৰ পেহীযেকৰ পুতেক সমবয়সীয়া উদয়। অতি তীক্ষ্ণ বুদ্ধিৰ উদয তাৰ প্ৰত্যুতপন্নমতিৰ বাবে সমবযসীযাসকলৰ মাজত আদৰণীয় হৈ উঠিছিল। অপ্ৰত্যাশিতভাৱে উদযক পাই মুকুলহঁতে উদযক লৈ এক গোপন শীৰ্ষ সন্মিলনত মিলিত হ'ল। বিষযবস্তু হ'ল "বুজৰবৰুৱা সমস্যা" সমাধান। প্ৰতিটো দিশ খৰচি মাৰি আলোচনা কৰাৰ পিছত শীষ সন্মিলনত সিদ্ধান্ত হ'ল যে মুকুলহঁতৰ মাক-দেউতাকে গম নোপোৱাকৈ মৌজাদাৰ বুঢাক অলপ বেলেগ ধৰণেৰে আপ্যাযিত কৰিব লাগিব— যাতে এই আপ্যাযনৰ আতিশয্যৰ বাবে বুঢা আৰু এইমুৱা নহয। আপ্যাযনৰ সবিশেষ ভাবি উলিযাবলৈ মুকুলক দাযিত্ব দি শীৰ্ষ সন্মিলনৰ সামৰণি মৰা হ'ল।

মুকুলৰ ফন্দীটো জানিবলৈ ইপিনে ধুনু আৰু বাপধনৰ তৎ নোহোৱা হ'ল।

—কচোন, ক মনে মনে কি ঠিক কৰিলি, আমিও সমানে ভুক্তভোগী— ব্যৱস্থা এটা গ্ৰহণ কৰাৰ আগতে আমাৰো জনাৰ অধিকাৰ আছে। —ধুনুৰ দাবী শুনি মুকুলে বুজিলে যে যুগটোৱে হৈছে সঁচা বা কল্পিত অধিকাৰ প্ৰতিপন্ন কৰাৰ যুগ। তৰ্ক-বিতৰ্ক কৰি একো লাভ নহব, তথাপি ধুনু আৰু বাপধনক আশ্বস্ত বা নিৰস্ত্ৰ কৰিবলৈ ক'লে— ৰবিচোন— অধৈৰ্য নহবি। সময়ত সকলো কম। পিছে তহঁত দুয়োৰো সহায পালেহে মোৰ আঁচনিখন সম্পূৰ্ণভাৱে ৰূপাযিত হোৱা সম্ভৱ হব।

বোলে, 'কাকো পাৰ তালো সৰে'। পিছদিনা সোমবাৰে দুপৰীয়া তিনিও ভাত খাবলৈ আহি দেখে যে মৌজাদাৰ বপুৰা পাকঘৰত ভাত খাবলৈ বহিছে মাথোন। অমূল্য সময নষ্ট নকৰি মুকুলে ততাতৈযাকৈ এখন ক্ষুদ্ৰ শীৰ্ষ সন্মিলন আহ্বান কৰিলে।

সন্মিলনত সিদ্ধান্ত হ'ল যে ফুনু আৰু বাপধনে প্ৰহৰীৰ কাম কৰিব আৰু মুকুলে বাকী কামবোৰ সমাধা কৰিব। সমুখৰ বহা কোঠালী-টোৰ চকী এখনত সোমাই থকা মৌজাদাৰৰ চোলাটোৰে মুকুলক হাত বাউল দি নিমন্ত্ৰণ জনালে। ফন্দীটো শুনি ফুনুৱে ততালিকে মুকুলক সাৱধান কৰি দিলে—

গোটেইখিনি নামাৰিবি, ধমধমালৈ উভতি যাবৰ বাবে বাছৰ টিকট কাটিবলৈ কিবা অলপ এৰিবি। টিকট কাটিবলৈ পইচা নাথাকিলে বুঢ়া ৰাতিও আলহী হবহি। ফুনুৰ কথাত টিঙিৰিতুলা হৈ মুকুলে ফুনুক ভৎ'সনা কৰি ক'লে—

ৰাতিৰ কথা এতিয়াই চিন্তা কৰিব নালাগে বাৰু। বয়সৰ জ্যেষ্ঠতাৰ দাবী প্ৰতিপন্ন কৰি ফুনু আৰু বাপধনক নিজৰ নিজৰ কৰ্তব্যত নিয়োগ কৰি মুকুল আগবাঢ়িল। বুঢ়াৰ বেগত আছিল মাত্ৰ ষোল্ল টকা আঠ অনা। "বুঢ়াটো অতি চিকট!— জঘন্য কৃপণ" —ইত্যাদি মন্তব্য প্ৰকাশ কৰি মুকুল ষোল্ল টকা আঠ অনাৰ মহাজন হৈ প্ৰত্যাৱৰ্তন কৰিবলৈ বেছি সময় নালাগিল। কামবোৰ সুকলমে সম্পন্ন হ'ল আৰু স্বাস্থ্যৰ প্ৰতি উপকাৰী চিৰা ভক্ষণ কৰি তিনিও লৰালৰিকৈ স্কুলমুৱা হ'ল। বুঢ়া ইপিনে পালেং শাকেৰে বন্ধা কাৰৈ মাছ এটাৰ কাঁইট গুচোৱাত ব্যস্ত, পূৰ্ণ শান্তি বিৰাজমান —কোনেও একো গমকে নাপালে।

ইয়াৰ পিছত গধূলি বাছৰ টিকট কাটিবলৈ পইচা নোহোৱা বাবে মৌজাদাৰ চাহাব উভতি আহি ৰাতিৰ আলহী হোৱাৰ ফলত ওপৰত উল্লেখ কৰা ধৰণে ফুনুৰ শ্ৰীমুখৰ উদ্গীৰণবোৰ হৈছিল। মুকুলে দেৰিকৈ হলেও নিজৰ ভুল বুজি পালে আৰু ভৱিষ্যতে তেনে ভুল নকৰিবলৈ সিদ্ধান্ত ললে। মৌজাদাৰ বুঢ়াৰ অধ্যৱসায় পিছে শলাগিবলগীয়া আৰু আৱশ্যক হলে সোনকালে পৰিশোধ কৰাৰ প্ৰতিশ্ৰুতি দি মুকুলৰ দেউতাকৰ পৰা ৫।১০ টকা ধাৰ লোৱাতো অভ্যস্ত, অৱশ্যে ধাৰ পৰিশোধ কৰা সম্পৰ্কে অভ্যস্ত বুলি তেওঁক

কোনেও তুষিব নোৱাৰে। অৱশ্যে ইয়াৰ পিছত প্ৰায় এমাহৰ ভিতৰতে ৬।৭ দিন একেখন নাটকৰে পুনৰাবৃত্তি হোৱাতহে বুঢাৰ উপলব্ধি হ'ল—

কথা বিষম—চিলিম ছিগিল। মৌজাদাৰৰ আকস্মিক আগমন বন্ধ হ'ল— কাৰণ বুঢাই অনুমান কৰিলে যে এতিয়া কেৰেলাতকৈ গুটি দীঘল হ'ব। সান্দহ খোৱা বালি তল পৰিল।

তিনিমাহমান পিছৰ কথা। এদিন আবেলি দেউতাকে মুকুলৰ মাকক সুধিলে —

হেৰা, বজৰবৰুৱাই কিহবাত বেয়া পালে নেকি? নহা হ'ল দেখোন?

গৃহিণীয়ে উত্তৰ দিলে— অসুখ-বিসুখো হব পাৰে বা কাছাৰীত হয়তো কাম ওলোৱা নাই।

মাক-দেউতাকৰ কথা শুনি মুকুল-যুনু-বাপধনহঁতে বাগৰি বাগৰি হাঁহিব ধৰিলে যদিও সিহঁতৰ আগত সম্প্ৰতি দেখা দিয়া সমস্যাটোৰ সমাধান নোলাল। বুঢাৰ পকেটৰ পৰা আহৰণ কৰা মুঠ ধন হ'ল ১৮০ টকা, টকাখিনি লৈ কি কৰা যায় সিহঁতে একো ঠিক কৰিব পৰা নাছিল, তদুপৰি অপৰাধীৰ অনুভূতি এটাইও অনবৰত অশান্তি দি আছিল। সমস্যাৰ সমাধান মৌজাদাৰে নিজেই এদিন উলিয়াই দিলে।

সিদিনা দেওবাৰ। মৌজাদাৰ আহি হাজিৰ। দুপৰীয়াৰ সাজ খাই উঠি শৰ্মাৰ ওচৰত টকা দুশ ধাৰ বিচাৰিলে— অৱশ্যে সোনকালে পৰিশোধ কৰাৰ প্ৰতিশ্ৰুতিও দিলে। এইবাৰ পিছে শৰ্মাৰ মুখলৈ কঠিন দৃষ্টি নামি আহিল আৰু পোনেই গভীৰ সুৰত ক'লে—

আপুনি জানেই, মই এতিয়াও পেন্সন পোৱা নাই। আজি দুশ কিয় দুটকাও ধাৰ দিব নোৱাৰো। শৰ্মাৰ কণ্ঠত দৃঢতাৰ আভাস পাই মৌজাদাৰ বপুৰা ঘৰমুৱা হ'ল।

মুকুলইঁতেও দেখিলে পাপৰ প্ৰায়শ্চিত্ত কৰাৰ এয়ে সোণালী সুযোগ। বাটত বুঢ়াক লগ ধৰি মুকুলে ক'লে—

মামা আপোনাৰ নিশ্চয খুব বিপদ হৈছে টকাৰ অভাৱত। আমাৰ হাতত ক্লাবৰ টকা অলপ আছে। অহা দেওবাৰে যদি ওভতাই দিব পাৰে তেনেহলে ১৮০ টকা ধাৰলৈ দিব পাৰো। বুঢ়াই হাততে সৰগ ঢুকি পালে। তপৰাই উত্তৰ দিলে—

নিশ্চয়, নিশ্চয়— তইঁতে কোনো চিন্তাই নকৰিবি। দেওবাৰ কিয অহা বৃহস্পতিবাৰে কাছাৰীলৈ আহোঁতে লৈ আহিম।

১৮০ টকা আগবঢ়াই দি মুকুলে আকৌ সঁকিয়াই দিলে— চাব পিছে আমি যাতে বিপদত নপৰো।

তইঁতে কোনো চিন্তাই নকৰিবি।

টকাখিনি জেপত ভৰাই বুঢ়াই খোজৰ বেগ বঢ়াই দিলে।

মুকুলইঁতে পাপৰ বোজাটো দলিযাই পেলাই স্বস্তিৰ নিশ্বাস পেলালে। অৱশ্যে স্বস্তিৰ নিশ্বাসৰ আচল কাৰণটো গোপনে থাকিল যদিও তিনিও নিশ্চিত আছিল যে ১৮০ টকাৰ ধাৰ পৰিশোধ কৰিবলৈ বুঢ়া আৰু কাহানিও উভতি নাহে।

* * *

# স্বপ্নভঙ্গ

গৌতম ঢলপুৱাতে আহি যেতিয়া হেলেমৰ দক্ষিণে আৰু গহপুৰৰ পৰা কিছু পূব অৱস্থিত বিস্তৃত এলেকাটোত উপস্থিত হৈছিল, তেতিয়া পুহ মাহৰ কুঁৱলী আক্ৰান্ত বিশাল পথাৰখনত আৰু তাৰ চৌদিশে থকা গাঁওবোৰত জীৱনৰ কোনো লক্ষণেই দেখা পোৱা নাছিল। ভাব হৈছিল, কোনোবা এখন নিৰ্জন পৰীৰ দেশলৈ সোমাই আহিছিল গৌতম আৰু যেনিবা পৰীৰ দেশৰ ঘুমন্ত পৰীজনীয়ে গৌতমৰ বাবেহে যুগ যুগ ধৰি অপেক্ষা কৰি আছে।

কোনোদিনেই চিনি-জানি নোপোৱা মানুহ এঘৰৰ আগ-চোতালত ভৰি দিয়াৰ লগে লগে ঢেকুৰাটোৱে খলক লগাইছিল যদিও, ২০ বছৰীয়ামান তৰুণ এজন গৌতমক সোধ-পোছ কৰিবলৈ ঘৰৰ ভিতৰৰ পৰা আগবাঢ়ি আহিছিল। গৌতমৰ নিজৰ দেশৰ মানুহৰ ওপৰত থকা বিশ্বাস ইমান গাঢ় আছিল যে যিকোনো অসমীয়া মানুহৰ ঘৰতে গৌতম অনাদৃত হ'ব নোৱাৰে বুলি নিজৰ এটা দৃঢ়বিশ্বাস আছিল। এই ভাব অহঙ্কাৰসম্ভূত নাছিল,—

আছিল আত্মবিশ্বাসসম্ভূতহে। চিৰবিদ্ৰোহী গৌতম বৰুৱাৰ নাম তেতিয়া, অৰ্থাৎ '৪২ৰ গণ আন্দোলনৰ ভৰদুপৰীয়া,— অসমৰ আকাশে-বতাহে, পৰ্বতে-কন্দৰে এটা সাঁথৰ হিচাপে, এটা উজ্জ্বল প্ৰতিশ্ৰুতি হিচাপে বিয়পি পৰিছিল। গৌতমৰ নামটোৱে যেনিবা এটুকুৰা চুম্বকৰ চৰিত্ৰহে আহৰণ কৰিছিল। য'তেই গৌতমৰ আবিৰ্ভাৱ হয়, তাতেই হেজাৰ-বিজাৰ জনতাৰ সমাবেশ হয়। অসমৰ ইমূৰৰ পৰা সিমূৰলৈ ৰাইজক সংগঠিত কৰি সাম্ৰাজ্যবাদী ব্ৰিটিছ সিংহৰ শাসন আৰু শোষণ ওফৰাই পেলাবলৈ গৌতমে আনকি কিছুমান এলেকা মুক্ত বুলি ঘোষণা কৰি ঠায়ে ঠায়ে স্থানীয় চৰকাৰ পৰ্যন্ত গঠন কৰিছিল আৰু সশস্ত্ৰ প্ৰতিৰক্ষাৰ ব্যৱস্থাও লৈছিল। মুক্তিকামী ৰাইজৰ সঁহাৰিৰ তীব্ৰতা আৰু গভীৰতা দেখি নিজৰ অজানিতেই গৌতমৰ মনটো ১৮২৬ চনৰ বুৰঞ্জীৰ পাতলৈ ঢাপলি মেলিছিল— সপোন দেখিছিল গৌতমে অসমক এখন স্বাধীন ৰাষ্ট্ৰৰ ৰূপ দিয়াৰ।

দুবছৰতকৈও অধিক কাল আত্মগোপন কৰি দিহিঙে-দিপাঙে ঘূৰি ফুৰা গৌতম বৰুৱা আহি যেতিয়া দিনটোৰ বাবে আশ্ৰয় বিচাৰি হেমন্তহঁতৰ আগচোতালত থিয় হৈ হেমন্তৰ ওচৰত নিজৰ চিনাকি দিলে তেতিয়া কলেজীয়া ছাত্ৰ হেমন্তৰ সমগ্ৰ শৰীৰটোৰ নোমবোৰ থিয় দি উঠিল আৰু প্ৰথমে বাকৰহিত হৈ পৰিছিল যদিও, সম্বিত ঘূৰাই পাই আথে-বেথে আদৰি গৌতমক ঘৰৰ ভিতৰত বহিবলৈ দিলে। নিমিষতে, নিঃপাল দি শুই থকা ঘৰখনত যেনিবা বিদ্যুৎহে প্ৰবাহিত হ'ল। ঘৰৰ আটায়ে আহি গৌতমক আগুৰি ধৰিলে। হাত-মুখ ধুবলৈ পানী যোগাৰ কৰি দিয়া, ৰাতিপুৱাৰ চাহটুপি আনি দিয়া— ইত্যাদি ধৰণৰ ব্যস্ততাই এই নিম্ন মধ্যবিত্ত পৰিয়ালটোত যেঁহুজালিৰ লগে লগে এক অভাৱনীয় পৰিৱৰ্তন আনি দিলে। ব্যস্ততাৰ বিস্তৃতি দেখি গৌতম শঙ্কিত হৈ পৰিল— জানোচা এই সৰল হোজা অসমীয়া পৰিয়ালটোৰ

অনিচ্ছাকৃত ভুলৰ বাবে গৌতম ধৰা পৰি যায়। ঘৰৰ বেৰবো হেনো কাণ আছে। পৰিস্থিতিটোৰ বিপজ্জনক দিশটোলৈ আঙুলিয়াই দি গৌতমে আটাইকে ব্যস্ত নহ'বলৈ অনুৰোধ কৰিলে। হেমন্ত, হেমন্তৰ ভনীয়েক গীতাইঁত তেতিয়াহে যেনিবা নিৰস্ত হ'ল।

গৌতমৰ আগমনৰ উদ্দেশ্য শুনি আটায়ে অভিভূত হৈ পৰিল। গৌতমৰ অত্যন্ত বিশ্বস্ত অনুগামী লাহনক আজিৰ পৰা দহদিনৰ আগতে ব্ৰিটিছ সাম্ৰাজ্যবাদৰ ধ্বজাবাহক পুলিচৰ দাৰোগা চক্ৰৱৰ্তীয়ে এইখন গাঁৱৰে চাৰিআলিটোত নিজহাতে গুলীয়াই হত্যা কৰিছিল। আজি আদ্যশ্ৰাদ্ধৰ দিনটোত ক্ষন্তেকৰ বাবে হ'লেও গৌতমে নিজে আহি শোক-সন্তপ্ত পৰিয়ালটোৰ ওচৰত থিয় হ'বলৈ বিচাৰিছে। লাহনৰ অন্তঃসত্তা পত্নীক ভৱিষ্যতৰ নিৰাপত্তাৰ বাবে প্ৰতিশ্ৰুতি দিবলৈ বহুতো বাধা-বিঘিনি নেওচি আৰু পুলিচৰ চকুত ধূলি দি, গৌতম সুদূৰ নলবাৰীৰ পৰা ঘাহী গাঁও পাইছেহি। গৌতমৰ আগমনৰ উদ্দেশ্য আৰু বিপদসঙ্কুল ভ্ৰমণৰ কাহিনী শুনি হেমন্তইঁত ৰোমাঞ্চিত হ'ল আৰু গৌতমৰ দেশপ্ৰেম, বিদ্ৰোহী দুঃসাহসী জীৱনটোৰ প্ৰতি এক দুৰ্বাৰ আকৰ্ষণ অনুভৱ কৰিলে। আনহাতে, মনতে উগুল-থুগুল লাগি পৰা গীতাই গৌতম বৰুৱা আহি যে সিহঁতৰ ঘৰত আশ্ৰয় লৈছে, সেই কথাটো দৌৰ মাৰি গৈ সহপাঠিনী বিজয়াক কোৱাত বাধাপ্ৰাপ্ত হ'ল বাবে কিবা এটা প্ৰাপ্য গৌৰৱ বা স্বীকৃতিৰ পৰা বঞ্চিত হোৱা যেন অনুভৱ কৰিলে।

ঘন কুঁৱলীৰ বিৰুদ্ধে ফেৰ মাৰি নিস্তেজ বেলিটো লাহে লাহে উঠি আহিল। এঘণ্টামানৰ ভিতৰত কুঁৱলীবোৰে পলাই ফাট মাৰিলে আৰু গৌতমৰ চকুৰ সন্মুখত অনাবৃত হৈ পৰিল এক বিশাল বিস্তৃতি— এখন বিৰাট আকাৰৰ পথাৰ; ইমূৰৰ পৰা সিমূৰ মনিব নোৱাৰি। ধানকটা শেষ হৈছে— নৰাবোৰত ওলমি থকা

নিয়ৰৰ টোপোলাবোৰত ৰ'দৰ জিলিঙনিয়ে সমগ্ৰ পথাৰখনকে মণিমানিক্যখচিত বাদামী ৰঙৰ এখন বিশাল কাৰ্পেটৰহে ৰূপ দিছে যেনিবা। অসমৰ গ্ৰামাঞ্চলৰ এই সৌন্দৰ্যই সমগ্ৰ জীৱনব্যাপি গৌতমক হাত বাউল দি মাতি আহিছে।

ৰাইজে স্বতঃস্ফুৰ্তভাৱেই লাহনৰ আত্মশ্ৰাদ্ধ পালন কৰাৰ দায়িত্ব লৈছে বুলি শুনি গৌতম অভিভূত হ'ল যদিও নিশ্চিত হ'ল যে অসমৰ জনতা জাগি উঠিছে আৰু সাম্ৰাজ্যবাদী অত্যাচাৰীৰ দিন চমু চাপি আহিছে। প্ৰায এশখন গাঁৱৰ ৰাইজ আহি সমবেত হ'ব মৃতকৰ আত্মাৰ প্ৰতি সন্মান আৰু চৰকাৰী দমননীতিৰ বিৰুদ্ধে প্ৰতিবাদ জনাবলৈ। লাহে লাহে ৰাইজৰ লানি নিছিগা সোঁতে পথাৰখন ভৰাই তুলিব ধৰিলে। দুপৰীয়া বাৰ বাজে মানে ৰাতিপুৱাৰ বিশাল বাদামী ৰঙৰ কাৰ্পেটখন লাখ লাখ জনতাৰ ভৰিৰ তলত অদৃশ্য হৈ গ'ল। সোঁমাজতে ৬।৭ ফুটমান ওখ মঞ্চ এখন। ডেকাসকলৰ আহ্বানত গৌতম গৈ যেতিয়া মঞ্চখনত থিয় হ'ল তেতিয়া দৃষ্টিগোচৰ হ'ল এক বিশাল জনসমুদ্ৰ। এই সমবেত নৰনাৰায়ণৰ উৎসাহ আৰু লাহন পৰিয়ালৰ প্ৰতি উদ্ৰেক হোৱা স্বতঃস্ফুৰ্ত সহানুভূতিৰ উমান পোৱাৰ লগে লগে নিজে ইমানদিনে সংগঠন কৰি অহা সশস্ত্ৰ সংগ্ৰামৰ বিষযে গৌতম মুহূৰ্ততে সন্দিহান হৈ পৰিল। কোনো স্থায়ী সংগঠন নোহোৱা সত্বেও লাহনৰ দৰে এজন অখ্যাত গাঁৱলীয়া যুৱকৰ প্ৰতি কৰা অন্যায়-অবিচাৰৰ বিৰুদ্ধে প্ৰতিবাদ জনাবলৈ য'ত লাখ লাখ জনতা সমবেত হ'ব পাৰে— তাত জানো সশস্ত্ৰ সংগ্ৰামৰ কিবা প্ৰয়োজন আছে? জনতা দেখোন জাগ্ৰত হৈয়ে আছে— মাথোন আৱশ্যক সংগঠনৰ। এই জাগ্ৰত জনতাৰ বিৰুদ্ধে এই জনসমুদ্ৰৰ আকাশলঙ্ঘী ঢৌৰ বিৰুদ্ধে যে যিকোনো আগ্নেয়াস্ত্ৰই হৈ পৰিব সেই বিষয়ে গৌতমৰ হঠাতে নিশ্চিত প্ৰত্যয় জন্মিল। আৱশ্যক মাথোন এক নিৰ্দিষ্ট সংগঠনৰ —যি সংগঠনে এই অভূতপূৰ্ব জাগৰণে উন্মেষ কৰা শক্তিক সমাজ-

খনক পৰিৱৰ্তন কৰি প্ৰগতিৰ পথত আগুৱাই নিবলৈ, দেশক স্বাধীন কৰিবলৈ গঠনমুখী কামত লগাব পাৰে। এনে ধৰণৰ পৰিপ্ৰেক্ষিতত সশস্ত্ৰ সংগ্ৰামৰ স্থান ক'ত ? নিজে সংগঠন কৰা সশস্ত্ৰ অভিযান আৰু আনকি সাম্ৰাজ্যবাদীৰ মাৰণাস্ত্ৰও অতি তুচ্ছ যেন অনুমান হ'ল। গৌতমৰ ইমানদিনৰ সংকল্প আৰু বিশ্বাসৰ ভেটিটো থৰক-বৰক হৈ পৰাৰ পৰৱৰ্তী মুহূৰ্ততে সমুখত বিৰাজমান বিৰাটৰ মাজত নগণ্য গৌতমে নিজকে যেন পুনৰ আৱিষ্কাৰ কৰিলে। বিৰাটৰ মাজত নগণ্য আৰু নগণ্যৰ মাজত বিৰাট একাকাৰ হ'ল।

ইতিমধ্যে লাহনৰ অন্তঃসত্তা বিধবা পত্নী লাহৰী লাহে লাহে মঞ্চলৈ উঠি আহি গৌতমক সেৱা জনালে। গৌতম বাকৰহিত হ'ল— চকুৰ পানীযে কোনো বাধা নামানিলে। ১৯।২০ বছৰীয়া বিধবা গৰাকীৰ উকা কপালে গৌতমৰ অন্তৰত ধুমুহাৰ সৃষ্টি কৰিলে আৰু লাহৰীৰ এই শোকাবহ দুৰ্যোগৰ বাবে গৌতমে নিজকো নৈতিক দায়িত্বৰ পৰা ৰেহাই দিব নোৱাৰিলে। এক ভীষণ অন্তৰ্দ্বন্দ্বই গৌতমক থকা-সৰকা কৰিবলৈ ধৰিলে।

"গৌতম বৰুৱা আমাৰ নেতা— গৌতম বৰুৱা অমৰ হওক"— অগণন জনতাৰ আকাশ-বতাহ নিনাদিত কৰা কণ্ঠধ্বনিযে গৌতমক সম্বিত ফিৰাই পোৱাত সহায় কৰিলে। সভা শেষ হৈ জনতা ঘৰমুৱা হয় মানে সাঁজ লাগি এন্ধাৰ হ'ল। এই বিশাল জনসমুদ্ৰৰ মাজত অদৃশ্য হৈ যোৱাৰ সুবিধা পাইছিল যদিও, ল'ৰা-ছোৱালী জাকৰ অনুৰোধৰ হেঁচাত গৌতম থাকি যাবলগীয়া হ'ল। নিৰাপত্তাৰ কথা-চিন্তা কৰি থালিকা সলাই ওচৰৰে আন এখন গাঁৱৰ অজিতহঁতৰ ঘৰত ৰাতিটোৰ বাবে গৌতম থকাৰ ব্যৱস্থা কৰা হ'ল। আওহতীয়া ঠাই বাবে তাত পুলিচৰ সহজে চকু পৰাৰ সম্ভাৱনা নাছিল ; তদুপৰি লুইতখনো তেনেই ওচৰতে। ৰাতিপুৱাতে গৌতমক নাৱেৰে ভটিয়াই পঠাবলৈ কোনো অসুবিধা নহ'ব। ডেকা-

গাভৰুজাকে গৌতমক থাকিবলৈ দিয়া সৰু কোঠালীটো আগুৰি আছিল যদিও গাতে লাগি থকা পাকঘৰটোৰ পৰা অজিত আৰু অজিতৰ মাকৰ ভাঁহি অহা ক্ষীণ কথোপকথন গৌতমৰ সদাজাগ্ৰত কাণত নপৰাকৈ নাথাকিল ঃ

—"বুজিছ মা, পাৰ চৰাইযোৰ মাৰি দিবলৈ কাকো নাপালো। জীৱহত্যা নকৰে বোলে।"— অজিতৰ কণ্ঠস্বৰ। "তোক মই আগতেই কৈছিলো নহয তই নিজে মাৰিবলৈ। তোৰ আলহীৰ বাবে আনে বাৰু পাৰ চৰাইযোৰ মাৰি পাপৰ ভাগী কিয় হ'ব ?" অলপ ভাবি মাকে ক'লে— "হেলেম বাগিচাৰ চৰ্দাৰৰ ঘৰলৈ লৈ যা,— চৰ্দাৰে নিশ্চয সহায কৰিব।"

অজিতে চাইকেলখন লৈ পুনৰ ওলাই যোৱা গৌতমে বুজি পালে। কিন্তু এই সাধাৰণ ঘটনাটোৱে গৌতমৰ সমগ্ৰ সত্তা কঁপাই তুলিলে। যিখন সমাজৰ মানুহে নিজে খাবলৈ পাৰ চৰাই এযোৰ মাৰিবলৈকো সাজু নহয, সেইখন দেশৰ মানুহে ৰক্তাক্ত সংগ্ৰামৰ সক্ৰিয অংশীদাৰ হ'বলৈ আগবাঢ়ি আহিব জানো ? আবেগৰ হেঁচাত আগবাঢ়ি আহিলেও, ৰক্তাক্ত ৰাজপথ অতিক্ৰম কৰি লক্ষ্যস্থলত উপনীত হোৱাৰ ধৈৰ্য আৰু মানসিকতা আছে জানো ? নিজে বাৰু ইমানদিনে ভুল পথেৰেই ৰাইজক পৰিচালিত কৰিছে নেকি ? ল'ৰা-ছোৱালীজাকে বিদায় লৈ যোৱাৰ পিছত বহুদিনৰ মূৰত অতি জুতিলগা আহাৰ এসাজ খাই শেতেলিত বাগৰ দিয়াৰ লগে লগে এনেধৰণৰ চিন্তাবোৰে গৌতমক জুমুৰি দি ধৰিলে। ভীষণ অন্তৰ্দ্বন্দ্বই তুপৰীয়াৰ অভূতপূৰ্ব জনসমাবেশটো মনৰ পৰ্দাত আকৌ এবাৰ জীৱন্ত কৰি তুলিলে। পৰিৱৰ্তন, প্ৰগতি, স্বাধীনতা ইত্যাদি শব্দবোৰৰ অৰ্থ যেন ৰক্তাক্ত ৰাজআলিৰ বুকুত নিমজ্জিত হোৱাৰ উপক্ৰম হ'ল। যোৱা কেবাবছৰবো ভিতৰত প্ৰথমবাৰ গৌতমৰ উপলব্ধি হ'ল যে মানৱ চৰিত্ৰ স্বভাৱগতভাৱে হিংস্ৰ নহয়— ৰক্তপাতৰ পক্ষপাতী নহয়। যি সংগ্ৰামে মানুহৰ

জীৱনৰ মূল্য নিদিযে— মানৱীয় অধিকাৰ আৰু মৰ্যাদাৰ মূল্য নিদিযে, সেই সংগ্ৰামৰ পথত এদিন নহয় এদিন পথভ্ৰষ্ট হ'বই লাগিব। হঠাতে যেন গৌতমৰ চকু মেল খালে— ব্ৰিটিছৰ দাৰোগা চক্ৰৱৰ্তীয়ে লাহনৰ গালৈ নিক্ষেপ কৰা গুলীটোৱে ব্ৰিটিছ সাম্ৰাজ্যৰহে অন্তৰাত্মা ভেদ কৰা যেন লাগিল। জনমত নিজৰ বিপক্ষে থাকিলেহে— অৰ্থাৎ সংখ্যালঘুসকলেহে সশস্ত্ৰ সংগ্ৰাম কৰিবলগীয়া হয় যে গৌতমৰ বুজিবলৈ বাকী নাথাকিল। জনতা মাৰ বান্ধি একগোট হৈ থিয় দিলে আগ্নেয়াস্ত্ৰ সংগতিহীন হৈ নপৰিব জানো? দুপৰীয়াৰ বিৰাট জনসমাবেশটোৰ কথা মনত পৰি গৌতমৰ প্ৰত্যয় জন্মিল যে শুদ্ধভাৱে সংগঠন কৰিবলৈ সক্ষম হ'লে আজিৰ পৃথিৱীত জনমততকৈ বেছি শক্তিশালী কোনো অস্ত্ৰ নাই। নিজৰ ভিতৰতে পৰস্পৰবিৰোধী কথা কিছুমান চিন্তা কৰি কৰি গৌতম যেতিয়া টোপনিত লালকাল দিছিল তেতিয়া হেমন্ত আৰু অজিত গৌতমৰ বাবে নাও এখন বিচৰাত ব্যস্ত আছিল।

* * *

# উত্তৰণ

তেতিয়া অসম আন্দোলনৰ ভৰপক। বিখ্যাত সাংবাদিক-সাহিত্যিক যোগেন গগৈৰ যুগ্ম জীৱনৰ অশান্তিযেও প্ৰায় একে সময়তে আগৰ সকলো অভিলেখ ভঙ্গ কৰাৰ উপক্ৰম কৰিছে। সুদীৰ্ঘ ৩০ বছৰ বিবাহিত জীৱন কটোৱাৰ পিছতো যে শ্ৰীমতী গগৈৰ লগত ইমান মতভেদ হবগৈ পাৰে গগৈযে সপোনতো ভবা নাছিল। আগতে মাজে-সময়ে মতান্তৰ হৈছিল— কিন্তু মনান্তৰ হোৱা নাছিল। এতিয়া পিছে অসম আন্দোলনক কেন্দ্ৰ কৰি দুয়োৰো মনান্তৰ ঘটা কথাটো সমাজত সদৰি হৈ পৰিছে। গণ-সমাবেশৰ পিছত গণ-সমাবেশত উত্তেজনাপূৰ্ণ ভাষণ দি দি বাইজৰ যিমানেই হাতচাপৰি পাইছে তিমানেই গগৈৰ লগত শ্ৰীমতী লাবণ্য গগৈৰ দূৰত্ব বাঢ়ি গৈ আছে। পৰিয়ালটোৰ প্ৰতি পত্নী আৰু মাতৃ হিচাপে থকা দায়িত্ব 'অসমীয়াৰ অস্তিত্ব ৰক্ষাৰ শেষ সংগ্ৰাম'খনৰ প্ৰতি জাগি উঠা আবেগিক দায়বদ্ধতাই লাহে লাহে ম্লান কৰি পেলাইছিল। চকু আৰু মূত্ৰাশয়ৰ ৰোগত সঘনাই ভুগি

থকা গগৈৰ স্বাস্থ্যই শ্ৰীমতী গগৈৰ উৎকণ্ঠাৰ কাৰণ আছিল বুলি কোনেও ছুঁষিব নোৱাৰে। গগৈয়ে মাথোন বাতৰিকাকতৰ পৰাহে গম পায় যে কালি লাবণ্যই মাজুলীৰ গণ-সমাবেশত ভাষণ দিছে, আজি বিজনীৰ সভাত যোগ দিব আৰু কাইলৈ নগাঁৱৰ গণ-সমাবেশত বিশিষ্টা অতিথিৰূপে যোগ দিব। গগৈৰ যুগ্ম জীৱন ছিন্নভিন্ন হৈ গৈছিল। লাবণ্যৰ প্ৰতি গগৈৰ পুত্যৌ জন্মিছিল; কিন্তু তীব্ৰ আবেগ আৰু ক্ষন্তেকীয়া তথাকথিত জনপ্ৰিয়তাৰ মোহত অন্ধ হৈ পৰা শ্ৰীমতী লাবণ্য গগৈয়ে যোগেন গগৈৰ কোনো যুক্তিকেই কেৰেপ নকৰিলে। পিছৰ পিনে গৈ নিজৰ ঘৰত লাবণ্য গগৈৰ আবিৰ্ভাৱ মাহে-পষেকেহে হবলৈ আৰম্ভ কৰিলে। অশান্তি বঢ়াৰ ভয়ত গগৈ নিৰ্বিকাৰ হৈ থাকিল। সুদীৰ্ঘ ৩০ বছৰ ধৰিও গগৈয়ে লাবণ্যক যেতিয়া পতিয়ন নিয়াব নোৱাৰিলে যে উগ্ৰজাতীয়তাবাদ সামূহিকভাৱে মানৱ কল্যাণৰ পৰিপন্থী তেতিয়া আজিৰ আন্দোলনমুখৰ পৰিবেশত সেয়া সম্ভৱ নহয় বুলি গগৈয়ে বুজি পাইছিল। কবলৈ গলে ঘৈণীয়েকৰ লগত কোনো সম্বন্ধ নোহোৱা হৈ পৰিল।

যোগেন গগৈৰ জীৱন বিযপা সাধনা আছিল আবেগক জয় কৰি যুক্তিক প্ৰতিষ্ঠা কৰা। দেশ-বিদেশৰ ইতিহাস, দৰ্শন, সাহিত্য আদি অধ্যায়ন কৰি আয়ত্ত কৰিছিল আৰু এজন বিদগ্ধ পণ্ডিত বুলি ঘাইকৈ অসমৰ বাহিৰত স্বীকৃতি লাভ কৰিছিল। অৱশ্যে বিভিন্ন কাৰণত, গোষ্ঠীবাদী ৰাজনীতিৰ প্ৰভাৱত অসমত গগৈদেৱে পাব-লগীয়া স্বীকৃতি কোনোদিনেই নাপালে। কথাতে কয়— কোনো কোলাৰ কোনো বোকোচাৰ। কিন্তু গগৈয়ে হলে অসম আৰু অসমীয়া জাতিটোৰ চহকী অতীতৰ বিষয়ে আৰু ভৱিষ্যৎ সম্বন্ধে ঢেৰ চিন্তা-চৰ্চা কৰিছিল আৰু এতিয়াও কৰি আছে; কিন্তু অতি সহজে আবেগবিহ্বল হৈ পৰা জাতিটোৱে যে অকল আবেগৰ বশৱৰ্তী হৈ অসম্ভৱক সম্ভৱ কৰি তোলা বিজ্ঞানৰ যুগত,

আজিৰ পৃথিৱীখনত নিজক প্ৰতিষ্ঠা কৰিবলৈ সফল হ'ব নোৱাৰে সেই কথাটো প্ৰতীয়মান কৰিবলৈ সমগ্ৰ জীৱন •অকলশৰীয়াভাৱে গৈগৈয়ে যি সংগ্ৰাম চলাই গ'ল সেইটো অতুলনীয়। তাৰ বাবে তেখেতৰ কম লঘু-লাঞ্ছনাও হোৱা নাছিল। তেখেতৰ নিৰাপত্তাৰ বাবে পুতেক দুজনে উৎকণ্ঠা প্ৰকাশ কৰিলে। অতি নিৰ্লিপ্তভাৱে তেখেতে কৈছিল—

'মহাত্মা গান্ধীক শাৰীৰিকভাৱে নিৰ্যাতন কৰা দক্ষিণ আফ্ৰিকাৰ চৰকাৰক আজি পৃথিৱীয়ে স্বীকৃতি দিছে নে মহাত্মা গান্ধীক দিছে? যুক্তি যদি তথ্যভিত্তিক হয়, সত্যৰ ওপৰত প্ৰতিষ্ঠিত হয়, তেনেহ'লে সেই যুক্তিয়ে এদিন নহয় এদিন স্বীকৃতি পাবই আৰু মই— মই তাৰ বাবে অনন্তকাল অপেক্ষা কৰিবলৈ ৰাজী আছো। সাময়িক সুখ-সম্পদ আৰু টুলুঙা পদমৰ্যাদাৰ লোভত মই মোৰ যুক্তি আৰু বাক-স্বাধীনতা বিসৰ্জন দিবলৈ প্ৰস্তুত নহওঁ।' দেউতাকৰ ধ্যান-গম্ভীৰ বক্তব্য শুনি পুতেক দুজন নিৰস্ত হোৱাত বাদে উপায় নাথাকে।

ইমান প্ৰখ্যাত সাংবাদিক আৰু বিদগ্ধ পণ্ডিত হোৱা সত্বেও, এখনৰ পিছত এখনকৈ তিনিখন দৈনিক বাতৰিকাকতৰ মুখ্য সম্পাদকৰ পদৰ পৰা ন্যস্তস্বাৰ্থৰ চক্ৰান্তত পৰি তেখেতে অব্যাহতি লবলৈ বাধ্য হৈছিল। তেখেতে প্ৰায়েই কৈছিল— 'কিশোৰ এজনেও দুৰ্দান্ত ঘোঁৰা এটা দৌৰাব পাৰে, কিন্তু ঘোৰাটোক বশ মনাই নিয়ন্ত্ৰণ কৰিব পৰাজনৰহে ঘোঁৰা দৌৰোৱাৰ প্ৰকৃত অধিকাৰ থাকে। বুজিছা হালৈ, জনতাৰ আবেগ উথলাই শীৰ্ষ বিন্দুলৈ লৈ যোৱাটো খুব টান কথা নহয়— কিন্তু আবেগৰ বশৱৰ্তী হৈ মূক জনসাধাৰণ যেতিয়া উন্মত্ত জনতালৈ ৰূপান্তৰিত হয় আৰু জীৱন আৰু ৰাজহুৱা সম্পত্তিৰ ধ্বংসকাৰ্যত লিপ্ত হয়, তেতিয়া কিন্তু কোনো সাংবাদিকেই সেই পৰিস্থিতি নিয়ন্ত্ৰণ কৰাত অকণো অৰিহণা যোগাব নোৱাৰে, মাথোন নিষ্ফল প্ৰতিবাদ জনাই ক্ষান্ত থাকিবলগীয়া হয়।'

'কিন্তু এই পৰিস্থিতিৰ পৰা নিষ্কৃতি পাবলৈকেও সমাজৰ প্ৰতি দায়বদ্ধ সকলে চিন্তা-চৰ্চা কৰাটো সমীচীন নহয় জানো?' —গগৈৰ এসময়ৰ সহকাৰী সম্পাদক প্ৰতুল হালৈয়ে প্ৰশ্ন কৰে।

'তেনেহলে মই নো কি কৰিছো? মই দেখোন সমগ্ৰ জীৱন তাকেই কৰিলো।'

'কিন্তু সফল হ'ল জানো, ককাইদেউ?' হালৈৰ দ্বিতীয় প্ৰশ্ন।

গগৈদেউ অতি সহজতে খং উঠা প্ৰকৃতিৰ মানুহ। অৱশ্যে তেখেতৰ খং সহজে মাৰো যায়। কাৰো প্ৰতি কোনো ব্যক্তিগত বিদ্বেষ ভাব নাৰাখে যদিও, অপ্ৰিয় সত্য হলেও মুখৰ ওপৰতে কৈ দিয়া স্বভাৱটোৰ বাবে গোটেই কৰ্ম জীৱনটোতে তেখেত অজস্ৰজনৰ অপ্ৰিয়ভাজন হৈ জীৱনত কম লটি-ঘটি হ'বলগীয়া হোৱা নাই।

হালৈৰ দ্বিতীয় প্ৰশ্নটোত গগৈৰ টিঙিচকৈ খঙটো উঠিল আৰু উত্তেজিত সুৰত হালৈক প্ৰতিআক্ৰমণ কৰিলে— 'সফল হৈছো নে নাই তাৰ ওপৰত বিচাৰ কৰিবলৈ তুমি কোন 'ডেনিয়েল' ওলালাহে? তাৰ বিচাৰ কৰিব ভৱিষ্যতে— বিচাৰ কৰিব ইতিহাসে।'

'হালৈয়ে গগৈৰ স্বভাৱ ভালদৰে জানে আৰু সেয়েহে অন্য-দিনে গগৈৰ টান কথাত কোনোদিনেই ক্ষুণ্ণ হোৱা নাই। আজি সামাজিকভাৱে বৰ্জিত জীৱন এটা গগৈয়ে যাপন কৰিবলগীয়া হোৱাৰ পিছতো হালৈৰ তেখেতৰ প্ৰতি থকা আনুগত্য অকণো হ্ৰাস পোৱা নাই। হালৈ নীৰৱে থকা দেখি গগৈয়ে আকৌ কলে—

'ইতিহাসৰ ছাত্ৰ হিচাপে তুমি নিশ্চয় জানা যে চক্ৰেটিচে সত্য আৰু যুক্তিৰ লগত আপোচ কৰাৰ পৰিবৰ্তে ৰাষ্ট্ৰযন্ত্ৰৰ আদেশ অনুযায়ী বিষপাত্ৰহে হাতত তুলি লৈছিল। ইতিহাসে পিছে

চক্রেটিচকহে মনত ৰাখিলে। মই জীৱনৰ শেষ মুহূর্তলৈকে কৈ যাম— লিখি যাম যে অনিয়ন্ত্রিত আবেগ কেতিয়াও সত্য উদ্ঘাটনৰ সহায়ক হ'ব নোৱাৰে আৰু তেনে আবেগে যুক্তিৰ পথ অপসৃয়মান কৰি তোলে।'

'তেনেহলে ককাইদেউ, ব্যক্তিগত জীৱন, জাতীয় জীৱন বা বহল অৰ্থত ইতিহাসৰ বাবে আবেগৰ কোনো প্ৰয়োজন নাই নেকি?' হালৈৰ প্ৰশ্ন। হালৈও সহজে এৰা ভকত নহয়।

'আকৌ ভুল কৰিলা। মই অনিয়ন্ত্রিত আবেগৰ কথাহে কৈছো। কিয়— নিস্বাৰ্থ দেশপ্ৰেমো এটা সুস্থ আবেগ নহয় জানো? আৰু এই সুস্থ আবেগৰ বশৱৰ্তী হৈযে অজস্ৰজনে নিজৰ দেশৰ বাবে হেলাৰঙে প্ৰাণ ত্যাগ নকৰে জানো? অৰ্থাৎ সময়ে নিৰ্ভুলভাৱে প্ৰমাণ কৰা সত্যটো হ'ল— অনিয়ন্ত্রিত আবেগে যুক্তি আৰু সত্যৰ পথ কুঁৱলী আক্রান্ত কৰে, কিন্তু যুক্তি আৰু সত্যই জন্ম দিয়া আবেগে পৃথিৱীৰ বুৰঞ্জী চহকী কৰে— ব্যক্তিগত জীৱন মহিমামণ্ডিত কৰে। দূৰলৈ যোৱাৰ আৱশ্যক নাই— তাৰ প্ৰমাণ গান্ধীজীৰ নেতৃত্বত বিকশিত হোৱা আমাৰ দেশৰ অহিংস স্বাধীনতা সংগ্ৰাম। যুক্তি আৰু সত্যৰ ভিত্তিত গঢ় লৈ উঠা এটা সুস্থ আবেগৰ বশৱৰ্তী হৈযে নেহৰু, আজাদ, বৰদলৈ, ৰাজেন্দ্ৰ-প্ৰসাদ, ফুকন, কৃপালনি, ৰাজাগোপালাচাৰী আদি বৰেণ্য ব্যক্তিয়ে বছৰৰ পিছত বছৰ বিনা দ্বিধাই জীৱনৰ বহুতো সময় কাৰাৰুদ্ধ হৈ কটোৱা নাছিল জানো?' ইত্যাদি ধৰণৰ বাক্‌বিতণ্ডাৰে হালৈ আহিলেই সন্ধিয়াটো মুখৰ হৈ উঠে। হালৈ নীৰৱে থকা দেখি গগৈয়ে অনুযোগৰ সুৰত আকৌ হালৈক কয়: 'তুমি দেখোন মোৰ জীৱনৰ যোৱা ছটা বছৰ অতি ওচৰৰ পৰা দেখিলা। তুমি নিশ্চয় মোৰ লগত একমত হবা যে নবৌৱেৰা ব্যক্তি হিচাপে বেয়া মানুহ নাছিল; কিন্তু অনিয়ন্ত্রিত আবেগৰ বলি হৈ, যুক্তিৰ প্ৰতি অকণো আস্থা নেদেখুৱাই— মোৰ জীৱনৰ পৰা আঁতৰি

নগ'ল জানো? সঁচা কথা মই নিঃস্ব হলো, কিন্তু মোৰ বিবেকৰ দংশন নাই।'

বাতৰিকাকতৰ চাকৰি বাদ দি গগৈয়ে এখন কলেজত শিক্ষকতা আৰম্ভ কৰিছে আৰু বেঙ্কৰ পৰা ঋণ লৈ সৰু প্ৰেছ এটা খুলিছে। আগৰ পৰা গুৰিলৈকে সকলো কাম নিজহাতে কৰি নিজৰ প্ৰেছৰ পৰায়ে গগৈয়ে সাপ্তাহিক 'উত্তৰণ'খন নিয়মীয়া-ভাৱে উলিয়াবৰো বহুদিন হ'ল। নতুন নতুন চিন্তাৰ খোৰাক যোগোৱা অতি উচ্চমানদণ্ডবিশিষ্ট কাকত বুলি সমাদৃত হোৱাৰ পিছতো গগৈয়ে ধনৰ অভাৱত আৰু চৰকাৰী বিজ্ঞাপনৰ অভাৱত কাকতখনৰ কলেৱৰ বৃদ্ধি কৰিবলৈ সক্ষম হোৱা নাই। তিনিখনকৈ দৈনিক বাতৰিকাকতৰ মুখ্য সম্পাদকৰ দায়িত্ব বহন কৰাৰ পিছত গগৈয়ে ভালদৰেই জানিছিল যে চৰকাৰী বিজ্ঞাপন নাপালে কাকত এখন জীয়াই ৰখা দুৰূহ কাম, কিন্তু পৰিও-নপৰা, মৰিও-নমৰা গগৈয়ে সংগ্ৰামখন অকলেই চলাই যাবলৈ দৃঢ়প্ৰতিজ্ঞ আছিল। সেয়েহে অবৰ্ণনীয় অভাৱ-অনাটনৰ মাজেৰে হলেও গগৈয়ে এই চাৰি পৃষ্ঠাৰ সাপ্তাহিকখনৰ জৰিয়তে আবেগ আৰু স্বৈৰতন্ত্ৰী মানসি-কতাৰ বিৰুদ্ধে জনমত গঠন কৰিবলৈ কেবাবছৰো ধৰি নেৰানেপেৰা চেষ্টা চলাই গৈছে। নকলেও হ'ব যে গগৈদেউৰ কোনো ৰাজনৈতিক আকাংক্ষা নাছিল। মাথোন আকাংক্ষা আৰু চেষ্টা আছিল জাতিটোৰ ৰাজনৈতিক, সামাজিক, অৰ্থনৈতিক গাঁথনিটো বিজ্ঞানসম্মত দৃষ্টিভঙ্গীৰ ভিত্তিত পুনৰ্গঠন কৰা।

অনমনীয় আৰু আপোচবিহীন দৃষ্টিভঙ্গীৰ বাবে 'উত্তৰণ'ৰ সম্পাদক যোগেন গগৈ ডাওৰীয়া বিখ্যাত অসম আন্দোলনৰ সময়ত বহুবাৰ লাঞ্ছিত হ'বলগীয়াও হ'ল— কাৰণ আন্দোলনকাৰীসকলৰ স্বৈৰতন্ত্ৰী আৰু ৰাজহুৱা স্বাৰ্থবিৰোধী কাৰ্যসূচী কিছুমানৰ বিৰুদ্ধে কেতবোৰ অতি বলিষ্ঠ নিবন্ধ 'উত্তৰণ'ত প্ৰকাশ কৰি তেখেত উতনুৱা কিশোৰ আৰু যুৱক এচামৰ অপ্ৰিয়ভাজন হৈ পৰিছিল;

আনকি তেখেতৰ সতীৰ্থ কিছুমানেও তেখেতৰ স্বতন্ত্ৰতীয়া, সেও নমনা মনোভাবৰ বাবে ঈৰ্ষাপৰায়ণ হৈ গগৈদেউৰ ছাত্ৰ কিছুমানকে তেখেতৰ বিৰুদ্ধে উচটাইছিল। কেতিয়াবা প্ৰচাৰ কৰা হৈছিল তেখেতে জাত-পাত লৈ ৰাজনীতি কৰিবলৈ ইচ্ছুক,৭ কেতিযাবা কোৱা হৈছিল তেখেত কলিকতীযা কাকতৰ দালাল আৰু কেতিয়াবা আনকি চি-আই-এনো কি বস্তু নজনাকৈয়ে, তেখেতক চি-আই-এ-ৰ গুপ্ত এজেণ্ট বুলিও অভিহিত কৰা হৈছিল। গগৈৰ একমাত্ৰ প্ৰতিক্ৰিযা আছিল এটা তাচ্ছিল্যৰ মিচিকীয়া হাঁহি'

"নাজানাৰ ডোল ঠেঙত
জানাৰ ডোল গলত"

হালৈক প্ৰাযে কৈছিল—

'বুজিছা হালৈ, মূৰ্খামি আৰু দিনকণা স্বভাৱটো নতুন প্ৰজন্মই একচেতীযা সম্পত্তি কৰি লবলৈ চেষ্টা কৰিছে, পিছে এই দুটা বস্তু যিমানে বেছি মানুহৰ মাজত বিতৰণ হ'ব— তিমানেই পৃথিৱীখন থাকিবলৈ বেছি ভাল হ'ব— সমাজখন তিমানেই বেছি নিকা হ'ব, কাৰণ তেতিযাহলে, অসুন্দৰ বহুবিভক্ত হৈ প্ৰত্যেকৰে ভাগলৈ খুব কম অংশহে থাকিবগৈ— যাৰ ফলত সুন্দৰৰ প্ৰভাৱ বাঢি যাব। অৱশ্যে মানৱ সভ্যতা থাকে মানে এই অসুন্দৰক সম্পূৰ্ণভাৱে নাশ কৰাৰ কোনো সম্ভাৱনা নাই— কিযনো ধানটোৱে পতি কণটো, মানুহটোৱে পতি মনটো।'

হালৈযে বহু সময়ত গগৈৰ তত্ত্বগধুৰ কথাবোৰ বুজি নাপাই মনে মনে থাকে। তথাপিও গগৈৰ কল্যাণ আৰু নিৰাপত্তাৰ বাবে হালৈৰ দুশ্চিন্তাৰ সীমা নাই। যিদিনা অসমত দীঘলীযা আন্দোলনটোৰ পিছত পোন প্ৰথমবাৰৰ বাবে আঞ্চলিক দল এটা ক্ষমতাসীন হ'ল, সিদিনা হালৈ দৌৰি আহিছিল গগৈৰ ওচৰলৈ আৰু অনুনয বিনয কৰি গগৈক কৈছিল—

'ককাইদেউ, আমি আটাযে ল'ৰাহঁতক এটা সুযোগ দিয়া

উচিত। কংগ্ৰেছে জাতীয় জীৱনৰ ৰন্ধ্ৰে ৰন্ধ্ৰে সুমুৱাই দিয়া অপ-সংস্কৃতিৰ শিপা পৰ্যন্ত উভালি পেলাবলৈ ইহঁতক আমি উৎসাহ দিব লাগে —ইহঁতৰ লগত আমি সহযোগ কৰিব লাগে।'

বহুত সময় নিমাতে তলকা মাৰি থাকি গগৈয়ে এটা সময়ত ক'লে— 'বোলে, গছত কঠাল ওঁঠত তেল। হালৈ, তুমি কিছুমান কথা প্ৰমাণিত হোৱাৰ আগতে স্বতঃসিদ্ধ বুলি ধৰি লৈছা। তোমালোক ক্ষন্তেকীয়া আবেগ আৰু উচ্ছ্বাসৰ বশৱৰ্তী হৈ আশাবাদী হৈ পৰা; মই পিছে মানুহৰ চৰিত্ৰত অলঙ্ঘ্য শিখৰ অতিক্ৰম কৰিব পৰা, মানুহৰ মনটো সীমাহীন সৌন্দৰ্যৰ অধিকাৰী হ'ব পৰা সম্ভাৱনাখিনিৰ ওপৰত ভিত্তি কৰিহে দুৰন্ত আশাবাদীৰ জীৱন এটা যাপন কৰিছো, কোনোবা আঞ্চলিক দল ক্ষমতালৈ আহি দুখুনী, অভিশপ্ত অসমৰ দুখ আৰু শাপমোচন কৰিব তাৰ আশাত নহয়। প্ৰাত্যহিকতা আৰু অসুন্দৰৰ বলিশালত যদি নিতৌ মানুহৰ চৰিত্ৰ, মানৱীয় মৰ্যাদা আৰু প্ৰগতিমুখী গুৱনি আত্মাটোক বলি দিয়া নহয়, তেনেহলে আঞ্চলিক দল কিয়, সৰ্বভাৰতীয় দলেও আনকি জকাইচুকীয়া ৰাইজৰো আশা-আকাংক্ষা পূৰণ কৰিবলৈ সক্ষম হ'ব। হালৈ, মনত ৰাখিবা অৰ্থপূৰ্ণভাবে জীয়াই থকাটো এটা সংগ্ৰাম আৰু এই সংগ্ৰামক যিমান মহৎ আৰু সুন্দৰ কৰি তুলিব পৰা যায় জীৱন তিমানেই বেছি অৰ্থপূৰ্ণ, মোহনীয় হৈ উঠে।'

অলপ ৰৈ গগৈয়ে আকৌ আৰম্ভ কৰিলে: 'বুজিছা হালৈ, প্ৰকৃত জ্ঞান আয়ত্ত কৰিব পাৰিলেহে জীৱনক উপলব্ধি কৰা সম্ভৱ হয়— আবেগে এই উপলব্ধি কাহানিও আনিব নোৱাৰে। জ্ঞান আৰু ব্যৱহাৰিক অভিজ্ঞতাৰ সমন্বয় সাধন কৰিবলৈ সক্ষম হলে যিকোনো চৰকাৰেই ৰাইজৰ কল্যাণ সাধিবলৈ সমৰ্থ হ'ব। আজিৰ যুগত, তীব্ৰ গতিত আগবঢ়া পৃথিৱীখনত অনুমানৰ কোনো স্থান নাই। সকলো কথা বিজ্ঞানসন্মত হলেহে তিষ্ঠি থকা সম্ভৱ হ'ব। মই কিন্তু এই ক্ষেত্ৰত খুব আশাবাদী নহয়; অসম

আন্দোলনৰ চাৰিত্ৰিক দুৰ্বলতাই আঞ্চলিক দলটোৰে গঠন কৰা চৰকাৰখনকো পঙ্গু কৰি পেলাব বুলিহে মোৰ শঙ্কা হয়—কিয়নো নেতা একেচামেই। দেখিলেহে লেখিম— বোলে, 'হৰ ছুলি বুলিব বাপ, তেহে গুচিব মনৰ তাপ।'

নতুন চৰকাৰ ক্ষমতাসীন হোৱা ছমাহ নৌ হওঁতেই বিভিন্ন কেলেঙ্কাৰীয়ে যেতিয়া এই দলটোৰ চৰকাৰখনৰ জনসাধাৰণৰ স্বাৰ্থ বিৰোধী চৰিত্ৰটো উদঙাই দিছিল তেতিয়া আৰু গগৈ মনে মনে বহি থাকিব নোৱাৰিলে। আদিতে বিভিন্ন ধৰণৰ অৰ্থনৈতিক সমস্যাবোৰ চৰকাৰ আৰু ৰাইজৰ আগত গঠনমূলক দৃষ্টিভঙ্গীৰে দাঙি ধৰিবলৈ গগৈ তৎপৰ হৈছিল। অসমৰ আৰ্থ-সামাজিক পটৰ দ্ৰুত পৰিবৰ্তনৰ বাবে বিভিন্ন নিবন্ধ লিখিছিল; কিন্তু এনে ধৰণৰ চিন্তা-চৰ্চাৰ প্ৰতি চৰকাৰৰ অনীহা আৰু বিধায়ক-মন্ত্ৰী সকলৰ চাৰিত্ৰিক দুৰ্বলতাই যেতিয়া অসমৰ ভৱিষ্যৎ ভয়াবহ কৰি তোলাৰ সম্ভাৱনাই দেখা দিলে, তেতিয়া গগৈৰ কলমে আকৌ এবাৰ ৰুদ্ৰমূৰ্তি ধাৰণ কৰিলে। তীব্ৰ সমালোচনাৰে চৰকাৰখনক থকা-সৰকা কৰি চৰকাৰৰ কলৈ যাওঁ গোপাল কলৈ যাওঁ কুপাল অৱস্থা কৰিলে। দিছপুৰে ত্ৰাহি মধুসূদন সুঁৱৰিলে। আৰম্ভ হ'ল গগৈৰ ওপৰত বিভিন্ন ধৰণৰ পৰোক্ষ নিৰ্যাতন। মূৰ্খইতে বুজি নাপালে যে নিৰ্যাতনৰ দ্বাৰা গগৈৰ কলম বন্ধ কৰা সম্ভৱ নহয়। নানা ধৰণৰ নিৰ্লজ্জ, মনেসজা কেলেঙ্কাৰীৰ প্ৰচাৰৰ দ্বাৰা গগৈক সমাজৰ চকুত হেয় প্ৰতিপন্ন কৰা হ'ল— আনকি এটা সময়ত ষড়যন্ত্ৰ কৰি গগৈক সামাজিকভাৱেও বৰ্জিত কৰি কুকুৰে কাঁইট নোখোৱা অৱস্থা কৰিলে। গগৈৰ হলে সেই একেটাই কথা—

'এয়া হ'ল অন্ধ আবেগৰ ফলশ্ৰুতিহে— ক্ষণস্থায়ী হবলৈ বাধ্য, বুজিছা হালৈ।' হালৈ আশ্বস্ত হোৱা যেন অনুমান নহ'ল। যিয়েই নহওক, গগৈৰ এই অক্লান্ত সংগ্ৰামত হঠাতে যতি পৰিল: মূত্ৰাশয়ৰ ৰোগে গগৈক শয্যাশায়ী হবলৈ বাধ্য কৰিলে— লগে লগে চকুৰ

অসুখেও গগৈৰ কলম আজুৰি ধৰিলে। হালৈয়ে বহু চেষ্টা কৰিও গগৈৰ সুচিকিৎসাৰ বাবে চৰকাৰৰ পৰা কোনো সঁহাৰি নাপালে। আনকি লাবণ্যই এদিন খবৰ কৰিবলৈও নাহিল। গগৈৰ বিশাল পাণ্ডিত্য আৰু বিজ্ঞানসম্মত চিন্তাধাৰা পাহৰণিৰ গৰ্ভত লীন যোৱাৰ উপক্ৰম হ'ল— 'উত্তৰণ' বাতৰিকাকত বজাৰৰ পৰা প্ৰায় নিৰুদ্দেশ হ'ল। গগৈ কিন্তু নিজে নিৰ্বিকাৰ ; মাথোন মাজে সময়ে হালৈক কয়— 'বুজিছা হালৈ, চিতাত উঠাৰ পিছত হলেও মোৰ আদৰ্শই স্বীকৃতি পাব। চিতাত নুঠালৈকে মই মোৰ কৰলগীয়াখিনি কৈ যাম। স্বীকৃতি পাওঁ নেপাওঁ তাৰ বাবে মোৰ কোনো ব্যগ্ৰতা বা আক্ষেপ নাই।'

বিদেশত প্ৰশিক্ষণৰত পুতেক দুজনক খবৰ দিবলৈ গগৈ কোনো-পধ্যেই মান্তি নহ'ল। আনহাতে, আঞ্চলিক দলটোৰ চৰকাৰত একমাত্ৰ মহিলা মন্ত্ৰী হিচাপে যোগদান কৰা দিন ধৰি লাবণ্য গগৈৰ লগত থকা অতি থীণ সম্বন্ধটোও লাহে লাহে নোহোৱা হৈ গৈছিল— স্বামী-স্ত্ৰীৰ সম্বন্ধ নাইকিয়া হৈ পৰিছিল তাৰ বহুতো আগতে। আঞ্চলিকতাবাদ বনাম মানৱতাবাদৰ যুদ্ধখনে আন একো কৰিব নোৱাৰিলেও গগৈৰ বিবাহিত জীৱন চিৰদিনৰ বাবে চিৰাচিৰ কৰি দিছিল, আনকি অহা-যোৱা পৰ্যন্ত বন্ধ হৈ গৈছিল।

নিজৰ প্ৰেছৰ কৰ্মচাৰী দুজন আৰু হালৈৰ চেষ্টাত গগৈক যেতিয়া মেডিকেল কলেজলৈ স্থানান্তৰিত কৰা হ'ল তেতিয়া বহুতো দেৰি হৈ গৈছিল— তাত ভৰ্তি কৰোৱাৰ দুদিন পিছতে চিৰবিদ্ৰোহী গগৈৰ সংগ্ৰামী জীৱনৰ ওৰ পৰিল। বিদ্ৰোহী কবি নজৰুলৰ জীৱন-নাটৰ যেন পুনৰ আবৃত্তিহে হ'ল। হয়তো পঞ্চাশ বছৰৰ পিছত গগৈৰ লিখনীসমূহৰ ওপৰত গৱেষণা পৰ্যন্ত হ'ব— গগৈৰ পাণ্ডিত্যক লৈ অসমে গৰ্ব কৰিব। কিন্তু আজি গগৈৰ মৃত্যুশয্যাৰ ওচৰত থিয় হৈ এবাৰি মৰমৰ মাত দিবলৈ উল্লেখযোগ্য কোনো

ব্যক্তিয়েই নাছিল— আনকি শ্রীমতী গগৈও। শেষ নিশ্বাস ত্যাগ কৰাৰ আগতে গগৈয়ে সেহাই সেহাই হালৈক কৈছিল—

'হালৈ মই আছিলো বিদ্রোহী নজৰুলৰ শিষ্য। মোৰ জীৱনৰ সাধনা আছিল অসুন্দৰক সুন্দৰ কৰা, বুজিবলৈ টান কথাটো বুজি পোৱাৰ ৰূপত নিবেদন কৰা আৰু আবেগৰ পৰিৱৰ্তে যুক্তিৰ ভেটিত অসমীয়া জাতি নিৰ্মাণৰ প্ৰক্ৰিয়াটোক ৰূপ দিয়াৰ।'

সেহাই সেহাই কথাখিনি কৈ গগৈ ভাগৰি পৰিছিল আৰু ক্ষন্তেক পিছতে চিৰদিনৰ বাবে নীৰৱ হৈ পৰিছিল। ধাবমান উজ্জ্বল নক্ষত্ৰ এটা অখ্যাত পৰ্ণীয়া তৰাৰ দৰে আকাশৰ পৰা খহি পৰিছিল।

হালৈ মহাবিপাণ্ডত পৰিল , মৃতদেহটো শ্মশানলৈ নিবৰ বাবেও যথেষ্টসংখ্যক মানুহ যোগাৰ কৰা কষ্টসাধ্য হৈ পৰিছিল। পুতেক দুজন আমেৰিকাৰ পৰা আহি পোৱালৈকে মৃতদেহ ৰাখি থোৱা সম্ভৱ নহয। গতিকে প্ৰেছৰে কৰ্মচাৰী তিনিজনৰ সহায়ত শৱযাত্ৰাৰ আয়োজন কৰা হ'ল। গগৈৰ মৃত্যুৰ খবৰ যদিও বনজুইৰ দৰে বিযপি পৰিছিল' ৰাষ্ট্ৰযন্ত্ৰৰ ভযত খবৰ লবলৈ কোনো আগবাঢ়ি নাহিল। আটায়ে যেন ভীত-ত্ৰস্ত মুহ্যমান! হালৈয়ে গাঁঠিৰ ধন ভাঙি চিতাৰ ব্যৱস্থা কৰে মানে সাঁজ লাগি এন্ধাৰ হ'ল। চিতাত অগ্নি সংযোগ কৰাৰ ঠিক আগমুহূৰ্ত্তত এখন ভি আই পি গাড়ী আহি শ্মশানত ৰ'ল। গাড়ীৰ পৰা নামি আহিল ৰাজ্যিক চৰকাৰৰ এগৰাকী জ্যেষ্ঠ মন্ত্ৰী বুধীন হাজৰিকা— হাতত এধাৰি ফুলৰ মালা। হালৈ আৰু লগত থকা বাকী তিনিজন ব্যক্তি আচৰিত হ'ল, কিয়নো সেই মুহূৰ্ত্তত নৱগ্ৰহ শ্মশানত আন কোনো চিতা বা মৃতদেহ নাছিল। তেনেহলে মন্ত্ৰীপ্ৰবৰে কাকনো সম্মান জনাবলৈ আহিছে ?

হালৈয়ে কিন্তু নিজে এইগৰাকী মন্ত্ৰীক খুব শ্ৰদ্ধা কৰে— বোকাত জন্ম লোৱা পদুমহে যেনিবা। দুৰ্নীতিৰ বিভিন্ন কেলেঙ্কাৰীয়ে,

স্বজন-প্ৰীতিৰ বদনামে পঙ্গু কৰি পেলোৱা মন্ত্ৰীসভাখনৰ একমাত্ৰ সাধু ব্যক্তি বুধীন হাজৰিকা নিম্ন-মধ্যবিত্ত শ্ৰেণীৰ মানুহ। এম-এটো পাছ কৰি উঠি নিজৰ গাৱঁৰে তেতিয়ালৈকে চৰকাৰী স্বীকৃতি নোপোৱা হাইস্কুলখনত নামমাত্ৰ দৰমহাতে শিক্ষকৰ চাকৰি কৰি আছিল। ঘৰৰ অৱস্থা শোচনীয়। ঘৰ বুলিবলৈ খেৰৰ দুটি পঁজা মাথোন— ৰাতি তৰা গণিব পাৰি। নিজৰতো দূৰৈৰ কথা— আনকি সত্তবিবাহিতা পত্নীৰো পিন্ধিবলৈ মাথোন তিনি-চাৰি যোৰহে কাপোৰ। হাজৰিকাৰ জীৱনৰ ভেটিও হ'ল সুস্থ আদৰ্শ। মন্ত্ৰীসভাৰ আনবোৰ সতীৰ্থৰ দৰে মন্ত্ৰী হোৱাৰ পিছত তেখেতৰ আৰ্থিক অৱস্থাৰ যোৱা চাৰি বছৰতো কোনো পৰিবৰ্তন নহ'ল। গাঁৱৰ উকথা পঁজা উকখিয়ে থাকিল। আনকি অতিৰিক্ত এসাজ নতুন কাপোৰ বা এডাল গহনাৰো ঘৈণীযেকৰ পেৰাত আবিৰ্ভাৱ নহ'ল। নিজেও তাহানিতে কিনা বাটাৰ চেন্দেলযোৰেৰেই চাৰিটা শীত পাৰ কৰি দিলে। শীত-তাপ নিয়ন্ত্ৰিত শোৱনি কোঠালীৰ বাবেও হাজৰিকাই কোনোদিনেই আৱশ্যকতা অনুভৱ নকৰিলে। উদ্যোগ বিভাগৰ মন্ত্ৰী হাজৰিকাৰ দিনে-নিশাই কেৱল চিন্তা— অসমৰ ইমূৰৰ পৰা সিমূৰলৈ কিদৰে হেজাৰ হেজাৰ ক্ষুদ্ৰ উদ্যোগ গঢ়ি তুলিব পৰা যায়। হাজৰিকাৰ শত্ৰুৱেও স্বীকাৰ কৰিব লাগিব যে হাজৰিকা দম্পতীৰ অক্লান্ত পৰিশ্ৰমৰ ফলতেই আজি অসমত অসমৰে কেঁচামাল ব্যৱহাৰ কৰি ক্ষুদ্ৰ ক্ষুদ্ৰ উদ্যোগ-বোৰ গঢ়ি তোলাৰ এটা বাতাবৰণৰ সৃষ্টি হৈছে। ইত্যাদি বিভিন্ন কাৰণত হালৈয়ে এই মন্ত্ৰীগৰাকীৰ প্ৰতি এটা শ্ৰদ্ধাশীল মনোভাব পোষণ কৰি আহিছে।

মন্ত্ৰী হাজৰিকা গগৈৰ চিতাৰ পিনে আগবাঢ়ি যোৱা দেখি হালৈয়ে আচৰিত হৈ সুধিলে— 'আপুনি ইয়াত ?'

তেওঁৰ প্ৰশ্নৰ উত্তৰ নিদি মন্ত্ৰীগৰাকী আগবাঢ়ি গৈ চিতাৰ ওপৰত মালাডাল অৰ্পণ কৰিলে আৰু গগৈৰ দুয়োখন ভৰিত ধৰি

প্ৰণাম জনালে। প্ৰণাম কৰি উঠিহে হালৈৰ প্ৰশ্নৰ উত্তৰ দিলে—
'এৰা, ময়েই।'

'মই কিন্তু ইয়াৰ অৰ্থ নুবুজিলো।' হালৈৰ উক্তি শুনি হাজৰিকাই কলে—

'বুজিব, হালৈ ডাঙৰীয়া, বুজিব, মই আপোনাক কম বুজিছে হালৈ, মন্ত্ৰী হোৱাৰ যন্ত্ৰণা বৰ গভীৰ। মন্ত্ৰীৰ প্ৰতিটো পদক্ষেপেই বিভিন্ন প্ৰলোভনেৰে আক্ৰান্ত। নিজৰ আদৰ্শ নাথাকিলে, সমাজৰ প্ৰতি দায়বদ্ধতা নাথাকিলে আৰু প্ৰতিজন নিস্বাৰ্থ সমালোচকক শত্ৰু জ্ঞান কৰিলে উক্ত প্ৰলোভনবোৰে মন্ত্ৰিত্বৰ গাদীখন কলঙ্কিত কৰে আৰু আজি আমাৰ এই দুৰ্ভগীয়া মন্ত্ৰীসভাখনৰ ক্ষেত্ৰতো আপোনালোক আটায়ে তাকেই ঘটা দেখিবলৈ পালে। দেশপ্ৰেম কাৰো একচেটিয়া সম্পত্তি নহয়, অকল আমিহে দেশৰ হিত চিন্তা কৰো— আন কোনোৱে নকৰে এনেধৰণৰ মানসিকতাৰ বাবেই আমাৰ চৰকাৰখনে যোৱা চাৰিটা বছৰে কোনো সমালোচনাকে পৰীক্ষা কৰি নাচালে। কিন্তু গগৈদেউৰ তীব্ৰ সমালোচনাই, যুক্তিপূৰ্ণ নিবন্ধসমূহে মোৰ পদস্খলন নোহোৱাত প্ৰধান সহায়কৰ ভাও দি আহিছিল। আজি এটা যুগৰ অৱসান হ'ল। পৰিস্থিতিৰ বাধ্যবাধকতাৰ বাবে ব্যক্তিগতভাৱে তেখেতৰ সান্নিধ্য লাভৰ পৰা বঞ্চিত হৈছিলো যদিও বা তেখেতৰ লগত মোৰ ব্যক্তিগত সম্বন্ধ গঢ়ি নুঠিল যদিও মোৰ ৰাজহুৱা জীৱনত তেখেত আছিল মোৰ বন্ধু, দাৰ্শনিক আৰু দিশনিৰ্ণায়ক। আজি সমগ্ৰ অসমত ক্ষুদ্ৰ উদ্যোগ গঢ়ি তুলিবলৈ যি এটা অভিযান আৰম্ভ হৈছে, সেই অভিযানবো আত্মা আছিল গগৈদেউ। জীৱদ্দশাত অসমীয়া ৰাইজে স্বীকৃতি নিদিয়ে— আনকি শুকু দুজনাকো দিয়া হোৱা নাছিল। এতিয়া পিছে চাব— এইগৰাকী পুণ্যাত্মাৰ, নিস্বাৰ্থ অসম-প্ৰেমীৰ গুণগান কৰা লোকৰ সীমাসংখ্যা নাথাকিব। আনকি

তেখেতৰ বাবে স্মৃতিসৌধ এটা নিৰ্মাণ কৰিলেও মই আচৰিত নহম।'

হালৈ অভিভূত হৈ পৰিছিল। নিজৰ অজানিতে ওলাই অহা দুটোপাল চকুলোৰে হাজৰিকাক ধন্যবাদ জনালে। এটা আন্তৰিক নমস্কাৰ জনাবলৈ হাত দুখন আপোনা-আপুনি উঠি আহিল। প্ৰতি-নমস্কাৰ জনাই গাড়ীত উঠি হাজৰিকা ঘৰমুৱা হ'ল।

* * *

# মৰহি নোযোৱা ফুলপাহ

অনিৰুদ্ধৰ জীৱনৰ অৰ্থ হেৰাই যোৱা যেন অনুমান হৈছে। অন্তৰৰ ৰিক্ততাই আকাশৰ শূন্যতাকো গ্ৰাস কৰি পেলাব খুজিছে। জীৱনৰ তিতিক্ষাই বায়ুমণ্ডলো বিষাক্ত কৰি তুলিছে। অৱচেতন মনত থকা পৌৰুষৰ অহঙ্কাৰ আৰু অপ্ৰকাশৰ বেদনাই হয়তো ইয়াৰ মূল কাৰণ। কাৰণ যিয়েই নহওক, জীৱনৰ অৰ্থহীনতা, চৰম বিফলতাই আজি অনিৰুদ্ধৰ জীৱনৰ নঙঠা বাস্তৱ। চীনৰ আক্ৰমণৰ সময়ত দেখুওৱা অসীম বীৰত্ব আৰু দুঃসাহসিকতাৰ বাবে পোৱা 'পৰমবীৰ চক্ৰ' মেডেলটো অনিৰুদ্ধৰ বাবে আজি মাথোন এটুকুৰা নিৰ্জীৱ ধাতুৰ টুকুৰা। তাৰ মানে শ্যামলীয়ে সুদীৰ্ঘ ছবছৰ ধৰি তাৰ লগত মাথোন নাটক এখনতহে ভাও লৈছিল নেকি? নে তাৰ মৃত্যু নিশ্চিত বুলি ধৰি লৈ অতি সহজভাবে অতীতটোক, জীৱনৰ বাস্তৱক মচি পেলালে? যুদ্ধৰ ব্যস্ততা, নিদাৰুণ বিপৰ্যয় আৰু ভয়াবহতাই আপোনজনৰ লগত যোগাযোগ বিচ্ছিন্ন কৰি দিব পাৰে এই সাধাৰণ ব্যস্তৱটো শ্যামলীয়ে বুজি নাপালে কিয় বাৰু?

যিমান সহজে তাক পাহৰিব পেলালে, সিমান সহজে শ্যামলীয়ে তাক মনত ৰাখিবলৈ নোৱাৰিলে কিয় বাৰু? সংগ্ৰামহীন জীৱনবোৰত হয়তো কোনো দায়বদ্ধতাই নাথাকে বাবে নেকি? তাৰ যে জীৱনৰ প্ৰতিটো মুহূৰ্ত শ্যামলীৰ বাবেই উছৰ্গিত হৈ আছিল সেই কথাটো অনিৰুদ্ধই প্ৰকাশ কৰিবলৈ ব্যৰ্থ হ'ল নেকি বাৰু? হয়তো সিও সক্ৰিয় চেষ্টা নকৰিলে আৰু শ্যামলীয়েও সংগ্ৰামহীন জীৱনৰ অভিশাপৰ ফলত ইমান সূক্ষ্ম ধ্যান-ধাৰণাৰ বাবে নিজকে প্ৰস্তুত কৰিবলৈ নোৱাৰিলে। ছবছৰীয়া বিবাহিত জীৱন যাপন কৰাৰ পিছতো এনেধৰণৰ খেলিমেলি হৈ যোৱাটো বাস্তৱ হব পাৰে জানো? অৱশ্যে বিয়া হৈ যোৱাৰ তিনি চাৰি বছৰৰ পিছতো মাতৃত্বৰ গৌৰৱেৰে বিভূষিত নোহোৱাৰ ফলত অনিৰুদ্ধৰ যুগ্ম-জীৱনত শ্যামলীৰ কেটেৰা-জেঙেৰাৰ প্ৰৱেশ ঘটিছিল; কিন্তু আশাবোৰৰ অপমৃত্যু ঘটিবলৈ নিদি, অনিৰুদ্ধই সদায়ে শালীনতা ৰক্ষা কৰি চলিছিল আৰু নিদাৰুণ বাস্তৱটো শ্যামলীৰ পৰা লুকাই ৰাখিছিল। হযতো তাতেই ভুল হৈ গ'ল। এশ-এবুৰি প্ৰশ্নই ভাৰাক্ৰান্ত মনটো পাতলোৱাত অকণো সহায নকৰে।

সাগৰৰ পাৰৰ চেনেটেৰিয়ামটোত শুই শুই গুচি যোৱা দিন-বোৰলৈ যদি মনত পৰে অনিৰুদ্ধই বাধা দিব কেনেকৈ? ভাবি ভাবি অনিৰুদ্ধ চোফাখনতে কেতিয়া শুই পৰিল নিজে গমকে নাপালে। ৰাতি ইন্‌জেকশ্বন্ দিবলৈ অহা নাৰ্চ ৰেবেকাইহে তাক জগাই দিলে।

'নিজক ইমান অৱহেলা অত্যাচাৰ কৰিলে, ইমানবোৰ টকা-পইচা খৰচ কৰি চিকিৎসা কৰোৱাৰ পৰা কি লাভ হ'ব?'— ৰেবেকাৰ মিঠা মাতৰ মৃদু তিৰস্কাৰ। ৰেবেকা তৰুণী— অনিন্দ্য সুন্দৰী; কিন্তু আজি আৰু ধুনীয়া নাৰীৰ তিৰস্কাৰ আৰু সান্নিধ্যই অনিৰুদ্ধৰ বুকুত কোনো স্পন্দন নোতোলে। সি মাথোন মিচিকিয়াই হাঁহিলে— শুকান প্ৰাণহীন হাঁহি। ৰেবেকী দি

যেনেকা শুচি যোৱালৈ চাই মনত পৰিল দহ বছৰ আগৰ কথা। ঠিক একে লয়লাস ভঙ্গীৰেই শ্যামলীও ওলাই গৈছিল প্ৰতিটো দেওবাৰে গধূলি হোৱাৰ আগতে। চাৰি বছৰৰ আশা-নিৰাশা, ঘাত-প্ৰতিঘাত, মান-অভিমানৰ সামৰণি পেলাই যি দিনটোৱে শ্যামলীক লৈ আহিছিল তাৰ জীৱনলৈ— জীৱনৰ ওপৰত, সংসাৰৰ ওপৰত সমান অধিকাৰৰ প্ৰতিশ্ৰুতি দি— সেই দিনটোৰ স্মৃতিয়ে আজিও, ইমানবোৰ পানী লুইতেৰে বৈ যোৱাৰ পিছতো, জীৱনৰ প্ৰতি কিবা এক অব্যক্ত মোহ জগাই তোলে। সেয়েহে কিজানি সাগৰৰ পাৰৰ এই সুদূৰ চেনেটেৰিয়ামটোত আজিও এই সংগ্ৰামী ধিমিক-ধামাককৈ জ্বলি থকা বন্তিগছিক জ্বলাই ৰাখিবলৈ। নাতিদূৰৈত সৌৱা সাগৰৰ বিৰাট আকাৰৰ ঢৌবোৰৰ লহৰৰ পিছত লহৰ ঢপলিয়াই আহি আছে তীৰক উদ্দেশ্য কৰি —যেনিবা প্ৰতিটো লহৰে জীৱনৰ নতুন বাৰতাহে লৈ আহিব। অথচ, বাস্তৱটো প্ৰকৃততে বিপৰীতধৰ্মীহে: তীৰত ঠেকা খাই লহৰবোৰ অনিৰুদ্ধৰ ৰক্তাক্ত হৃদয়খনৰ দৰেই চূৰ্ণ-বিচূৰ্ণ হৈ গৈছে।

* * *

উজ্জ্বল ভৱিষ্যতৰ উচ্চ আকাংক্ষা বুকুত লৈ যৌৱনৰ পূৰ্ণ উচ্ছ্বাসৰ জোৱাৰত সাঁতুৰি-নাদুৰি অনিৰুদ্ধই আহি এদিন গুৱাহাটী বিশ্ববিদ্যালয়ৰ স্নাতকোত্তৰ শ্ৰেণীত নাম লগাইছিল। সাঁজাৰ বন্দী পখীয়ে যেন হঠাতে মুক্তিৰ সোৱাদ পাইছিল। বিশ্ববিদ্যালয়ৰ মুকলি পৰিবেশে আকাশে-বতাহে পৰিবৰ্তনৰ গোন্ধ ছটিয়াই দিছিল আৰু অনিৰুদ্ধৰ মনৰ আকাশৰ দিগন্ত হৈ পৰিছিল সুদূৰপ্ৰসাৰী। ফাগুনৰ কমোৱা তুলাৰ দৰে মনটোৱে উৰা মাৰিছিল আকাশলঙ্ঘী উচ্চতালৈ।

গুৱাহাটীলৈ অহা-যোৱা কৰোতে ইউনিভাৰ্চিটিৰ বাছ এখনত

কোনো এটা সন্ধিক্ষণত চিনাকি হৈছিল শ্যামলীৰ লগত। তাই মেধাবী ছাত্ৰী হিচাপে শ্যামলীৰ যিমান সুনাম তাতোকৈ বেছি বিখ্যাত চালে চকু বৈ যোৱা ধুনীয়া ছোৱালী হিচাপে। দেউতাক বিনন্দ বৰুৱা অসমৰ নামী উদ্যোগপতি—এখন সাম্ৰাজ্যৰ অধিকাৰী। অসমৰ ব্যৱসায়িক পৃথিৱীখনৰ আভিজাত্যৰ শিখৰত বহি নিয়ন্ত্ৰণ কৰি আছে একমাত্ৰ সন্তান শ্যামলীৰ দৈনন্দিন জীৱনযাত্ৰা। খুব কম সময়ৰ ভিতৰতে অনিৰুদ্ধই বুজি পাইছিল যে শ্যামলী মুক্ত বিহঙ্গিনী নহয —সোণৰ সঁজাত অৱৰুদ্ধ বন্দিনীহে। তথাপিও কিবা এক দুৰ্বাৰ আকৰ্ষণে শ্যামলী আৰু অনিৰুদ্ধৰ মাজৰ ব্যৱধান চমুৱাই পেলাইছিল। বিজ্ঞানৰ ছাত্ৰ অনিৰুদ্ধই কিন্তু আজিলৈকে এই দুৰ্বাৰ শক্তিৰ উৎস আৰু অপ্ৰতিহত প্ৰক্ৰিয়াৰ ব্যাখ্যা বিচাৰি নাপালে। আনকি নিউটন স্বয়ং আইনষ্টাইনৰ পদাৰ্থ বিজ্ঞানো এই বিষয়ে নিমাত। কি শক্তি এয়া বাৰু— ঐশ্বৰিক নে ভৌতিক নে আধিভৌতিক? প্ৰথম আকৰ্ষণ কিহৰ আছিল বাৰু? ধুনীয়া বাবেই নেকি? সৌন্দৰ্যই যদি একমাত্ৰ মানদণ্ড হ'লহেঁতেন তেনেহলে দেখোন অনিৰুদ্ধই ইমান অন্তৰঙ্গ হৈ পৰা ইন্দিৰাক কাহানিবাই ভাল পাব লাগিছিল। এপাহি অনাঘ্ৰাতা ফুলৰ বেশত ইন্দিৰাই অনিৰুদ্ধৰ জীৱন বেদীত নিজকে আহুতি দিবলৈ বহু আগতেই আগবাঢ়ি আহিছিল; কিন্তু অনিৰুদ্ধই তেতিয়া জীৱন নাটত ভাও লৈছিল অনাসক্ত কৰ্মযোগীৰ। ভুল হৈ গ'ল নেকি বাৰু? কোনে জানো সকীয়াইছিল— 'Do not marry the girl you love, but marry the girl who loves you.'

অনিৰুদ্ধ নিজেও আছিল বিশ্ববিদ্যালয়ৰ বৌদ্ধিক জগতখনৰ ভোটাতৰা আৰু সাংস্কৃতিক জগতখনৰ অমূল্য বত্ন। সম্ভৱতঃ অনিৰুদ্ধৰ মননশীল দৃষ্টিভঙ্গীয়ে শ্যামলীৰ মাজত দেখিছিল কিছুমান বিৰল, দুষ্প্ৰাপ্য সম্বিধান। কোনেও বাধা দিয়া নাছিল—

কোনেও নিৰুৎসাহিত কৰা নাছিল ; বৰঞ্চ সোণত সুৱগা চৰিব বুলি কৈ আনকি অধ্যাপক, অধ্যাপিকা সকলো প্ৰশংসামুখৰহে হৈ উঠিছিল।

স্নাতকোত্তৰ শ্ৰেণীৰ অব্যক্ত মাদকতাৰে ভৰপূৰ অনিৰুদ্ধৰ দুটা বছৰ কেতিয়া পাৰ হৈ গ'ল অনিৰুদ্ধ আৰু শ্যামলীয়ে তলকিবই নোৱাৰিলে। অভাৱনীয় কৃতকাৰ্যতাৰে অনিৰুদ্ধ পৰীক্ষাত উত্তীৰ্ণ হ'ল— বিশ্ববিদ্যালয়ত এক নতুন অভিলেখ স্থাপন কৰিলে। শ্যামলীৰ উঠন বুকু গৌৰৱ আৰু আনন্দতে ওফন্দি উঠি আন এক অভিলেখ স্থাপন কৰাৰ অৱস্থা হ'ল। অধ্যাপকসকলে গৱেষণা কৰিবলৈ কোৱা সত্বেও আৰু গৱেষণা কৰিলে বহুতো সম্ভাৱনাৰ অধিকাৰী হোৱাৰ প্ৰতিশ্ৰুতি থকা সত্বেও নিজৰ ভায়েক-ভনীয়েক, নিজৰ পিতৃ-মাতৃৰ প্ৰতি থকা দায়বদ্ধতাই অনিৰুদ্ধক চাকৰিৰ সন্ধানত ব্যস্ত হ'বলৈ বাধ্য কৰিলে। আনহাতে স্বচ্ছল সংস্থান এটা নহ'লে হয়তো শ্যামলীও এটা সপোন হৈয়ে ৰৈ যাব। অনিৰুদ্ধই এতিয়া বিয়া নকৰায় বুলি মাকক জনাই দিলে আৰু শ্যামলীয়েও মাকক একে কথাকে কলে যে তাই এতিয়া বিয়া নকৰায , সঁচা কিন্তু 'দুয়োৰো এজনেও কোৱা নাছিল, উদগ্ৰীৱেই নহয়— দুয়ো দুয়োকো পাবলৈ অধৈৰ্য হৈ পৰিছিল— মাথোন সেয়া দুয়োৰো উমৈহতীয়া আঁচনিমতে আৰু দুয়োৰো কল্পনা সাপেক্ষে হ'ব লাগিব।

শ্যামলীৰ মাক-দেউতাক কিন্তু চিন্তিত হৈ পৰিছিল। একমাত্ৰ সন্তান শ্যামলীক যদি নিজৰ জীৱনদশাতে জীৱনৰ পথাৰখনত স্থায়ী পট্টন দি যাব নোৱাৰে তেনেহলে দেখোন স্বামী-স্ত্ৰী দুযো বৈতৰণীৰ সিপাৰেও শান্তি নাপাব। দুয়ো খুব ভালদৰেই জানিছিল যে ইমানদিনে অতি গোপনে ৰখা কথাটো সদৰি হৈ পৰিলে শ্যামলীৰ বিয়া হোৱা সম্ভাৱনা সম্পূৰ্ণভাৱে মৰিমুৰ হৈ যাব। সেয়েহে দুশ্চিন্তাৰ শেষ নাই। তথাপিও সংস্থানহীন

অনিৰুদ্ধৰ কথা মাক-দেউতাকে গ্ৰাহ্য কৰিবই নোখোজে। শ্যামলীয়েও এটাৰ পিছত এটা প্ৰস্তাৱ নাকচ কৰি খকুৱা দম্পতীৰ দুশ্চিন্তা লাঘৱ কৰাত অকণো সহায় নকৰিলে। আনহাতে, অনিৰুদ্ধৰ যৌৱন আৰু পৌৰুষৰ চূড়ান্ত 'ক্ৰাইচিচ্'। 'এছ্ ও এছ্' আহিছে শ্যামলীৰ পৰা। চিন্তিত হ'ল যদিও অনিৰুদ্ধৰ আশাৰ ৰেঙণি হ'ল যে বিশ্ববিদ্যালয়ৰ শিক্ষা সাং নকৰাকৈ নিশ্চয় শ্যামলীৰ যুগ্ম জীৱনৰ ব্যৱস্থা কৰা নহ'ব। অন্ততঃ এবছৰ সময় পোৱা যাব। অনিৰুদ্ধৰ সপোন আছিল পদাৰ্থ বিজ্ঞানৰ গৱেষক হিচাপে এদিন নিজকে আন্তৰ্জাতিক ক্ষেত্ৰত প্ৰতিষ্ঠিত কৰিব। কিন্তু এক অব্যক্ত শক্তি আৰু দুৰ্বোধ্য আকৰ্ষণৰ প্ৰভাৱে চিন্তাৰ গতি সলাই দিলে আৰু আন বহুতৰ দৰেই অনিৰুদ্ধয়ো চাকৰি কৰাৰ কথা চিন্তা কৰিলে। মনত বুজনি দিবলৈ তাৰ কোনো সমস্যা নহ'ল— কাৰণ এটা প্ৰচলিত আৰ্থ-সামাজিক পৰিস্থিতিত মধ্যবিত্ত শ্ৰেণীৰ বাবে জীয়াই থকাৰ বাধ্যবাধকতা। অনিৰুদ্ধ নিশ্চিত যে তাতকৈ হয়তো বহুতো কম বুদ্ধি-বৃত্তিৰ কোনোবা এজনে আণৱিক পদাৰ্থ বিজ্ঞানৰ গৱেষণা কৰাৰ সুযোগ পাব— একমাত্ৰ কাৰণ তাৰ শৰীৰত হয়তো উচ্চবৰ্ণৰ খোলোচা-টোৰ অভিশাপ নাই আৰু হয়তো বাপেকৰ আছে প্ৰভূত ৰাজনৈতিক প্ৰভাৱ। অনিৰুদ্ধই জানে আক্ষেপ কৰি লাভ নাই— কাৰণ আৱৰ্তন বিবৰ্তনৰ পটভূমিত অনিৰুদ্ধ নিজে এজন অতি নগণ্য ব্যক্তি। ইতিহাস বহুতেই সৃষ্টি কৰিব পাৰে— আনকি মূৰ্খইও; কিন্তু অকল বিৰল প্ৰতিভাৰ অধিকাৰীয়েহে ইতিহাস লেখাৰ শ্ৰুতলিপি দিব পাৰে। উপলব্ধিয়ে বাস্তৱৰ কঠোৰতা হ্ৰাস কৰাত সহায় নকৰে— মাথোন অন্তৰ্দৃষ্টি আৰু সহনশীলতা গভীৰ কৰি তোলে। অনিৰুদ্ধৰ সোণৰ সপোন ভাঙি গলেও জীৱন সংগ্ৰামত জঁপিয়াই পৰিল: ভাৰতীয় সৈন্যবাহিনীৰ কমিছনড্ বিষয়া হিচাপে দেৰাডুনৰ সামৰিক প্ৰশিক্ষণ মহাবিদ্যালয়ত গৈ

অনিৰুদ্ধই যোগদান কৰিলে। কলেজীয়া জীৱনৰ সোণৰ সপোন ভাঙি গ'ল ঠিকেই। কিন্তু আন এক সোণালী ভৱিষ্যতৰ ৰামধেনু-খনে আলেঙে আলেঙে ভুমুকি মাৰিলে। প্ৰশিক্ষণৰত অৱস্থাতেই অনিৰুদ্ধই এখন বেনামী চিঠি পাইছিল, চিঠিখনৰ বক্তব্য হ'ল যে কৈশোৰ অৱস্থাত টাইফয়েড ৰোগত গুৰুতৰভাৱে আক্ৰান্ত হোৱাৰ ফলত শ্যামলীয়ে মাতৃ হোৱাৰ সকলো সম্ভাৱনা হেৰুৱাই পেলাইছে আৰু শ্যামলীৰ মাক-দেউতাকে এই কথাটো আনকি শ্যামলীৰ পৰাও গোপন কৰি ৰাখিছে। প্ৰতিকূল প্ৰতিক্ৰিয়া হোৱাৰ পৰিবৰ্তে অনিৰুদ্ধৰ অন্তৰখন গলি গ'ল— শ্যামলীৰ বাবে হাহাকাৰ কৰি উঠিল আৰু শ্যামলীক কেতিয়াও তাইৰ এই অক্ষমতাৰ কথা জানিবলৈ নিদিবৰ বাবে দৃঢ়প্ৰতিজ্ঞ হ'ল। অৱশ্যে বিয়া ভাঙি আত্মতৃপ্তি লাভ কৰা এচাম ব্যক্তি যে অসমত আছে সেই কথাও অনিৰুদ্ধই একেবাৰে উলাই নকৰিলে। অনিৰুদ্ধ নিশ্চিত যে শ্যামলীয়ে কেতিয়াও নিজে তাক এই ৰহস্যৰ পৰা বঞ্চিত কৰা নাই। বিক্ষুব্ধ হোৱাৰ পৰিবৰ্তে শ্যামলীৰ প্ৰতি এক গভীৰ মমতাৰে অনিৰুদ্ধৰ অন্তৰ ভৰি উঠিল। মাতৃত্বৰ অভাৱে শ্যামলীৰ জীৱন যাতে তিক্ত কৰি নেপেলায় তাৰ উপায় চিন্তাতহে অনিৰুদ্ধ মগ্ন হ'ল। বেনামী চিঠিখন অপ্ৰাসঙ্গিক হৈ পৰিল যদিও তথাকথিত শিক্ষিত অসমীয়া সমাজখন অনিৰুদ্ধৰ চকুৰ আগত নাঙঠ হৈ পৰিল।

অনিৰুদ্ধৰ বস্তুবাদী পদক্ষেপে আৰু অতি লোভনীয় চাকৰি-প্ৰাপ্তিয়ে শ্যামলীৰ মাক-দেউতাকৰ সকলো আপত্তিৰ ওৰ পেলালে; নহ'লে ক'ত অখ্যাত ৰুকণা চৌধুৰীৰ পুত্ৰ অনিৰুদ্ধ আৰু ক'ত অসমৰ উদ্যোগ জগতৰ শিৰোমণি বিনন্দ বৰুৱাৰ একমাত্ৰ সন্তান শ্যামলী বৰুৱা! উদ্যোগ জগতৰ শিৰোমণি বৰুৱা এইবেলি দৌৰিলে নগাঁৱৰ অখ্যাত গাঁও নিজৰাপৰলৈ। অনিৰুদ্ধৰ দেউতাক ৰুকণা চৌধুৰীয়ে সুদীৰ্ঘ আশীটা বছৰ অতি সহজ-সৰলভাৱে

এইখন পৃথিৱীৰ বুকুত কটাইছে ; পঞ্চম জৰ্জৰ দৰবাৰতো উপস্থিত আছিল আৰু '৪২-ত ৰায়বাহাদুৰৰ খিতাপো ত্যাগ কৰিছিল। জীৱনৰ ঘাত-প্ৰতিঘাতক প্ৰশ্ৰয় দি জীৱনৰ ছন্দ পতন হ'বলৈ দিয়া নাই কোনোদিনেই। কৰুণা চৌধুৰীৰ শান্ত-সাম্য মূৰ্তিয়ে গুৱাহাটীৰ ব্যৱসায়িক পৃথিৱীখনৰ সম্ৰাটক আদৰিলে মুক্ত হস্তেৰে —অতি আগ্ৰহেৰে। সহজ সৰল উত্তৰ দিলে— ল'ৰাৰ সম্মতি থাকিলে আমাৰ কোনো আপত্তি নাই। শ্যামলীৰ শাৰীৰিক অক্ষমতাৰ কথা জনোৱাৰ আৱশ্যকতা বিনন্দ বৰুৱাই অনুভৱ নকৰিলে।

বহুতো সোণালী সপোন লৈ শ্যামলীয়ে আৰম্ভ কৰিলে যুগ্মজীৱন। দুয়োৰো কত কথা, কত কাহিনী, কত উৎসৱ-গীতি। দুয়ো পাহৰি গ'ল কবিয়ে একে উশাহতে দিয়া সকীয়নিঃ— 'ক'ত মৰণৰ হাহাকাৰ!' ৰাতিপুৱাৰ সোণালী কিৰণৰ নাও বাই বাই ছটা বসন্ত পাৰ হৈ গ'ল, কিন্তু শ্যামলীৰ কোলা সুদা হৈ ৰ'ল। ডাক্তৰৰ লগত পৰামৰ্শ কৰিবলৈ শ্যামলী অধৈৰ্য হৈ পৰিছিল যদিও অনিৰুদ্ধই সেই বিষয়ে কোনো উৎসাহ নেদেখুৱালে। অনিৰুদ্ধৰ উদাসীনতাই শ্যামলীক ঘোৰ সন্দিহান কৰি তুলিলে। শ্যামলী প্ৰায় নিশ্চিত হ'ল যে অনিৰুদ্ধৰ তাইক মাতৃত্ব দিব পৰা ক্ষমতা নাই। শ্যামলীৰ অতি নিৰ্দয় বাক্যবাণেও অনিৰুদ্ধক সেই নিদাৰুণ সত্যটো প্ৰকাশ কৰি শ্যামলীক হতাশা আৰু আত্মগ্লানিৰ নৰকলৈ ঠেলি দিবলৈ টলাব নোৱাৰিলে।

এই ভীষণ অন্তৰ্দ্বন্দ্ব আৰু অনিৰুদ্ধৰ লগত চলি থকা শীতল যুদ্ধখনৰ মাজতে ভুতৰ ওপৰত দানহ পৰাদি আহি পৰিল— ১৯৬২-ৰ বিভীষিকা— চীনৰ আক্ৰমণ। ৩০ বছৰীয়া জীৱনৰ উচ্ছাহ-উদ্যম, সোণালী সপোন, ভৱিষ্যতৰ কল্পনা আটাইবোৰ শ্যামলীৰ হাতত সমৰ্পণ কৰি অনিৰুদ্ধ হ'বলগীয়া হ'ল ৰণাঙ্গণমুখী। যুদ্ধৰ ভয়াবহতা, অনিশ্চিত কল্পশ্ৰুতি অনিৰুদ্ধই নজনা নহয়।

ভৱিষ্যতটো অনিশ্চিত হৈ পৰিল। শ্যামলী খুব অকলশৰীয়া হৈ পৰিব— তাকে ভাবি ভাবি অনিৰুদ্ধৰ হৃদয় চিৰাচিৰ হ'ল। তাইৰ বাবে অনিৰুদ্ধৰ কিমান উৎকণ্ঠা, শ্যামলীয়ে বুজিবলৈ কোনো চেষ্টাকে নকৰিলে।

মিলিটাৰী স্পেচিয়েলে অনিৰুদ্ধহঁতক লৈ গ'ল ওৱালং চেক্টৰৰ পাদদেশলৈ। অনিৰুদ্ধৰ ব্ৰিগেডটো গৈ ওৱালং পালে— কিন্তু থিতাপি লবলৈ নাপালে। সংখ্যাগৰিষ্ঠ চীনা বাহিনীৰ আক্ৰমণে ভাৰতীয় প্ৰতিৰক্ষা ছেদেলি-ভেদেলি কৰি দিলে। অসীম বিক্ৰমেৰে নিজৰ কোম্পানীটোক নেতৃত্ব দি যুঁজ দিলে অনিৰুদ্ধই— কিন্তু হাৰি গ'ল। বন্দী হ'ল অনিৰুদ্ধ। যুদ্ধবন্দীৰ ক্ষেত্ৰত প্ৰযোজ্য জেনেভা চুক্তি চীন দেশে মানি নললে। ফলত অনিৰুদ্ধহঁতৰ দৰে যুদ্ধবন্দীসকলৰ জীৱন ক্ৰীতদাসৰ জীৱনতকৈও কষ্টকৰ কৰি তুলিলে। শাৰীৰিক আৰু মানসিক কষ্টৰ লগতে পৰাজয়ৰ গ্লানিয়ে অনিৰুদ্ধৰ স্বাস্থ্য ভাঙি পেলালে। যুদ্ধ-বিৰতিৰ পিছতো যুদ্ধবন্দী বিনিময়ৰ বাবে হোৱা আলোচনা-বিলোচনাত প্ৰায় দুবছৰ লাগিল। জেনেভা চুক্তিয়ে দিয়া সুবিধাখিনিৰ পৰা বঞ্চিত হোৱা বাবে আপোনজনৰ লগত অনিৰুদ্ধই কোনো যোগাযোগ স্থাপন কৰিবলৈ সক্ষম নহ'ল। তথাপিও জীয়াই থকাৰ অসীম ইচ্ছাশক্তি, শ্যামলীৰ জীৱন মমতা আৰু ভালপোৱাৰে ভৰাই তোলাৰ দুৰ্বাৰ বাসনাই অনিৰুদ্ধৰ বন্দী জীৱনৰ চালিকাশক্তিৰ কাম কৰিলে। শ্যামলীক বুকুত সাবটি লৈ হতাশাগ্ৰস্তা, বঞ্চিতা শ্যামলীৰ সাহচৰ্যত আকৌ এবাৰ নতুন দিগন্তৰ সন্ধানত বহল পৃথিৱীখনৰ বুকুত ওলাই পৰিবলৈ অনিৰুদ্ধই উৎকণ্ঠাৰে বাট চাই ৰ'ল। চিন্তা মাথোন এটাই— শ্যামলীক আকৌ বুকুত সাবটি লব। পৰাজয়ৰ গ্লানি, বন্দী-জীৱনৰ বিভীষিকা তুচ্ছজ্ঞান কৰি অনিৰুদ্ধই কবিগুৰুৰ অবিস্মৰণীয় উক্তিটো বাৰে বাৰে মনতে আওৰালে:

'উৎকণ্ঠ আমাৰ লাগি কেহ যদি প্ৰতিক্ষীয়া থাকে যেই গ্ৰহ কৰিবে আমাকে।'

বোলে, 'ভবা কথা নহয় সিদ্ধি— খাটত আছে কণা বিধি'। অনিৰুদ্ধও ব্যতিক্ৰম হ'ব নোৱাৰিলে। অনিৰুদ্ধৰ বহুতো দেখি হৈ গ'ল। সামৰিক বাহিনীৰ উৰা জাহাজেৰে যুদ্ধবন্দী বিনিময়ৰ চুক্তি অনুযায়ী, অনিৰুদ্ধহঁতক যেতিয়া দিল্লীৰ বিমানকোঠত নমাই দিয়া হ'ল তেতিয়া শান্তিৰ পৰিবেশ—যুদ্ধৰ হাই-উকমি নাই। দুবছৰ কল্পনাবিলাসী মনটোৱে বিমানকোঠতেই শ্যামলীৰ উপস্থিতি কামনা কৰিছিল। অনিৰুদ্ধই হিচাপ ৰখা নাছিল ইতিমধ্যে লুইত আৰু হোৱাংহোৰ বুকুৰে কিমান পানী বাগৰি গ'ল। সুদীৰ্ঘ দুবছৰ পিছত দিল্লীলৈ প্ৰত্যাৱৰ্তন কৰি পোনে পোনে গুৱাহাটীৰ লগত যোগাযোগ স্থাপন কৰি যি মৰ্মন্তুদ খবৰ শুনিলে— সেয়া আছিল অনিৰুদ্ধৰ বাবে বিনামেঘে বজ্ৰপাত। ইও জানো সম্ভৱ? তেনেহ'লে কিহৰ বাবে আছিল এই উৎকণ্ঠাভৰা প্ৰতীক্ষা আৰু কিহৰ বাবেই বা এই মুক্তি?

মাতৃত্বৰ গৌৰৱৰ পৰা বঞ্চিত হোৱা ক্ষোভে শ্যামলীক থকা-সৰকা কৰিছিল। গতিকে যুদ্ধত অনিৰুদ্ধৰ মৃত্যু হোৱা বুলি ধৰি লৈ মাক-বাপেকে যেতিয়া শ্যামলীক আকৌ বিয়া কৰাবলৈ প্ৰস্তাৱ দিলে শ্যামলীয়ে আপত্তি কৰিবলৈ একোকে বিচাৰি নাপালে। দ্বিধাহীনভাৱে অনা-অসমীয়া ব্যৱসায়ী বিক্ৰম সিংক পতি হিচাপে গ্ৰহণ কৰি শ্যামলী যেতিয়া কলিকতানিবাসী হ'বলৈ বৰঝাৰত বিমান যাত্ৰী হ'ল— তেতিয়া চীনৰ লগত যুদ্ধবন্দী বিনিময়ৰ চুক্তিখন স্বাক্ষৰিত হৈ কাৰ্যকৰী হোৱাৰ পথত।

অনিৰুদ্ধৰ মূৰত সৰগ ভাগি পৰিল। ক্লান্ত কয় শৰীৰটোৱে বিপৰ্যয় প্ৰতিহত কৰাৰ সকলো ক্ষমতা হেৰুৱাই পেলালে। আপোনজন আৰু কৰ্তৃপক্ষৰ প্ৰচেষ্টাত সাগৰৰ পাৰৰ

চেনেটেৰিয়ামখনত অনিৰুদ্ধ আজি চিকিৎসাধীন। অনিৰুদ্ধৰ মাজত জীয়াই থকাৰ কোনো বাসনা নাই বাবে প্ৰখ্যাত চিকিৎসক আটাইবোৰ হতাশ হৈ পৰিছে। অনিৰুদ্ধৰ জীৱনত আজি কোনো লক্ষ্য নাই— গতিকে জীৱন হৈ পৰিছে অৰ্থহীন —দুৰ্বিষহ। অচিনাকি নীচাত্মিকাবোধ এটাই অনিৰুদ্ধৰ অন্তৰ শতধা-বিদীৰ্ণ কৰিলে। আনকি এটা সময়ত অনিৰুদ্ধই কথা-বতৰা পতা, দৈনিক বাতৰিকাকতখন পঢ়া পৰ্যন্ত বন্ধ কৰি দিলে বাবে চিকিৎসকসকল বেছি উদ্বিগ্ন হ'ল। ৰোগীৰ নিজৰে জীয়াই থকাৰ বাসনা আৰু সক্ৰিয় প্ৰচেষ্টা নাথাকিলে পৃথিৱীৰ শ্ৰেষ্ঠ চিকিৎসকজনো সহায়হীন হৈ পৰে।

* * *

নাৰ্চ ৰেবেকাই ৰাতি ১২ বজাত বেজীটো দি গৈছিলহে মাথোন। এয়া আকৌ ৰাতিপুৱা ছয় বজাৰ লগে লগে নতুন সাজ-পাৰ পিন্ধি স্বৰ্গীয় পৰীৰ বেশত ৰেবেকা উপস্থিত হৈছেহি অনিৰুদ্ধক দৰব খুৱাবলৈ। যোৱা দুমাহেই এই দৈনন্দিন কাৰ্য-ক্ৰমণিকাৰ নিয়মিতভাৱে পুনৰাবৃত্তি হৈ আহিছে। আজি হঠাতে অনিৰুদ্ধই লক্ষ্য কৰিলে ৰেবেকাৰ দৈনন্দিন অভিব্যক্তিৰ মাজত থকা এক সাৱলীল জীৱন-দৰ্শন। অনিৰুদ্ধক দৰব খুৱাই যোৱাৰ অলপ পিছতে অনিৰুদ্ধই দেখিলে ৰেবেকাই হুইল-চেয়াৰ এখনত এগৰাকী প্ৰৌঢ়া মহিলা ৰোগীক সমুখৰ ফুলনীয়া বাঁহনিডৰাত ওলোৱাবলৈ উলিয়াই আনিছে। ৰেবেকাৰ এই ব্যস্ততা ক্লান্তিহীন কৰ্তব্যপৰায়ণতা আজি দুমাহ ধৰি দেখি আহিছে যদিও এই বিষয়ে অনিৰুদ্ধই কোনো চিন্তা কৰা নাই। আজি কিন্তু হঠাতে ভাব হ'ল এই মানুহজনীৰ বাক ভাগৰ বোলা বস্তুটো নাই নেকি? কাৰ বাবে, কিহৰ বাবে এই উৎকট পৰিশ্ৰম কৰে? ৰেবেকাই

খুৱাবলৈ অহা ৰেবেকাক অনিৰুদ্ধই হঠাতে এই প্ৰশ্নবোৰ কৰি পেলালে। সুধিলে, কিহৰ সাধনা এয়া ? জীৱনৰ ওপৰত ঠেহ পাতি নিমাতী কন্যাৰ দৰে বহি থকা অনিৰুদ্ধৰ মুখত ইমানবোৰ কথা একেলগে শুনি ৰেবেকা পোনতে উচপ খাই উঠিছিল যদিও, অনিৰুদ্ধই নীৰৱতা ভঙ্গ কৰা দেখি কিবা এক আশাৰ ৰেঙণি দেখা পালে— ধীৰ-গম্ভীৰ ৰেবেকা চঞ্চল হ'ল। মিচিকিয়া ভুৱন-ভুলোৱা হাঁহিটো মাৰি ৰেবেকাই ক'লে, শুনিব খুজিছে যদি সকলো কম। ব্ৰেকফাষ্টটো খাওক— মই এতিয়াই আহিম। অনিৰুদ্ধই নীৰৱতা ভঙ্গ কৰা কথা আৰু তাৰ মনত কিছু উৎসাহ উদ্ৰেক হোৱাৰ কথা ডাক্তৰক জনাই ৰেবেকা যেতিয়া অনিৰুদ্ধৰ কমলৈ উভতি আহিল তেতিয়া অনিৰুদ্ধই আজি নিজে দাড়ি কাটিবলৈ ব্যস্ত হৈ পৰা দেখি তাই বেছ আচৰিত হ'ল। ইমান দিনৰ শুশ্ৰূষাৰ ফল ধৰিছে যেন অনুমান হ'ল। ৰাতিপুৱাৰ নিত্যকৰ্মবোৰ সমাপন কৰি অনিৰুদ্ধ নিজেই আহি বাৰাণ্ডাত বহিল। আঘোণ মাহৰ ৰাতিপুৱাৰ উঠি অহা মিঠা ৰ'দখিনিয়ে পৰিবেশটো তেতিয়া বেছ উপভোগ্য কৰি তুলিছে— আৱহমান সঙ্গীতৰ যোগান ধৰিছে সৌৱা সমুখত গৰ্জন কৰি থকা সমুদ্ৰই— যেনিবা জীৱনৰ আটাইবোৰ কোলাহল, প্ৰত্যাহ্বানৰ ওচৰত সেও নামানি বাৰে বাৰে পৃথিৱীৰ ওচৰলৈ উভতি আহি নিজৰ চিৰন্তন প্ৰেমহে নিবেদন কৰিছে। এটা সম্পূৰ্ণ নিকা প্ৰভাত যাক তুচ্ছতাৰ গ্লানিয়ে চুকি নাপায়।

ৰেবেকাই পুনৰ অনিৰুদ্ধক ভিটামিনৰ টেবলেট এটা খাবলৈ দি ওচৰতে বহি ল'লে। অতি নিৰুদ্বেগ, আৱেগবৰ্জিতভাৱে বিগত দিনৰ স্মৃতিৰ কুঠৰীৰ দুৱাৰ খুলি দি ৰেবেকাই আৰম্ভ কৰিলে নিজৰ জীৱন—কাহিনী। ব্যক্তিগত জীৱনৰ চৰম ব্যৰ্থতা, প্ৰৱঞ্চনা আৰু লাঞ্ছনাৰ কাহিনী অকৃপণভাৱে ঢালি দিলে অনিৰুদ্ধৰ আগত। বাংগালী ৰেবেকা কাহিনীটো সম্পূৰ্ণ কৰি

অতি গম্ভীৰ হৈ পৰিল। ৰেবেকাৰ হৃদয়-বিদাৰক কাহিনীয়ে ৰাতিপুৱাৰ উজ্জ্বল পৰিবেশটোলৈ নিজম ৰাতিৰ গভীৰ নিৰ্জনতা নমাই অনাৰ লগতে অনিৰুদ্ধৰ চকুযুৰিও সেমেকাই তুলিলে। ক্ষন্তেকৰ বাবে হ'লেও অহঙ্কাৰী সমুদ্ৰৰ অহৰহ গৰ্জনো নিষ্ফল যেন অনুমান হ'ল। বেছ কিছু সময়ৰ পিছত নিজকে চম্ভালি লৈ ৰেবেকাই নিজেই নীৰৱতা ভঙ্গ কৰি ক'লে—

এই বিশ্বাসঘাতকতা আৰু প্ৰতাৰণাৰ যোগ্য প্ৰত্যুত্তৰ দি পলায়নবাদী ঈশ্বৰক এশিকনি দিবলৈ দৃঢ়প্ৰতিজ্ঞ হ'লো। আঁকোৱালি ল'লো নাৰ্চৰ জীৱন। জীৱনে মোক একোৱে নিদিলে—ল'লে কিন্তু বহুতো। পোন প্ৰথমবাৰৰ বাবে ৰেবেকাৰ কণ্ঠ আবেগত কঁপি উঠিল। ক্ষন্তেক ৰৈ আকৌ আৰম্ভ কৰিলে—

মই কিন্তু আৰ্তমানৱৰ সেৱাত নিজৰ জীৱন বিলাই দিয়াৰ ব্ৰত ললো। ভগবানৰ ষড়যন্ত্ৰ মই নিষ্ফল কৰি দিবলৈ দৃঢ়প্ৰতিজ্ঞ হ'লো; মোৰ সংস্পৰ্শ আৰু তত্ত্বাৱধানলৈ অহা প্ৰতিজন দুঃস্থ, আৰ্ত্ত মানুহৰ মুখত হাঁহি বিৰিঙাই তুলিবলৈ মই সংকল্পবদ্ধ হ'লো আৰু ইয়ালৈ অহাৰ পিছত কঠোৰ পৰিশ্ৰম আৰু সাধনা কৰি সুস্থ কৰি তুলিছো অসংখ্যজনক। অসংখ্যজন হৈ পৰিছে আপোন —যেনেকৈ কবিগুৰুৰ ভাষাত—'লিখি দিল বিশ্বনিখিল দু বিঘাৰ পৰিবৰ্তে...'। অনিৰুদ্ধই তন্ময় হৈ শুনি থকা দেখি ৰেবেকাই কিবা এক আত্মতৃপ্তিৰ সোৱাদ পালে। সম্মোহিত অনিৰুদ্ধক উদ্দেশ্য কৰি আকৌ আৰম্ভ কৰিলে—

মোৰ হিত কোনোবাই চিন্তা কৰিছিল বুলি কোনেও কাকো কৈব নোৱাৰে; সেই থল নাই। কিন্তু মোৰ কামৰ ক্ষুদ্ৰ পৰিসৰৰ মাজতেই মই বিৰাট পৃথিৱীখন পালো; মোৰ সংস্পৰ্শলৈ অহা প্ৰতিজন মানুহৰ হিত চিন্তা কৰাটোকেই মই মোৰ ধৰ্ম কৰি ল'লো আৰু সেই চিন্তা-চৰ্চাৰ মাজেৰেই মই নিতৌ প্ৰতিশোধ ল'বলৈ ধৰিছো পলাতক ঈশ্বৰৰ ওপৰত। অন্ধ, নিৰ্বিকাৰ সমাজৰ ওপৰত।

ধুনীয়া চকুযুৰিত নিৰাসক্ত, কিন্তু আশান্বিত দৃষ্টিৰ প্ৰলেপ সানি ৰেবেকা কেতিয়া ওলাই গ'ল অনিৰুদ্ধই ভূমকিবই নোৱাৰিলে যদিও সমুখত সমুদ্ৰৰ প্ৰত্যাহ্বানৰ গৰ্জন হঠাতে তীব্ৰতৰ হৈ উঠিল। ৰেবেকাৰ কাহিনী শুনি অনিৰুদ্ধ স্তব্ধ হৈ গৈছিল; ৰেবেকাৰ জীৱন-দৰ্শনৰ উমান পাই বাক্ ৰহিত হৈ পৰিছিল। জীৱনৰ প্ৰতি কি সুস্থ দৃষ্টিভঙ্গী— জীয়াই থকাৰ মোহ ৰেবেকাৰ কিমান গভীৰ! ৰেবেকাৰ বক্তব্য স্পষ্ট— জীৱনটো জীয়াই থাকিবলৈ— নিতৌ ক্ষণে ক্ষণে মৰিবলৈ নহয়।

পিছদিনা ৰাতিপুৱা শুই উঠি একেখন বাৰাণ্ডাৰ পৰায়ে অনিৰুদ্ধই পৃথিৱীখনক সদ্যস্নাতা কুমাৰীৰ ৰূপত দেখা পালে। লাহে লাহে সুস্থ হৈ উঠিবও ধৰিলে। তাৰ পিছতো আহিছিল বহুতো নিকা নিকা ৰাতিপুৱা আৰু প্ৰতিটো ৰাতিপুৱাই নিজৰ কুমাৰীত্ব অনিৰুদ্ধৰ বাবেহে যেন সাঁচি ৰাখিছিল। নৱকান্তৰ ভাষাত অনিৰুদ্ধৰ চিঞৰি দিবলৈ ইচ্ছা হৈছিল—

'....কি বিচিত্ৰ কুম্ভকেৰে তাই সাঁচি থব জানে তাইৰ কুমাৰীত্ব....।'

# উইল

শনিবাৰে দিলীপৰ কোৰ্ট নাছিল। দিনটো কিতাপ পঢ়িয়েই কটালে। আবেলিৰ চাহকাপ খাবলৈ লুইতলৈ মুখ কৰি থকা ভিতৰৰ বাৰাণ্ডাখনত বহিলহি। বহু দূৰৈত গুৱালকুছিৰ পিনে লুইতৰ বুকুত বেলি মাৰ যোৱা অপূৰ্ব দৃশ্যটো চাই চাই ঘৰুৱা অশান্তিৰ কথা পাহৰি গ'ল— সঘনে ৰং সলনি কৰিব ধৰা মেঘবোৰলৈ চাই চাই মনটো ভৰি উঠিল। গুৱনি, বৰ্ণাঢ্য দিগন্তক গ্ৰাস কৰি অন্ধকাৰ নামি অহাৰ লগে লগে মনটো আকৌ উকণ্ডা উকণ্ডা লাগিল। অজয় আৰু মায়া বহুদিনৰ মূৰত আহিব জানি মনটো ভাল লাগিছিল যদিও দীপালীৰ সক্ৰিয় অসহযোগিতাৰ বাবে সংকোচমুক্ত নহ'ল। জানোচা দীপালীয়ে এটা অস্বস্তিকৰ অৱস্থাৰ দৃষ্টি কৰি পেলায়.........! দীপালীৰ অৱশ্যে অজয় আৰু মায়া অহাক লৈ নষ্ট কৰিবলৈ সময় নাছিল। কোন কেতিয়াৰ অজয় আৰু মায়া? দিলীপৰহে বন্ধু; গতিকে তেওঁলোকক আদৰ-আপ্যায়ন কৰা দায়িত্বও দিলীপৰ; সেই বিষয়ে

দীপালীৰ মনত কোনো সন্দেহ নাছিল।

দিলীপৰ অনুৰোধ ৰক্ষা নকৰি, বাৰে বাৰে কোৱা সত্ত্বেও, দীপালী উচাট্ মাৰি ওলাই গ'ল ; কেতিয়া, কি অৱস্থাত উভতি আহিব তাৰ কোনো নিশ্চয়তা নাই। কি কুক্ষণত, কোন অশুভ গ্ৰহৰ প্ৰভাৱত যে দিলীপে পোন প্ৰথমবাৰৰ বাবে দীপালীক ক্লাবলৈ লৈ গৈছিল তাকে ভাবি ভাবি আজি তাৰ অনুশোচনাৰ অন্ত নাই। সন্ধিয়া অকলে ঘৰত সোমাই থাকি আমনি পাব ভাবিয়েই দিলীপে মাজে সময়ে দীপালীক ক্লাবলৈ লগত লৈ যোৱা আৰম্ভ কৰিছিল ; কিন্তু সপোনতো ভবা নাছিল যে সুৰা আৰু তাছ খেলাৰ নিচাই ইমান কম সময়ৰ ভিতৰতে দীপালীক সম্যক জ্ঞানৰহিত কৰি ধ্বংসৰ পথলৈ টানি নিব। দীপালী যে কক্ষচ্যুত হৈ লাহে লাহে তাৰ জীৱনৰ পৰা বহু নিলগলৈ গুচি যাব ধৰিছে দিলীপে সিদিনাই বুজিছিল যিদিনাৰ পৰা তাই শিৰৰ আৰু কপালৰ সেন্দুৰখিনিক বিসৰ্জন দিছিল। দীপালীৰ শিৰৰ সেন্দুৰ আৰু কপালৰ ফোঁটটো অন্তৰ্ধান হোৱাৰ সময়ত— অন্ততঃ এবাৰৰ বাবে হ'লেও দিলীপে তাৰ মাকৰ আকস্মিক মৃত্যুৰ কথা সুঁৱৰি এটা স্বস্তিৰ নিশ্বাস পেলাইছিল। ঘৰৰ গৃহিণীৰ জীৱনৰ পৰা সেন্দুৰখিনিৰ এই আকস্মিক অন্তৰ্ধানে যে মাকক খুব দুখ দিলেহেঁতেন সি জানে। দিলীপ পিছে নিজে সংস্কাৰৰ বন্দী নহয় ; কিন্তু নিজৰ জাতিৰ, নিজৰ পৰিয়ালৰ সংস্কৃতিৰ প্ৰতি অকল শ্ৰদ্ধাশীলেই নহয়— তাকে লৈ গৌৰৱান্বিত আৰু তাক ৰক্ষা কৰিবলৈ আগ্ৰহশীল। ইয়াৰ মাজত কোনো কুসংস্কাৰ বা অন্ধবিশ্বাসৰ স্থান নাই। সমগ্ৰ পৃথিৱীৰ নাৰী সমাজত বিবাহিতা হিন্দু নাৰীক সেন্দুৰখিনিয়ে এক স্বকীয় মৰ্যাদা দান কৰিছে। ইংলণ্ড আৰু ইউৰোপীয় দেশসমূহত বিস্তৃত ভ্ৰমণ কৰাৰ সময়ত সি নিজে বহুতো ইউৰোপীয় নৰ-নাৰীৰ সংস্পৰ্শলৈ আহিছে আৰু চিন্তাশীল প্ৰতিজন ইউৰোপীয় ব্যক্তিয়ে

তাৰতীয় নাৰীয়ে ব্যৱহাৰ কৰা সেন্দুৰৰ পৰম্পৰাৰ বিষয়ে অতি শ্ৰদ্ধাশীল মন্তব্য প্ৰকাশ কৰা কথাটোৱে দিলীপৰ নিজৰ সংস্কৃতিৰ ওপৰত থকা শ্ৰদ্ধা আৰু বেছি গভীৰ কৰি তুলিছিল। দিলীপ সংস্কৃতিবান; কিন্তু সংস্কাৰৰ দাস নহয়। যুক্তিৰ তুলাচনীত প্ৰতিটো কথা ওজন কৰি চোৱা দিলীপে পিছে সেন্দুৰৰ ব্যৱহাৰে নিষ্কলুষ সৌন্দৰ্যবোধৰ পৃথিৱীখনলৈ অসুন্দৰক আহ্বান কৰিব পাৰে বুলি কোনোমতেই বিশ্বাস নকৰে। পাশ্চাত্যত বিস্তৃত ভ্ৰমণ কৰিছে কাৰণেই, ক্লাবলৈ গৈ নাচিছে বা 'ৰাম্মি' খেলিছে কাৰণেই কোনোবা নাৰীয়ে সেন্দুৰখিনিক বিসৰ্জন দিবলৈ ওলালে কোনো যুক্তি বিচাৰি নাপায়। আটাইতকৈ ডাঙৰ কথা যে পুৰুষৰ চকুত সেন্দুৰৰ ব্যৱহাৰে কোনো নাৰীৰ সৌন্দৰ্য হ্ৰাস নকৰে— বৰঞ্চ সেন্দুৰে সোণত সুৰগাহে চৰায়। সেন্দুৰৰ অনুপস্থিতি যেন অবিবাহিত বা নিঃসংগ জীৱনৰহে বিজ্ঞাপন!

বিয়াৰ ঠিক পিছৰ দিনবোৰলৈ মনত পৰিলে দিলীপৰ শৰীৰটো ৰোমাঞ্চিত হৈ উঠে। তেতিয়া ৰাতিপুৱা শুই উঠোতে তাৰ বেছ দেৰি হয়; কিন্তু চকু মেলিয়েই যেতিয়া দেখিবলৈ পায় সদ্যস্নাতা দীপালী শিৰৰ দীঘলীয়া সেন্দুৰৰ ৰেখা আৰু কপালৰ উজ্জ্বল ফোঁটটো লৈ হাতত চাহ কাপেৰে সৈতে অপেক্ষাৰতা— তেতিয়া তাৰ মনটো এক অব্যক্ত সুখানুভূতি আৰু গৰ্বেৰে ভৰি উঠিছিল। শিৰৰ সেন্দুৰখিনিয়ে যে তাৰেই নিৰ্ভুল অস্তিত্ব ঘোষণা কৰিছে সেই কথাটো দিনটোৰ আৰম্ভণিতে উপলব্ধি কৰি দিলীপৰ সমগ্ৰ সত্তা কোনো এক একচিটিয়া স্বত্বাধিকাৰৰ গৰ্বেৰে ছন্দায়িত হৈ উঠিছিল— পৃথিৱীখন হৈ পৰিছিল ধুনীয়া। সমগ্ৰ পৰিবেশটো সেউজীয়া। নিজে ধাৰণ কৰা সেন্দুৰখিনিয়ে পুৰুষজনৰ মনত যে কি এক আশ্বাসৰ মেৰঘৰ নিৰ্মাণ কৰে সেই কথা হয়তো কোনো নাৰীয়ে কোনোদিনেই বুজি নাপাব— দীপালীতো দূৰৈৰ কথা। এই কথাবোৰ মনত উদয় হ'লেই দিলীপে

সংস্কাৰ আৰু সংস্কৃতিৰ মাজৰ পাৰ্থক্যখিনি নতুনকৈ আকৌ এবাৰ উপলব্ধি কৰে। অতি দগধাজনো হয়তো সংস্কাৰৰ গৰ্বত গৰ্বিত ; কিন্তু সংস্কৃতিৰ আশীৰ্বাদৰ পৰা বঞ্চিত। আনহাতে, অতি নিঃস্বজনো হয়তো সংস্কাৰমুক্ত, কিন্তু সংস্কৃতিৰ সাধক। দুৰ্ভাগ্য-বশতঃ, দিলীপে এই অংকটো দীপালীক কোনোদিনেই বুজাব নোৱাৰিলে। দীপালীয়ে হঠাতে সেন্দুৰখিনিক বিসৰ্জন দিয়াৰ কি কাৰণ হ'ব পাৰে সেই বিষয়ে সি ভাবি ভাবি মাথোন এটা কাৰণেই হ'ব পাৰে বুলি সন্দেহ কৰিছে : অৰ্থাৎ দীপালীৰ জীৱনত তাৰ প্ৰয়োজন নাইকিয়া হৈ গৈছে বাবেই হয়তো তাই কোনো বন্ধনৰ প্ৰতীক বহন কৰিবলৈ ৰাজী নহয়। দুয়োৰো একমাত্ৰ সন্তান মিতালীক দেৰাদুনৰ স্কুলত ভৰ্তি কৰি দিয়া দিন ধৰি প্ৰকৃততে দৈনন্দিন জীৱনত দীপালীৰ লগত তাৰ কোনো সম্বন্ধ নোহোৱা হৈ পৰিছিল ; অৱশেষত দীপালীয়ে এদিন আন এটা কোঠালীলৈ নিজৰ শোৱা বিছনাখনো স্থানা-ন্তৰিত কৰি আহিব ধৰা দিনবোৰৰ নিশ্চিত আভাস দিছিল।

ইমান অনুনয়-বিনয়ৰ পিছতো দীপালী এনেদৰে সন্ধিয়াটোৰ বাবে, হয়তোবা সমগ্ৰ ৰাতিটোৰ বাবে, অন্তৰ্ধান হোৱাৰ পিছত দিলীপ চিন্তাত পৰিল। অৱশ্যে দীপালী নাথাকিলেও সন্ধিয়াটোৰ বাবে আৱশ্যকীয় আয়োজনখিনি কৰিব লাগিব— কিয়নো আজি বহু বছৰ পিছত অজয় আৰু মায়াই সন্ধিয়াটোৰ বাবে দিলীপৰ আতিথ্য গ্ৰহণ কৰিছে। এতিয়া নন্দাক খবৰ দি মাতি আনিবলৈ বহুত দেৰি হ'ল। নন্দা দিলীপৰ মুমলীয়া ভনীয়েক, খুব মৰমৰ। নন্দাই দিলীপৰ কথা পেলাব নোৱাৰে। আৰু দিলীপেও নন্দাৰ। কিন্তু দিলীপৰ প্ৰধান চিন্তাটো হ'ল— দীপালীৰ অনুপস্থিতিৰ কাৰণ কি বুলি ক'ব? সি মিছা কথা কোৱাত অনভ্যস্ত ; গতিকে ধৰা পৰি যোৱাৰ সম্ভাৱনাই বেছি

বুলি বুজি পায়। যোৱা কেইবছৰমানৰ ভিতৰত দীপালীৰ মাজত যে কি পৰিৱৰ্তন আহিছে— অজয় আৰু মায়াই হয়তো কল্পনাই কৰিব নোৱাৰিব। জগতখন যে কিমান পৰিৱৰ্তনশীল! যি আজি আছে— কাইলৈ নাথাকে; আকৌ আনহাতে, যি আজি নাই কাইলৈ হয়তো সেইটোৱেই জীৱনৰ চৰম সত্য হৈ ভুমুকি মাৰে! প্ৰতিটো মুহূৰ্ত্তই পৰিৱৰ্তনৰ বাহক— ভালেই হওক বা বেয়াই। কিমান বিচিত্ৰ যে এই জীৱন— কিমান ৰহস্যময়! ইত্যাদি বিভিন্ন চিন্তা-দুঃচিন্তাত মগ্ন হৈ পৰিলেও, দিলীপে পিছে সমুখত আহি পৰা সমস্যাটোৰ কথা পাহৰি যোৱা নাছিল। দীপালীক লগ নাপাই মায়া খুব হতাশ হ'ব আৰু চতুৰ অজয়ে হয়তো আচল কথাটোৰ উমান পাই মনে মনে থাকিব। সহজে বিচলিত হৈ নপৰা দিলীপে মনস্থ কৰিলে যে সি মিছাও নকৰ আৰু সঁচাও প্ৰকাশ নকৰিব। সি আকৌ এবাৰ গভীৰভাৱে অনুভৱ কৰিলে যে সঁচা কথাটো প্ৰকাশ কৰিবলৈ অসমৰ্থ হোৱাটো কিমান বেদনাদায়ক আৰু সময়ত যে ই কিমান আত্মগ্লানিৰ সৃষ্টি কৰিব পাৰে। দিলীপ হিল-ভিউ হোটেলৰ মালিক গোষ্ঠীৰ উপদেষ্টা আৰু তদাৰককৰ্ত্তা ( RETAINER )। তদুপৰি মালিক গোষ্ঠীৰ আটাইকেইজন ভায়েক-ভনীয়েকৰ লগত তাৰ সম্বন্ধটো আছিল ককায়েক আৰু নিঃস্বাৰ্থ অভিভাৱকৰ। গতিকে 'হিল-ভিউ'ৰ জ্যেষ্ঠ অংশীদাৰ বাপুলৈ ফোন কৰি অনুৰোধ কৰিলে যাতে ৩-৪ জনৰ বাবে নিখুঁতভাৱে সান্ধ্য-ভোজন পৰিৱেশনৰ আচুতীয়া ব্যৱস্থা কৰা হয়। বাপুহঁতৰ বাবে দিলীপৰ অনুৰোধ আদেশতুল্য; গতিকে সময়ৰ মূৰকত কোনো অসুবিধা-জনক, অস্বস্তিকৰ পৰিস্থিতিৰ উদ্ভৱ নহ'ল।

সময়মতে অজয় আৰু মায়া আহিল। প্ৰাৰম্ভিক সম্ভাষণ বিনিময়ৰ অলপ পিছত দিলীপেই কথোপকথন আৰম্ভ কৰিলে। ইতিমধ্যে দিলীপৰ অতি 'ৰমৰম' 'লেডি'জনী' আহি অজয়ৰ

ভৰি দুখন গুডি গুডি নেজ জোঁকাবিবলৈ ধৰিলে। ৪-৫ বছৰ আগতে 'লেচি'ক অজয়েই তাক উপহাৰ দিছিল। 'লেচি'য়ে অজয়ক আছিলেই আজিও হুলস্থূল লগাই দিয়ে। —দেখিলা অজয়, তাই আজিও তোমাৰ মায়া এৰিব পৰা নাই। দিলীপৰ কথা শুনি অজয়ে মিচিকিয়াই হাঁহি ক'লে—

এৰা, ইহঁত অন্ততঃ মানুহতকৈ বেছি মৰমিয়াল আৰু কৃতজ্ঞ। মানুহে পিছে পাহৰি গ'লহেঁতেন। বৰ ধুনীয়াজনী হৈ উঠিছে তাই— নহয় জানো দিলীপ ?

—তুমিতো ধুনীয়া দেখিবাই।

'লেচি'ক ইতিমধ্যে মায়াই আকর্ষণ কৰা দেখি দিলীপে আকৌ ক'লে—

দেখিলা তোমাৰ 'ধুনীয়াজনীয়ে' কিমান সহজে তাইৰ আনুগত্য সলনি কৰিলে ? দিলীপৰ মন্তব্যত তিনিও হো-হোকৈ হাঁহি বাগৰি পৰিল। হাঁহিৰ খলকনি মাৰ যোৱাৰ আগতে 'লেচি'য়ে নিজৰ ভুল আৰু আনুগত্য খলনৰ প্ৰায়শ্চিত্ত কৰিবলৈ লাহেকৈ আহি দিলীপৰ ভৰিত মুৰ থৈ বাগৰ দিলে ; যেনিবা ক্ষমা প্ৰাৰ্থনাৰ বাবে ভিক্ষাপাত্ৰ হাতত লৈ এক কৰুণ চাৱনিৰে দিলীপৰ চকুত দৃষ্টি আবদ্ধ কৰিলে আৰু দিলীপৰ আঁঠুত মুৰটো ৰাখি নেজ জোঁকাবিবলৈ ধৰিলে। 'লেচি'ৰ আত্মীয়তাত তাৰ হৃদয় বিগলিত হ'ল আৰু আৱেগবিহ্বল সুৰত ক'লে— দেখিলা অজয়, পশু হ'লেও তাই নিজৰ ব্যৱহাৰত লজ্জিত হৈ যেন ক্ষমাহে খুজিছে ; আমি পিছে জীৱশ্ৰেষ্ঠ মানুহেহে নিজৰ দোষ দেখা নাপাওঁ— ক্ষমা ভিক্ষা দূৰৈৰ কথা !

মায়াই হাঁহিলে ; কিন্তু দিলীপৰ মন্তব্যই অজয়ৰ হিয়াৰ আমঠু ক'লা পেলালে, সি বুজি পালে কথা বিষম ! দিলীপৰ বাবে অন্তৰখন হাহাকাৰ কৰি উঠিল যদিও কোনো মন্তব্য দিয়াৰ পৰা বিৰত থাকিল।

প্ৰসংগ সলনি কৰিবলৈ 'লেচি'ৰ মূৰটো পিহি পিহি দিলীপে ক'লে, বুজিছা অজয়, এতিয়া আৰু তুমি গুৱাহাটীত চহৰীয়া পৰিবেশ, সা-সুবিধা নাই বুলি আপত্তি কৰিব নোৱাৰা। আমাৰ বিপিন বাবুৰ ল'ৰাইঁতে এখন আধুনিক হোটেল খুলিছে; তদুপৰি মুখ্য ৰান্ধনিজন 'গোৱানিজ'। ফলত খোৱা-বোৱা খুব উচ্চস্তৰৰ হৈছে। সেয়েহে আজি তাত আমাৰ বাবে আছুতীয়া ব্যৱস্থা কৰিছো; ব'লা তালৈকে যাওঁ— তাত ভাল জমিব।

মায়াজনী পিছে সঁচাকৈ আঁকৰী। মায়াই ইমান সময়ৰ পিছতো ভাবিলে যে দীপালী নিশ্চয় আগধৰি তালৈকে গৈছে। অস্বাভাৱিক পৰিস্থিতিটো মায়াৰ হৃদয়ংগম নহ'ল। 'হিল-ভিউ'ৰ আছুতীয়া কোঠাটোত বিভিন্ন বিষয়ে কথা পাতি দিলীপে খুব এটা স্বাভাৱিক আৰু সহজ পৰিবেশৰ উমান দিবলৈ চেষ্টা কৰিছিল যদিও অজয়ে ক'ববাত ছন্দপতন হৈছিল বুলি বুজি পাইছিল। ওচৰৰে আন এটা কোঠালীৰ পৰা ভাহি অহা হাঁহি-খিকিন্দালিৰ মাজত দীপালীৰ স্পষ্ট চিঞৰ-বাখৰে পিছে মায়াৰ মনযোগ আকৰ্ষণ কৰিছিল বুলি ভবাৰ থল নাছিল। অন্তৰৰ গ্লানি আৰু মানসিক সংঘাতে দিলীপৰ সহজাত হাস্যৰসক চেপি ৰখা দেখি অজয়ৰ অন্তৰ তাৰ প্ৰতি কৰুণা আৰু সহানুভূতিৰে উপচি পৰিছিল আৰু বিদায়ৰ মুহূৰ্ত্তত অতি অৰ্থপূৰ্ণভাৱে দিলীপক কৈছিল—

তোমাৰ ধৈৰ্যশক্তিক মই শ্ৰদ্ধা কৰো; কিন্তু এই অসীম ধৈৰ্যক জড়তালৈ অৱনমিত নকৰিবা— নহ'লে নিজক ক্ষমা কৰিব নোৱাৰিবা।

'ডিনাৰ' খাই এটা সময়ত অজয়হঁত গুচি গ'ল।

ইয়াৰ পিছৰ দৃশ্যপট অতি দ্ৰুত গতিত পৰিবৰ্ত্তন হ'বলৈ

ধৰিলে। দিলীপৰ জীৱনৰ প্ৰতি মোহ নাইকিয়া হৈ পৰিল। সহস্ৰ চিন্তাৰ জুয়ে যেন তাৰ মনটো পুৰি ছাৰখাৰ কৰি পেলালে— অৱশিষ্ট ৰ'ল এখন শূন্য আকাশ— নিৰৰ্থক ভৱিষ্যৎ। জীৱনৰ কুৰুক্ষেত্ৰখন ধৰ্মযুদ্ধৰ স্থান নে অন্যায়-অনাচাৰৰ সংগ্ৰাম স্থান সেইটো দিলীপৰ বাবে এক নিম্নিলা অংক হৈ দেখা দিলে। সি কিংকৰ্তব্যবিমূঢ় হৈ পৰিল। জীৱনৰ এই কুৰুক্ষেত্ৰখন তাৰ বাবে এখন পাৰাপাৰ নোহোৱা শ্মশান হৈ উঠিল। দৈহিক শ্ৰান্তি আৰু মনৰ গ্লানিয়ে জন্ম দিলে লানি নিছিগা বিনিদ্ৰ ৰজনীৰ। এই বিনিদ্ৰ ৰজনীসমূহৰ বুকুত আচ্ছন্ন হৈ গ'ল তাৰ ভূত-বৰ্তমান-ভৱিষ্যৎ।

নন্দাই মাজে সময়ে আহি ককায়েকক খুব বুজায়, সান্ত্বনা দিয়ে; কিন্তু দিলীপে সকলো কথা নীৰৱে শুনি থকাত বাদে কোনো উত্তৰ নিদিয়ে। সি যেতিয়া নিজৰ খোৱা-লোৱাৰ প্ৰতিও উদাসীন হৈ পৰিল তেতিয়া ককায়েকৰ বাবে নন্দাৰ দুশ্চিন্তাৰ সীমা নোহোৱা হ'ল। মাক-দেউতাকৰ মৃত্যুৰ পিছত ককায়েকৰ ঘৰখনেই প্ৰকৃতাৰ্থত তাইৰ মাকৰ ঘৰ আৰু সেইখন ঘৰেই শ্ৰীহীন হ'বলৈ উপক্ৰম হোৱাত নন্দাৰ অশান্তি কুলাই-পাচিয়ে নধৰা হ'ল। ককায়েকৰ অৱস্থাটো উপলব্ধি কৰি নন্দা আজিকালি সদায়ে গধূলি আহে আৰু দিলীপৰ খোৱা-লোৱাৰ নিজে তদাৰক কৰে যদিও তাৰ উদাস দৃষ্টিয়ে, নিৰ্বাক চাৱনিয়ে নন্দাৰ অন্তৰ থকাসৰকা কৰিলে। আনকি আজিকালি তাৰ অতি মৰমৰ ভাগিনীয়েক চাৰি বছৰীয়া অকণৰ প্ৰতিও দিলীপ উদাসীন— অথচ সেই সিদিনালৈ দিলীপে অকণক আৰু অকণে মোমায়েকক পালে পৃথিৱীৰ আন সকলো কথা ভুল পৰি গৈছিল। মিতালীৰ কথাও দিলীপে আজিকালি নকয়। ককায়েকৰ অন্তৰত যে কিহৰ ধুমুহা, প্ৰত্যাখ্যিত হোৱাৰ কি গ্লানি, সমাজৰ চকুত হেয় হৈ যোৱাৰ কি লাজ— সেই কথা

নন্দাই বুজে যদিও কিবা এক অজ্ঞানিত শংকা আৰু এক অশুভ ভৱিষ্যতৰ ইংগিতে তাইৰ মনটো সদায়ে উদ্বিগ্ন কৰি ৰাখে; প্ৰতিটো সন্ধিয়া ঢাপলি মেলে ককায়েকৰ ওচৰলৈ। পিছে দিলীপ যেন এটা শিলৰ মূৰ্ত্তিহে হৈ গৈছে। প্ৰায় দুমাহ ধৰি সি কোৰ্টমুৱা হোৱা নাই। গোচৰসমূহৰ তদাৰকৰ ভাৰ কনিষ্ঠ উকীলসকলৰ ওপৰত এৰি দি দিলীপ যেনিবা ধ্যানমগ্ন হৈ পৰিছে জীৱনৰ উদ্দেশ্যৰ সন্ধানত—ভৱিষ্যতৰ দিক নিৰ্ণয়ৰ বাবে।

দিল্লীত প্ৰায় এমাহ কিবা এটা প্ৰশিক্ষণ লৈ নন্দাৰ গিৰিয়েক দেৱব্ৰত আজি আবেলি উভতি আহিব; গতিকে আজি নন্দা নাহিব বুলিয়েই দিলীপে ধৰি লৈছিল। নন্দা আজি আহিব নোৱাৰা সম্ভাৱনাৰ কথা চিন্তা কৰি তাৰ মনটো হঠাতে বেছি উদাস হৈ পৰিল। গধূলি সাত বাজি যোৱাৰ পিছতো নন্দ নাহিল যেতিয়া দিলীপ প্ৰায় নিশ্চিত হৈছিল যে নন্দা আজি নাহে; কিন্তু ৭-৩০ মান বজাত নন্দাৰ গাড়ী আহি যেতিয়া গাড়ী-বাৰাণ্ডাত ৰ'ল, তেতিয়া সি আজি নিজে ওলাই আহি অৰুণক কোলাত তুলি ল'লে। ককায়েকৰ উৎসাহ আৰু সামান্য হ'লেও এই পৰিৱৰ্ত্তনটোৱে নন্দাক উৎসাহিত কৰিলে আৰু ককায়েকক উদ্দেশ্য কৰি ক'লে—

দাদা, আজি দেৰি হৈ গ'ল; এওঁৰ প্লেনখন প্ৰায় দুঘণ্টা পলমকৈ আহিছে কাৰণে গাড়ীখন পোৱাত দেৰি হ'ল। ভাগৰ লাগি আহিছে বাবে এওঁ আজি নাহিল— কাইলৈহে আহিব। নন্দাই একে উশাহতে কথাখিনি কৈ বাৰাণ্ডালৈ উঠি আহিল।

অৰুণৰ লগত ধেমালি কৰি কৰি দিলীপে ক'লে— হ'ব দে এদিন অলপ দেৰি হ'লে একো নহয়। মই অৱশ্যে তইঁত আজি নাহিবি বুলিয়েই ধৰি লৈছিলো।

অৰুণক কোলাত লৈ দিলীপে যেতিয়া লুইতলৈ মুখ কৰি থকা ভিতৰৰ জিৰণি লোৱা বাৰাণ্ডাখনত বহিলহি নন্দা অলপ

আচৰিতেই হ'ল— কিয়নো দিলীপ আজি দুমাহ এইদৰে হোৱা নাই— শোৱনি কোঠাত আৰু ডাইনিং ৰুমটোতেই নিজকে আবদ্ধ কৰি ৰাখিছে। নন্দাই যেতিয়া চাহৰ আয়োজন হাতত লৈ থিয় দিলেহি দিলীপে মাত লগালে— আহ, বহ। আজি তোক কিছুমান কথা ক'ম।

অৰুণ অৱশ্যে ইতিমধ্যে টিভি-ত 'মিকিমাউচ' চোৱাত ব্যস্ত হৈ পৰিছিল। নন্দাই চাহ কৰে মানে দিলীপে আৰম্ভ কৰিলে, নন্দা, তইঁতে মোক ইয়াৰ পিছত কোনো দোষ দিব নোৱাৰিবি। নবৌয়েৰাই মোৰ অজ্ঞাতেই গৈ বাপেকৰ ঘৰত আশ্ৰয় লোৱাৰ পিছত আৰু ধৈৰ্য ধৰি থকা সম্ভৱ নহয়। তইঁতৰ আটাইবে কথা চিন্তা কৰি মই ইমান দিন ধৈৰ্য ধৰি আছিলো। নানাজনে নানা কথা কৈ কুকুৰে কাঁইট নোখোৱা অৱস্থা কৰিছে যদিও মই আশা ৰাখিছিলো; কিন্তু সিদিনা অজয়ে কোৱাৰ দৰে মোৰ এই ধৈৰ্য লাহে লাহে এক অৰ্থহীন জড়তালৈ ৰূপান্তৰিত হ'বলৈ ধৰিছে। এনে ধৰণৰ জড়তা আৰু মৃত্যুৰ মাজত কোনো পাৰ্থক্য নাই বুলিয়েই মই ভাবো।

নন্দাই দিলীপলৈ চাহ কাপ আগবঢ়াই দি কলে, দাদা, ধৈৰ্য ধৰিছা যদিও তোমাৰ মনটো খুব অস্থিৰ হৈ আছে। তোমাক লগত লৈ মই আৰু অৰুণে কাশ্মীৰৰ পিনৰ পৰা পাক এটা মাৰি আহিম বুলি আজি এও আহি পোৱাৰ লগে লগে ঠিক কৰিছো। বাটতে মিতালীকো লগ পাই যাম। তুমি আৰু আপত্তি নকৰিবা— দেখিবা সময়ত সকলো ঠিক হৈ যাব।

নহয়, নন্দা— সময়ত ঠিক হৈ যোৱা স্তৰটো কেতিয়াবাই পাৰ হৈ গ'ল। জানাই নহয়— দুটা স্থিতিৰ মাজৰ আটাইতকৈ চমু পথটো হ'ল সৰল ৰেখাডালহে। তাক দীঘলীয়া কৰি ল'লে স্থিতি দুটাৰ পৰিৱৰ্তন হ'ব বুলি ভবাটো ভুল।

চাহ কাপত শেষ শোহাটো মাৰি কাপটো নমাই থৈ দিলীপে ক'লে — মানুহৰ প্ৰয়োজন পূৰ কৰাটো অসম্ভৱ নহয়; কিন্তু সকলো ৰকমৰ শালীনতাবোধ বৰ্জিত লোভ বাস্তৱায়িত কৰা প্ৰচেষ্টা ভদ্ৰ মানুহৰ জীৱনত কাম্য হ'ব নোৱাৰে। গতিকে আনুষ্ঠানিক বিবাহ-বিচ্ছেদেই আমাৰ বাবে একমাত্ৰ পথ যে সেই বিষয়ে মই নবৌৱেৰাৰ লগত বহুতো ভাবি-চিন্তি একমত হৈছো।

ককায়েকৰ কথা শুনি নন্দা স্তম্ভিত হ'ল। অলপ সময় মনে মনে থাকি কিবা এক অপ্ৰবোচিত তাড়নাত নন্দাই প্ৰায় চিঞৰি কোৱাৰ দৰে ক'লে—

"নহয় নহয় দাদা, ইমান কঠোৰ ব্যৱস্থা লোৱাৰ কথা এতিয়াতে চিন্তা নকৰিবাচোন। আক্ষেপৰ সুৰত নন্দাই আকৌ ক'লে—

বক্ষা যে মা-পিতা জীয়াই নাই— দুয়ো মৰ্মান্তিক আঘাত পালেহেঁতেন।

মাক-দেউতাকৰ প্ৰসংগ উঠাত দিলীপৰ মনটো বেছি অশান্ত হৈ পৰিল— কিবা এক অব্যক্ত অপৰাধবোধে মনৰ মাজত ধুমুহাৰ সৃষ্টি কৰিলে। নিজক চম্ভালি লৈ দিলীপে ক'লে—

মই কঠোৰ ব্যৱস্থা ল'বলৈ নবৌৱেৰাই বাট চোৱা নাই; আজি তেওঁৰ উকীলৰ পৰায়ে বিবাহ-বিচ্ছেদৰ জাননী পাইছো। সেয়েহে কৈছো স্থিতি দুটাৰ মাজৰ আটাইতকৈ চমু পথ সবল বেধাতালক স্বীকৃতি দিয়াটোহে বাস্তৱসম্মত পদক্ষেপ হ'ব। কন্যা-ভাগিনী-পত্নী আৰু মাতৃ জাতিৰ প্ৰতিনিধি ৰাবীগৰাকী দীপালীৰ মাজৰ পৰা মোৰ বাবে চিৰদিনৰ কাৰণে নিকদিষ্ট হৈ গ'ল— নবৌৱেৰাৰ মৃত্যু হ'ল বুলিয়েই ধৰি ল'বি।

ককায়েকৰ বাবে আহিব ধৰা নিঃসংগ জীৱনটোৰ কথা চিন্তা কৰি নন্দাৰ গাটো শিয়ৰি উঠিল— দিলীপৰ প্ৰতি সহানু-

ভূতি উপচি পৰি অন্তৰখন টুকুৰা-টুকুৰ হৈ ওলাই আহিবৰ উপক্ৰম হ'ল— চকুযুৰিলৈ নামি অহা ধাৰাসাৰ চকুলোৱে নন্দাক বাক্‌ৰহিত কৰি পেলালে। তাইৰ চকুত পানী দেখি দিলীপৰ চকুলৈও পানী অহাৰ উপক্ৰম হ'ল। পৌৰুষৰ অহংকাৰ খৰ্ব হ'বলৈ নিদি জোৰকৈ চকুপানী বন্ধ কৰিলে যদিও স্বাভাৱিক গতি প্ৰতিহত হোৱা চকুপানীবোৰে দিলীপৰ চকু দুটা খুব গধুৰ কৰি তুলিলে। বহু সময় ধৰি নীৰৱে থাকি ক'লে—

ক'ত, কোন মুহূৰ্তত যে ভুল হৈ গ'ল তলকিবই নোৱাৰিলো নন্দা। দিলীপ উঠি গৈ লাহে লাহে শোৱনি কোঠাত সোমাল। ককায়েকৰ ৰাতিৰ সাজ খোৱাৰ বাবে ৰান্ধনি প্ৰবীণক দিহা-পৰামৰ্শ দি ভাৰাক্ৰান্ত মন এটা লৈ নন্দাও ঘৰমুৱা হ'ল।

* * *

আইনসন্মত পদ্ধতিৰে দিলীপ-দীপালীৰ এদিন বিবাহ বিচ্ছেদো হৈ গ'ল। নিজৰ সংসাৰৰ দহোবন কাটি কৰি হ'লেও নন্দাই এই বিপৰ্যয়ৰ মাজত যিমানদূৰ সম্ভৱ ককায়েকক সংগ দিছে আৰু এদিন ককাযেক আৰু অকণক লগত লৈ নন্দা, দেবব্ৰত কাশ্মীৰমুৱা হ'ল। মাজবাটতে ডেৰাডুনত মিতালীৰ লগত দেখা কৰি তাইক বুকুত সাবটি লৈ দিলীপে স্বস্তিৰ নিশ্বাস পেলোৱা দেখি নন্দাৰ মনটো গভীৰ প্ৰশান্তিৰে ভৰি উঠিল। মিতালীৰ স্কুল খোলা আছিল বাবে তাইক লগত লৈ যোৱা সম্ভৱ নহ'ল ; তদুপৰি আদালতে মিতালীৰ অভিভাৱকত্ব দীপালীকহে যে দিছিল সেই কথাটো ভাবি দিলীপৰ মুখমণ্ডল মেঘাচ্ছন্ন হৈ পৰিল। বিষাদ যেন আছিল দিলীপৰ চিৰসহচৰ। ভাৰাক্ৰান্ত মন লৈ আকৌ কাশ্মীৰমুৱা যাত্ৰা আৰম্ভ হ'ল। দীঘলীয়া ভ্ৰমণ সমাপ্ত কৰি গুৱাহাটীলৈ উভতি আহি প্ৰায় ৭।৮ মাহ বিৰতিৰ পিছত দিলীপে আকৌ কোৰ্টলৈ অহা-যোৱা

আৰম্ভ কৰিলে। বিখ্যাত ব্যাৰিষ্টাৰ দিলীপ বৰুৱা অচিৰেই আইনৰ জগতখনৰ অতি ব্যস্ত ব্যক্তি হৈ পৰিল—কনিষ্ঠ উকীল-সকলেও এক স্বস্তিৰ নিশ্বাস পেলালে।

এতিয়া পিছে সুবিধা পালেই কেতিয়াবা নন্দা আৰু অকণক লগত লৈ আৰু কেতিয়াবা অকলেই মিতালীক লগ পাবলৈ দেৰাদুনলৈ ঢাপলি মেলাটো দিলীপৰ অভ্যাসত পৰিণত হ'ল। বৈদিক পদ্ধতিৰে দীপালীৰ লগত হোৱা বিয়াৰ মন্ত্ৰবোৰ দিলীপে এক দুঃস্বপ্ন আছিল বুলিয়েই ধৰি ললে। মন্ত্ৰবোৰে আনি দিয়া প্ৰতিশ্ৰুতি আৰু দায়বদ্ধতা দীপালীৰ উদ্ধতালি আৰু কদৰ্য জীৱনৰ মৰুভূমিত শুকাই নাইকিয়া হৈ গ'ল। এই মৰুভূমিখনৰ বুকুত দিলীপে ইমানদিনে মৰীচিকা খেদি ঘূৰিছিল— তাত নাছিল স্বামী-স্ত্ৰীৰ পৰম্পৰাৰ প্ৰতি থাকিবলগীয়া গভীৰ অনুভূতিসিক্ত, পাৰস্পৰিক আনুগত্যসম্ভূত নিস্বাৰ্থ প্ৰেমৰ 'ওৱেচিচ'। পৰি-ণতিৰ চিন্তা নকৰাকৈয়ে— কোনো আগজাননী নিদিয়াকৈয়ে বানপানী আহি চৌদিশৰ জীৱন বিপৰ্যস্ত কৰি তোলে আৰু এদিন গুচি যায় কাৰো আদেশলৈ অপেক্ষা নকৰি—দিলীপে ভাবে তাৰ জীৱনতো একেই হ'ল। সমাজৰ লগত প্ৰায় সম্বন্ধ নোহোৱা হৈ পৰিল— বোলে ঘৰতো মায়ে মাৰিছে— গাঁৱতো একাদশী।

* * *

অসহ্য গৰম। তাতে আকৌ গুৱাহাটী এয়াৰপোৰ্টৰ সৰু লাউঞ্জখন কেইবাখনো বিমানৰ যাত্ৰীৰে ঠাহ খাই পৰিছিল। শীত-তাপ নিয়ন্ত্ৰণৰ ব্যৱস্থাও নাই। প্ৰায়বোৰ বিমানেই দেৰিকৈ আহিছে। ৰাতিপুৱা ৯ বজাতে দিল্লীলৈ যাবলগীয়া বোয়িংখন এতিয়া দুপৰীয়া ২ বজালৈ আহি পোৱাহি নাই। মাজে মাজে ঘোষকৰ কণ্ঠস্বৰে কোনখন বিমান কিমান দেৰিকৈ আহিব তাকে কৰা ঘোষণাবোৰে অস্বস্তিকৰ পৰিবেশটো সহজ কৰি তোলাৰ

মাথোন এটা ব্যৰ্থ প্ৰয়াস কৰিছে। কাশ্মীৰৰ পৰা কন্যাকুমাৰীলৈ আৰু গুজৰাটৰ পৰা শিলিগুৰিৰ মাজত থকা প্ৰতিটো জন-গোষ্ঠীৰে প্ৰতিনিধি লাউঞ্জখন আছে; কিন্তু ইমানবোৰ বিমান যাত্ৰীৰ মাজতো দিলীপৰ চিনাকি মুখ নাই বুলি ক'লেও অত্যুক্তি কৰা নহব। সি গোটেই লাউঞ্জখন ইমূৰৰ পৰা সিমূৰলৈ ঘূৰি ঘূৰি চালে; মাথোন চুপ্ৰীম কোৰ্টত ওকালতি কৰা ব্যাৰিষ্টাৰ বৰঠাকুৰৰ বাদে আন কোনো চিনাকি মানুহ দেখা নাপালে। সৰহভাগেই ব্যৱসায়ী গোষ্ঠীৰ মানুহ। যথেষ্ট সংখ্যক মহিলা যাত্ৰীও আছে— পিছে অসমীয়া পোছাক পৰিহিত মহিলা দুগৰাকীহে চকুত পৰিল। এগৰাকীয়ে ৭০ অৰ দেওনা পাৰ হৈছে যে নিশ্চিত। আন গৰাকী অৱশ্যে তৰুণী— এওঁক উশাহতে বৰ্ণনা কৰিবলৈ গ'লে অনন্যা বুলিব লাগিব। হেজাৰজনীৰ মাজতো চকুত পৰিব— শান্ত, সৌম্য ব্যক্তিত্বৰ গৰাকী। অতি আটোমটোকাৰিভাৱে মেখেলা-চাদৰ-যোৰ পিন্ধিছে। মুগাৰ মেখেলাৰ লগত অতি চকুত লগাকৈ মেজেংকৰী ৰঙৰ ফুল বছা কপাহী চাদৰখনে যেনিবা সোণতহে সুৰগা চৰাইছে। খুব মাৰ্জিতভাৱে কাপোৰখন পিন্ধিছে যদিও উদ্ধত বুকুখনক সম্পূৰ্ণভাৱে দমন কৰিবলৈ সক্ষম হোৱা নাই— নিষ্কলুষ সৌন্দৰ্য-পিপাসীৰ দৃষ্টিও আনকি আকৰ্ষণ কৰিব যে সন্দেহ নাই। মাথোন বিবাহিত নে কুমাৰী বুজাৰ উপায় নাই-- কাৰণ যুগ্ম জীৱনৰ ধ্বজাবাহক, নিৰ্ভুল নিৰ্দেশিকাৰ ভূমিকা পালন কৰা শিৰৰ সেন্দুৰখিনি অনুপস্থিত। আজিকালি বুজনসংখ্যক অসমীয়া বোৱাৰীয়ে শিৰৰ সেন্দুৰৰ দীঘলীয়া ৰেখাটোক বিসৰ্জন দিছে— কাৰণ অস্পষ্ট। এই ৰেখাটোৱে কিন্তু বহুক্ষেত্ৰত নিশ্চিত ভদ্ৰৰক্ষাকৱচৰ কামো কৰিছিল। এহো বাহ্য। আমাৰ মূল কাহিনীলৈ উভতি আহো।

ভদ্ৰ-মহিলাক দিলীপে ওচৰৰ পৰা, দূৰৈৰ পৰা খুব সূক্ষ্মভাৱে নিৰীক্ষণ কৰিলে। কবিয়ে ঠিকেই কৈছিল— 'A thing of

beauty is a joy for ever'—। গধুৰ মনটো হঠাতে কৰকাল হৈ পৰিল। ভদ্ৰ-মহিলাই যে বহুতৰে দৃষ্টি আকৰ্ষণ কৰিছে সেই কথাটো তেখেতে বুজি পাইছে আৰু হঠাতে হাতত থকা আলোচনীখনৰ বুকুত সমগ্ৰ চেতনা প্ৰয়োগ কৰি তাৰ মাজৰ পৰা কিবা যেন এক ৰহস্য উদ্ঘাটন কৰিবলৈ এৰাব নোৱাৰা দায়িত্ব এটাহে পালন কৰিবলগীয়া হৈছে। স্মৃতিৰ ভঁৰালটো তন্ন-তন্নকৈ বিচাৰি চলাথ কৰিও দিলীপে মনত পেলাবলৈ নোৱাৰিলে— ক'ত, কেতিয়া এই অনিন্দ্যসুন্দৰী তৰুণীৰ লগত সাক্ষাৎ হৈছিলগ। চিনাকি চিনাকি লাগিছে— অথচ নিজে আগবাঢ়ি গৈ মাত লগাবলৈকো কুণ্ঠাবোধ কৰিছে। তথাপিও মনটোৱে বাৰে বাৰে কৈছে ভদ্ৰ মহিলাজনী সি চিনি পোৱা ব্যক্তি। মনৰ খু-দুৱনি মাৰিবলৈ সুযোগ লোৱাৰ আগতেই প্ৰায ৩৫ বছৰীয়া স্বাস্থ্যবান এক ধুনীয়া তৰুণ ভদ্ৰলোকে ভদ্ৰ মহিলাৰ লগত কথা পাতিবলৈ চেষ্টা কৰা দেখা পালে। ভদ্ৰলোক বেছ তজবজীয়া— পিন্ধনত চাহাবী পোছাক আৰু মুখত গুজি লোৱা পাইপডাল অনবৰত ধোঁৱাৰ কুণ্ডলী সৃষ্টি কৰাত ব্যস্ত। কথোপকথন দীঘলীয়া কৰিবলৈ ভদ্ৰ-মহিলা উৎসাহী নহয় যেন অনুমান হ'ল। অতি চমুকৈ সৌজন্য-সূচক 'হয়' বা 'নহয়' দুই-এটা উত্তৰ দি ভদ্ৰলোকক নিৰস্ত্ৰ কৰিবলৈ চেষ্টা কৰিলে, পিছে ভদ্ৰলোকৰ অধ্যৱসায় প্ৰশংসনীয়— কোনো-পধ্যে তৰুণীগৰাকীৰ সান্নিধ্যৰ পৰা নিজক বঞ্চিত কৰিবলৈ ইচ্ছুক নহয় যেন অনুমান হ'ল। এটা অস্বস্তিকৰ পৰিৱেশ। দূৰৈৰ পৰা লক্ষ্য কৰি ভদ্ৰ-মহিলাৰ প্ৰতি দিলীপৰ মন কিবা এক অব্যক্ত সহানুভূতিত উপচি পৰিল।

অৱশেষত আবেলি ৫ বজাত বিমানখনে দিল্লীমুৱা যাত্ৰা আৰম্ভ কৰিলে। এটা সময়ত বিমানখন পাটনাৰ বিমানকোঠত নামিল— ৪৫ মিনিটৰ পিছত দিল্লীলৈ উৰা মৰাৰ কথা। ৪৫ মিনিটৰ ঠাইত দুঘণ্টা হৈ গ'ল— বিমান এৰাৰ কোনো উমঘাম নাই, ইপিনে

সাজ লাগি এন্ধাৰ হ'ল; যাত্ৰীসকলক লাউঞ্চলৈ আহিবলৈ অনুৰোধ কৰা হ'ল। দিলীপে তৰুণীগৰাকীৰ ওপৰত অনবৰত নজৰ ৰাখিছে— দুই-এবাৰ চাৰি চকুৰ মিলন হ'লেও ভদ্ৰমহিলাই সলজ্জভাবে দৃষ্টি আঁতৰাই নিযে যদিও এটা মিচিকিয়া হাঁহিৰ আভাস দি যায— যাৰ ফলত দিলীপৰ বাবে ৰহস্য যেছি ঘনীভূত হৈ পৰে। ইপিনে ভদ্ৰমহিলাৰ কৰুণাপ্ৰাৰ্থী তৰুণগৰাকীয়ে হ'লে এইবাৰ নিজকে কামৰ মানুহ বুলি প্ৰমাণ কৰিলে: লাউঞ্চলৈ আহি ভদ্ৰমহিলাৰ ওচৰৰ আসনখন অধিকাৰ কৰি বহিল আৰু অনৰ্গল কথা পাতি গ'ল; নকলেও হুব ভদ্ৰমহিলাই নীৰৱতা অৱলম্বন কৰাটোকে উক্ত পৰিস্থিতিত শ্ৰেষ্ঠ উপায বুলি গণ্য কৰিলে যদিও শান্ত চকুযুৰিত ফুটি উঠা অসহায় দৃষ্টি ঢাকি ৰাখিবলৈ নোৱাৰিলে। এই অসহায দৃষ্টিয়ে তৰুণীৰ নীৰৱতাক দিলীপৰ বাবে সৰব কৰি তুলিলে। তথাপিও মনত এটা সন্দেহ জানোচা ভদ্ৰলোক তৰুণীৰ স্বামী আৰু অৰ্ধাংগিনীৰ ঠেহ ভাঙিবলৈ-হে ইমান পৰে চেষ্টা কৰি আছে।

যান্ত্ৰিক বিজুতিৰ বাবে বিমান এতিযা দিল্লীলৈ নাযায় আৰু যাত্ৰীসকলক ৰাতিটোৰ বাবে হোটেলত ৰখা হব বুলি কৰা ঘোষণা শুনাৰ লগে লগে ভদ্ৰমহিলাৰ অসহায় দৃষ্টি গভীৰ হৈ উঠিল আৰু কৰুণ চকুযুৰিয়ে এইবেলি দিলীপৰ চকুলৈ আগৰ সলজ্জভাব এৰি ইমান সময চাই থাকিল যে দিলীপেহে দৃষ্টি আঁতৰাই নিবলগীয়া হ'ল। পিছ মুহূৰ্ততে দিলীপে লক্ষ্য কৰিলে মানুহজনে ভদ্ৰমহিলাক কিবা কথাত পতিযন নিবলৈ খুব চেষ্টা কৰিছে আৰু ভদ্ৰমহিলাৰ অংগি-ভংগীৰ পৰা বুজা গৈছে যে ভদ্ৰ-লোকে তৰুণীৰ মন গলাব পৰা নাই; বৰঞ্চ এটা সময়ত দিলীপলৈ আঙুলিয়াই মানুহজনৰ ওপৰৰ পৰা প্ৰায় উচাট মাৰি অহাৰ দৰে তৰুণীয়ে যেতিয়া দিলীপৰ পিনে আগুৱাই আহিবলৈ ধৰিলে তেতিয়া দিলীপৰ উশাহ নিশাহ দ্ৰুত হৈ উঠাৰ লগতে আশ্চৰ্যৰ

সীমা নাথাকিল। প্ৰত্যাখ্যিত ব্যক্তিজনে হতাশাগ্ৰস্তভাৱে তৰুণী আৰু দিলীপৰ পিনে চাই থাকিল।

মোক চিনি পাইছে নে? দিলীপৰ প্ৰতি তৰুণীৰ প্ৰশ্ন। দিলীপ হতভম্ব হ'ল। সম্বিত ফিৰাই পাই ক'লে—

—মানে,— আপুনি চুলিবোৰ চুটিকৈ কাটিছেতে—ঠিক মনত পেলাবলৈ পৰা নাই যদিও খুব চিনাকি যেন লাগিছে। বৰঝাৰৰ পৰায়ে চেষ্টা কৰি আহিছো মনত পেলাবলৈ।

—মই হ'লে বৰঝাৰতে আপোনাক চিনি পাইছিলো, সেইবোৰ পিছৰ কথা বাৰু। আগতে মোক বিপদ এটাৰ পৰা উদ্ধাৰ কৰক। তৰুণীৰ কথা শুনি দিলীপ আশ্চৰ্য হোৱাৰ পৰিমাণ দুগুণে বৃদ্ধি পালে আৰু সপ্ৰশ্ন দৃষ্টিৰে তৰুণীৰ পিনে চাই ৰ'ল।

চকুৰ ইংগিতেৰে দিলীপক চুক এটালৈ মাতি নি তৰুণীয়ে লাজ লাজকৈ অনুচ্চস্বৰে ক'লে—,

—মোৰ ওচৰত বহি আছিল যে মানুহজন তেখেতে মোক বৰঝাৰৰ পৰাযে খুব আমনি কৰি আহিছে। এতিয়া ৰাতিটো ইয়াতে কটাব লাগিব বুলি কৰা ঘোষণাৰ পিছৰ পৰাযে অতি কুৎসিত ইংগিত দি মোক অতিষ্ঠ কৰি তুলিছে। মই আপোনাক মোৰ দাদা বুলি আঙুলিয়াই দি উঠি আহিলো। দিল্লী নোপোৱালৈ আপুনি মোৰ দাদাৰ ভাও দি মোক এই অস্বস্তিকৰ পৰিস্থিতিটোৰ পৰা ৰক্ষা কৰক।

—কিন্তু আপোনাক যে মই এতিয়াও মনত পেলাব পৰা নাই। আপোনাৰ নামটো কি বাৰু?

ৰহস্যময়ীয়ে এইবাৰ অন্ধকাৰত বন্ধ হৈ থকা স্মৃতিৰ দুৱাৰখন খুলি দিলে: কিয় মই জানো ছবছৰ আগৰ গীতা ফুকন নহয়?

দিলীপৰ বুকুখন চিৰিংকৈ গ'ল। স্তম্ভিত হ'ল— মুখৰ মাত হেৰাল। সুদীৰ্ঘ ছবছৰ আগৰ কথাবোৰ চকুৰ আগত ভাহি উঠিল। লণ্ডনৰ পৰা ব্যাৰিষ্টাৰ হৈ উভতি অহাৰ পিছত দিলীপক

লগত লৈ মাক-দেউতাক গৈছিল গীতাইঁতৰ ঘৰলৈ। ১৯-২০ বছৰীয়া গীতাই চাহ-জলপান পৰিবেশন কৰি থকাৰ সময়ত দিলীপে কল্পনাও কৰা নাছিল যে তাৰ মতামত নোলোৱাকৈয়ে গীতাৰ দেউতাকে বহু বছৰ আগ'ত দি থোৱা বিয়াৰ প্ৰস্তাৱত তাৰ মাক-দেউতাকে সম্মতি জনাইছিল। ইপিনে কোমলচিতীয়া শিশুসুলভ চৰিত্ৰৰ গীতাই প্ৰায ৫-৬ বছৰ ধ'ৰি দিলীপৰ লগতে তাইৰ বিয়া হব বুলি শুনি শুনি দিলীপৰ ভাবমূৰ্তি এটা নিজৰ মনত গঢ়ি লৈছিল আৰু সুদৰ্শন পুৰুষ দিলীপক দেখাৰ লগে লগে মন-প্ৰাণ এক অজানিত আনন্দত পুলকিত হৈ উঠিছিল, প্ৰথম সাক্ষাততে নিজৰ অজ্ঞাতেই দিলীপৰ ওচৰত মন-প্ৰাণ সঁপি দিছিল। দিলীপ হৈ পৰিছিল গীতাৰ আৰাধ্য দেৱতা।

ঘৰলৈ উভতি আহি মাক-দেউতাকে যেতিয়া আচল কথাটো ক'লে দিলীপ জ্বৰ ঘামে ঘামিছিল আৰু দীপালীক বিয়া কৰাব বুলি দিয়া প্ৰতিশ্ৰুতিৰ কথা স্পষ্টভাৱে মাকক জনাইছিল। তেতিয়া মাক-দেউতাকৰ অনুশাসনে তাক টলাবলৈ নোৱাৰিলে। দিলীপৰ জীৱনটো ব্যৰ্থ কৰি দি সমগ্ৰ জীৱন বঞ্চনাৰ বোজা আৰু বিশ্বাসঘাতকতাৰ অপবাদ কঢ়িয়াই লৈ ফুৰিবলৈ দিলীপ মান্তি নহ'ল। গীতাৰ প্ৰতি কণমানো দায়বদ্ধতা অনুভৱ কৰাৰ প্ৰয়োজন আছে বুলি নাভাবিলে আৰু এদিন যথাবিহিত নিয়ম মতে দীপালীক বিয়া কৰালে যদিও মাক-বাপেকে দীপালীক মুকলি মনেৰে গ্ৰহণ কৰিছিল বুলি কোৱাৰ থল নাছিল। ফলত দীপালী আৰু দিলীপৰ পৰিয়ালটোৰ মাজত সদায়ে এটা বিৰাট ব্যৱধান থাকি গ'ল। ঘৰখনক দীপালীয়ে কাহানিও আপোন কৰি লব নোৱাৰিলে।

মূল কথালৈ উভতি অহা যাওক। ছবছৰ আগৰ ঘটনা-ৰাজি এটাৰ পিছত এটাকৈ মনৰ দৃশ্যপটত ভাহি উঠিল; সমুখত থিয় হৈ থকা গীতাৰ সাম্য-সৌম্য মূৰ্তি আৰু মন-প্ৰাণ

ছবি নিয়া নিষ্কলুষ করুণ 'দৃষ্টিয়ে দিলীপৰ অন্তৰত হাহাকাৰৰ সৃষ্টি কৰিলে। তুলনামূলক ছবি এখনে মনত ভুমুকি মাৰিলে। 'গতস্য শোচনা নাস্তি' বুলি মনক প্ৰবোধ দিলে আৰু ভাবাবেগ দমন কৰি গীতাক ক'লে—

—তুমি কোনো চিন্তা নকৰিবা। নিজৰ অজানিতেই 'তুমি' সম্বোধন কৰি পেলালে। অলপ বৈ আকৌ ক'লে—

—তুমি সম্পূৰ্ণ নিৰাপদ বুলি ধৰি লোৱা। দিলীপৰ কথাত গীতাৰ মুখমণ্ডললৈ নামি আহিল এক স্বস্তিৰ আশ্বাস আৰু চকুযুৰিলৈ এক অব্যক্ত স্নেহ আৰু মমতাৰ দৃষ্টি। দিলীপৰ ভনীয়েক বুলি চিনাকি দি হোটেলত দুয়ো একেটা কোঠালীতে ৰাতিটো কটাবলৈ যেতিয়া কোঠালীমুৱা হ'ল তেতিয়া গীতাৰ মনত কোনো দুশ্চিন্তা বা শংকা নাছিল— ভবি দুখন অকণো কঁপি উঠা নাছিল। কোনো কোনো মানুহৰ ব্যক্তিত্বই যে কেনে ধৰণৰ গভীৰ আস্থাৰ সৃষ্টি কৰে তাকে ভাবি গীতা তন্ময় হ'ল। আনহাতে গীতাৰ এই শিশুসুলভ আস্থাই দিলীপৰ মন কিবা এক অজানিত সুখানুভূতিয়ে ভৰাই তুলিছিল আৰু নিজৰ পৌৰুষৰ অহংকাৰৰ ৰমটোৱে যেন গীতাৰ ভূত-বৰ্তমান-ভৱিষ্যৎ আবৰি পেলাইছে।

দুয়ো চাহ এটুপি খাই উঠি টেক্সী এখন ভাৰা কৰি পাটনা চহৰখন চাবলৈ ওলাই গ'ল। খুব কম সময়ৰ ভিতৰতে দুয়োৰো মাজত এক গভীৰ অথচ সহজ আত্মীয়তা গঢ়ি উঠিল— যেনিবা দুয়ো দুয়োৰো জন্ম-জন্মান্তৰৰ চিনাকি। দিলীপৰ সান্নিধ্যই গীতাৰ মনত কোনো অস্বস্তি বা সংকোচৰ সৃষ্টি নকৰিলে— বৰঞ্চ দিলীপৰ আৰু বেছি ওচৰ চাপি যাবলৈহে মনত দুৰ্বাৰ আকাঙ্ক্ষা এটাৰ উদয় হ'ল। অতীতটো সজীৱ হৈ উঠিল। হোটেলৰ কোঠালী-টোৰ ভিতৰত দিলীপে দেখুওৱা সৌজন্যৰ বাবে গীতাৰ মন কৃতজ্ঞতাৰে উপচি পৰিল আৰু জীৱনত কিহৰ পৰিৱৰ্তে কি পালে ভাবি নিজৰ অদৃষ্টকে দায়ী কৰিলে।

ৰাতিৰ সাজ খাই উঠি চিগাৰেট এটা জ্বলাই লৈ দিলীপ বেলকনিখনত বহিলহি। ৰাতি দহ বাজি যোৱাৰ পিছতো পাটনা চহৰৰ ব্যস্ততা আৰু হাই-উৰুমিৰ উমান পাই তাৰ মনত পৰিল শ্বিলঙৰ নিজম, নিস্তব্ধ, নিঃসংগ সন্ধিয়াবোৰলৈ। দুয়োটা পৰি-বেশৰ মাজত কোনো মিল নাই। ইত্যাদি কথা চিন্তা কৰি থাকোতে গীতা আহি যে কেতিয়া ওচৰৰ চকীখন অধিকাৰ কৰিছিলহি দিলীপে গমকে পোৱা নাছিল।

—আপুনি কেতিয়া শুবলৈ যায়? গীতাৰ মাতত দিলীপ কল্পনাৰ জগতৰ পৰা বাস্তৱৰ পৃথিৱীখনলৈ উভতি আহিল। উত্তৰ দিলে— মোৰ একো ঠিক নাই, কিতাপ পঢ়োতে কেতিয়াবা বহুতো ৰাতি হৈ যায়। তুমি একা?

গীতাই কি উত্তৰ দিব ভাবি নাপালে— কাৰণ গিৰিয়েকৰ উচ্ছৃংখল জীৱনে তাইৰ জীৱনত বিনিদ্ৰ ৰজনীৰ সংখ্যাহে দিনক দিনে বৃদ্ধি কৰিছিল। গীতা নিমাতে থকা দেখি দিলীপে অতি মৰমসনা মাতেৰে ক'লে— দিনটোত তোমাৰ যথেষ্ট কষ্ট আৰু দুশ্চিন্তা হৈছে। নিশ্চয় ভাগৰ লাগিছে। লাইটটো নুমাই দি নিশ্চিন্ত মনেৰে শুই থাকা গৈ। মনলৈ কোনো শংকা বা দুশ্চিন্তাৰ ভাব নানিবা— তুমি সম্পূৰ্ণ নিৰাপদ।

হায় দুৰদৃষ্ট। নিজৰ স্বামীয়ে কোনোদিন এই নিৰাপত্তাৰ আশ্বাস দিব নোৱাৰিলে। বেলকনিৰ বিজুলী চাকিৰ অনুজ্জ্বল পোহৰে গীতাৰ অশ্ৰুসিক্ত নয়নৰ ভাষা বুজিবলৈ দিলীপক কোনো সুবিধা নিদিলে। নিজকে সংযত কৰিবলৈ গীতাই সুধিলে—

—আপুনি নোশোৱে জানো?

মই খুব কম সময় শুলেই হয়— নিদ্ৰাহীন ৰজনীয়েই মোৰ লগৰীয়া। অভ্যাস হৈ গৈছে গীতা। দিলীপৰ কথা শুনি গীতা আচৰিত হ'ল— কিবা এক অশুভ ইংগিতে তাইক উদ্বিগ্ন কৰি

তুলিলে। দিলীপৰ বক্তব্য শুনি তাইৰ মনটো বেছি অস্থিৰ হৈ পৰিল। দিলীপে আকৌ ক'লে—

—মই ৰাতিটো ইয়াতে চকীখনত বহি কটাই দিব পাৰিম— একো চিন্তা নকৰিবা ; বিনাদ্বিধাই তুমি শোৱাগৈ।

গীতাই ঘোৰ আপত্তিৰ সুৰত ক'লে— সেইটো কেতিয়াও হব নোৱাৰে, মোক ইমানে স্বাৰ্থপৰ বুলি ভাবিছে নে? মই আপোনাৰ লগত একেটা কোঠালীত শুবলৈ অকণো বেয়া নাপাওঁ বুলি কৈ গীতা ওচৰ চাপি আহিল। অথচ একেজনী গীতাই গিৰিয়েক সিদ্ধাৰ্থ বৰুৱা শোৱনি কোঠালৈ দোভাগ ৰাতি— কেতিয়াবা শেষ ৰাতি— সোমাই আহিলে সন্ত্ৰস্ত হৈ পৰিছিল।

দিলীপৰ স্নেহ আৰু মমতাসিক্ত আশ্বাস পাই তাই কিবা এক আৱেগত পমি গৈছিল আৰু স্বয়ংক্ৰিয় যন্ত্ৰৰ দ্বাৰা চালিত হোৱাৰ দৰে আহি কাৰ্পেটখনৰ ওপৰত বহি লৈ দিলীপৰ আঁঠু দুটাৰ ওপৰত হাত দুখন ৰাখি তাৰ মাজত মূৰটো গুজি দি উচুপিবলৈ ধৰিলে— চকুপানী যেন শেষ হব নোখোজে— বহু শতাব্দীৰ বঞ্চনাৰ কাহিনী যেন আজি এই মুহূৰ্ততে উন্মেষিত হব।

দিলীপ ভীষণ অপ্ৰস্তুত হ'ল। হঠাৎ কি কৰিব বা ক'ব ভাবি নাপালে। গীতাৰ অবাৰিত চকুপানীয়ে তাৰ আঁঠু দুটা তিয়াই পেলালে। গীতাৰ সান্নিধ্য আৰু চকুপানীয়ে ধীৰ-স্থিৰ দিলীপৰ সমগ্ৰ সত্তাক এটা ভীষণ জোঁকাৰণি দিলে আৰু তাৰ নিজকে দোষী দোষী যেন লাগিল। অসহায়, বঞ্চিতা নাৰীৰ চকুপানী কিমান তীব্ৰ, শক্তিশালী হব পাৰে সি আগতে কোনোদিনেই অনুভৱ কৰা নাছিল— কাৰণ আৱশ্যক হোৱা নাছিল। গীতাৰ মূৰৰ ওপৰত সোঁহাতখন আলফুলকৈ ৰাখি সি ক'লে—

—কি হ'ল বাৰু? কিহত ইমান আঘাত পালা? মইতো তোমাক কোনো অসম্মান কৰা নাই।

দিলীপৰ শেষৰ কথাফাঁকি শুনি গীতা উচপ খাই উঠিল আৰু

আৱেগ-বিহ্বল হৈ দিলীপৰ হাত দুখন নিজৰ হাতত তুলি লৈ করুণ দৃষ্টিৰে দিলীপৰ পিনে মুৰ তুলি ক'লে—

—নহয়, নহয় ভুল নুবুজিব। জীৱনত ছবছৰৰ বিবাহিত জীৱনত মই কোনোদিনেই ইমান আশ্বাস, ইমান দুশ্চিন্তামুক্ত নির্ভৰশীলতা অনুভৱ কৰা নাই। বিগত ছবছৰৰ মোৰ জীৱনৰ কাহিনী হ'ল দাম্পত্য জীৱনৰ অশান্তিয়ে সঘনে সৃষ্টি কৰা বিনিদ্ৰ ৰজনীসমূহৰ কলংকিত কাহিনী। প্ৰথমতে, আপোনাক ইয়াৰ বাবে দাযী কৰিছিলো যদি আৱেগৰ উৰ্ধ্বত উঠি যুক্তিৰে বিবেচনা কৰি চোৱাৰ পিছত আপোনাক দোষ দিবলৈ কোনো কাৰণ বিচাৰি নাপাওঁ।

দিলীপ শিল পৰা চৰাইৰ দৰে নিথৰ হৈ গ'ল। নীৰৱ মুহূৰ্ত্ত কেইটামান পাৰ হৈ গ'ল। হঠাতে গীতাই সুধি পেলালে—

—আপুনি দীপালীৰ লগত নিশ্চয় খুব সুখী ?

তাচ্ছিল্যৰে ভৰা এটা ৰহস্যঘন মিচিকিয়া হাঁহি মাৰি দিলীপে ক'লে— সেইবোৰ বহুত কথা। সময় হ'লে কেতিযাবা কম ; এতিয়া বলা শুই থাকিবা, বহুত ৰাতি হ'ল। গীতাক কোঠালীটোলৈ আগুৱাই দিলে। গীতাক সাবটি লৈ তাইৰ ওঁঠটো তুলি ধৰি তাইক সান্ত্বনা দিয়াৰ দুৰ্বাৰ আকাঙ্ক্ষাটোক নিয়ন্ত্ৰণ কৰি সি নিজেও কোঠালীটোলৈ সোমাই আহিল আৰু দুৱাৰখন বন্ধ কৰি দি লাইটটো নুমাই দিলে। নিলাজ— বহুতো যুগৰ সাক্ষী— নক্ষত্ৰ কেইটামানে আকৌ এবাৰ চকু টিপিয়াই আত্মতৃপ্তিৰ হাঁহি এটা মাৰিলে

* * *

ৰাতিপুৱা বিমানখনত দুয়ো দুয়োৰো ওচৰতে বহিছিল যদিও দুয়োৰো মন ভাৱাক্ৰান্ত হৈ আছিল। অতৃপ্তি আৰু অপূৰ্ণ বাসনাই যেন দুয়োকো বেছি পিপাসাও কৰি তুলিছিল। কিন্তু শালীনতা-

বোধে আনি দিযা আত্মমৰ্যাদাৰ অহংকাৰে দুযোৰো মাজত এখন প্ৰাচীৰ থিয় কৰাই দিছিল। বৰঞ্চ আৱেগৰ বশবৰ্তী হৈ কান্দি সন্ধিয়া অসংযত হৈ পৰা বাবে গীতাৰ দৃষ্টিত এটা সলজ্জ ভাব মিহলি হৈ আছিল, তথাপিও তাত আছিল দৰ্পিতা নাৰীৰ স্বাতন্ত্ৰ্যাৰ প্ৰত্যয় আৰু দিলীপক এই কথাটোৱে বেছি অভিভূত কৰিছিল। পিছে গধুৰ অন্তৰ দুখনৰ পৰা বিশেষ কথা ওলাই নাহিল— অথচ গোটেই ৰাতিটো কথা পাতি কটাই দিবলৈ কথাৰ অভাৱ হোৱা নাছিল এতিযা দেখিলে নো কোনে বিশ্বাস কৰিব যে এইজনী গীতায়ে যোৱা ৰাতি অনৰ্গল কথা কৈ গৈছিল আৰু ধীৰ-গম্ভীৰ এইজন দিলীপ বৰুৱাই সমগ্ৰ ৰাতিটো কথা পাতিয়ে কটাই দিছিল ?

চিন্তাত দুয়ো ইমান মগ্ন যে আনকি পৰস্পৰৰ গন্তব্যস্থান সম্পৰ্কেও কোনো এজনেও একো আগ্ৰহ নেদেখুৱালে। মাথোন দিল্লীৰ বিমানকোঠত টেক্সীত উঠাৰ আগতে দিলীপে গীতাক ক'লে — মোৰ অভিশপ্ত জীৱনৰ ওপৰত নতুনকৈ আৰু অভিশাপ বৰ্ষণ নকৰিবা। উভতি গৈ গুৱাহাটীত নিশ্চয় লগ পাম আৰু তেতিয়া কথা হম। অলপ বৈ কৰুণা আৰু মমতা নিগৰি ওলাই আহিব খোজা গীতাৰ চকুযুৰিত চকু ৰাখি, আকৌ ক'লে—

—মাথোন মনত ৰাখিবা— জীৱনৰ যন্ত্ৰণা, জীয়াই থকাৰ যন্ত্ৰণা অকল তোমাৰেই নহয, আন বহুতৰে আছে।

সকলো দ্বিধা আৰু সংকোচ ত্যাগ কৰি দিলীপে গীতাক আশ্বাস দিলে— তথাপিও মোৰ সান্নিধ্যই তোমাক যদি শান্তি দিয়ে, মোৰ মাজত কোনো কৃপণালি নাপাবা। এয়া সম্পূৰ্ণ এক বেলেগ দিলীপ বৰুৱা— মৰহি যোৱা প্ৰতিটো সূক্ষ্ম অনুভূতি যেন আজি তাৰ মাজত সজীৱ হৈ উঠিছে।

গীতা নিৰুত্তৰ— যেন চেতনা হেৰাই গৈছে। হঠাতে এযা কি হ'ল ? ইমান দুৰ্যোগৰ পিছত ইও জানো সম্ভৱ ? বিদাযৰ

মুহূৰ্ত আহি পৰিল। হঠাতে সোঁহাতখনেৰে দিলীপৰ ভৰি দুখন চুই দিলীপক বিদায় দি গীতা নিজৰ টেক্সীখনৰ পিনে আগুৱাই গ'ল। দুটা নক্ষত্ৰ ধাবমান হ'ল নিজ নিজ কক্ষপথত।

* * *

দুদিন পিছৰ কথা। দিলীপ আহি দেৰাদুনমুখী ট্ৰেইনখনৰ সংৰক্ষিত কোঠাটোত সোমাযে দেখিলে দুজনীয়া কোঠাটোৰ আন গৰাকী যাত্ৰী হ'ল স্বযং গীতা। কি যে যোগাযোগ। কোনো অদৃশ্য শক্তিযে যেন পূৰ্বতেই এই সংযোগ নিৰ্ধাৰিত কৰি ৰাখিছে। দিলীপকেই যেন অপেক্ষা কৰি আছিল— অকণো আচৰিত নোহোৱাকৈ— এটা আত্মপ্ৰত্যয়ৰ ভাব গীতাৰ মুখমণ্ডলত ফুটি উঠিল আৰু অতি স্বাভাৱিকভাৱে আগবাঢ়ি আহি দিলীপৰ হাতৰ পৰা ব্ৰীফকেছটো নিজৰ হাতলৈ নি সুধিলে—

—এইবাৰ কোনপিনে ?

–দেৰাদুনলৈ যাম, ছোৱালীজনীক চাবলৈ। তাতেই মাকৰ জিম্মাত থাকি পঢ়িছে। তুমি পিছে ? দিলীপৰ কথা শুনি গীতা গম্ভীৰ হৈ পৰিল। মাকৰ জিম্মাত থকাৰ অৰ্থ কি বাৰু ? মুখলৈ নামি আহিল গভীৰ বিষাদৰ স্পষ্ট ছাপ থকা ক্লান্তিৰ ছায়া। দীলীপৰ বেদনাগধুৰ জীৱন কাহিনীৰ কথা চিন্তা কৰি সংখ্যাহীন বিনিদ্ৰ ৰজনীৰ ভাগৰবোৰ যেন তাইৰ মুখখনত থূপ খালেহি। ইতিমধ্যে দিলীপে গীতাৰ ওচৰৰ আসনখন গ্ৰহণ কৰিছিল আৰু যাত্ৰা আৰম্ভ কৰাৰ ঠিক আগমুহূৰ্তৰ ট্ৰেইনখনৰ দীঘলীয়া উকিটোৱে কোনোবা এক অজান, অবিৰত যাত্ৰাৰহে যেনিবা ইংগিত দিলে।

—নকলা দেখোন ক'লৈ যাবা ? দিলীপৰ প্ৰশ্নত গীতাই সম্বিত ফিৰাই পালে আৰু সুধিলে—-আপোনাৰ কথাৰ অৰ্থ বুজি নাপালো— মাকৰ জিম্মাত আছে মানে ?

দিলীপৰ মুখৰ ৰং পৰিবৰ্তন হ'ল। উদাস চকু দুটাই আকাশ-খনলৈ কিছু সময় চাই ৰ'ল। এক গভীৰ নিশ্বাস ত্যাগ কৰি অতি মৃদু স্বৰত ক'লে— আমাৰ বিবাহ-বিচ্ছেদ হোৱাৰ পিছত আদালতৰ আদেশ অনুযায়ী মিতালীক মাকৰ জিম্মাত ৰাখিব লগীয়া হৈছে। আমাৰ যুগ্ম-জীৱন এবছৰো সুখেৰে কটাবলৈ নাপালো। সময় পালেই ঢাপলি মেলো তাইক চাবলৈ— খুব মৰম লগাজনী হৈ উঠিছে তাই। দিলীপৰ কথা শুনি গীতা বাক্‌ৰহিত হ'ল। তাই মনে মনে থকা দেখি সি আকৌ ক'লে—

—তাই ডাঙৰ হৈ, শিক্ষিতা হৈ, সুখৰ সংসাৰ গঢ়ি তুলিব— সেই এটা সপোনেই আজি মোৰ জীৱনৰ চালিকাশক্তি। তোমাৰ প্ৰতি কৰা মোৰ অন্যায়ৰ প্ৰায়শ্চিত্ত মই প্ৰতিটো মুহূৰ্তত কৰিবলগীয়া হৈছে— মোক নতুনকৈ আৰু অভিশাপ নিদিবা!

দিলীপৰ মুখৰ কথা কাঢ়ি লৈ গীতাই ক'লে— আপুনি তেনেকৈ নক'ব — শপত দিছো। মোৰ মনত অপৰাধীৰ অনুভূতি এটাৰ সৃষ্টি নকৰিলেইবা।

—পিছে তুমি নকলা দেখোন কলৈ যাবা? তাৰ চকুলৈ স্থিৰ হৈ কিছু সময় চাই থাকি গীতাই নীৰৱতা ভংগ কৰিলে—

কিছুমান ব্যাখ্যাহীন সামঞ্জস্যই আপোনাৰ আৰু মোৰ জীৱনৰ বাট আগুৰি আছে। লম্পট, চৰিত্ৰহীন, নিৰ্দয়, মাতাল এজনলৈ মোক মোৰ সন্মতি নোলোৱাকৈয়ে বিয়া দিয়াৰ কাৰণ হয়তো আছিল দুটা: সিদ্ধাৰ্থ বৰুৱা কোটিপতি, ৬-৭ খন চাহ বাগানৰ উত্তৰাধিকাৰী আৰু আনটো কাৰণ হ'ল পিতৃ-মাতৃৰ দায়িত্বৰ পৰা যথাসময়ত অব্যাহতি লোৱা।

এইবাৰ দিলীপৰ আচৰিত আৰু ব্যথিত হোৱাৰ পালা। গীতাৰ কথা শুনি তাৰ মনটো কৰুণা আৰু সহানুভূতিৰে ভৰি গ'ল— কিন্তু তাইক সান্ত্বনা দিবলৈ ভাষা বিচাৰি নাপালে। গীতাই পুনৰ নীৰৱতা ভংগ কৰিলে—

—মা— দেউতাৰ এই তৎপৰতাৰ করুণ পৰিণতি হ'ল মোৰো বিবাহ-বিচ্ছেদ। প্ৰথমতে, বহুতো সহ্য কৰিছিলো ; কিন্তু শাৰীৰিক-ভাৱে নিৰ্যাতন কৰিবলৈ আৰম্ভ কৰাৰ পিছত এটা সময়ত অসহ্য হৈ পৰিলো আৰু আজি আটাইতকৈ ডাঙৰ শাস্তি ভোগ কৰিছো একমাত্ৰ পুত্ৰৰ সান্নিধ্যৰ পৰা বঞ্চিত হৈ। ঠিক আপোনাৰ ছোৱালীৰ দৰে শান্তনুও আদালতৰ নিৰ্দেশমতে বাপেকৰ জিম্মাতে আছে। পুতেকক ৰাখিবলৈ দেৰাদুনত ঘৰ এটা কিনি লৈছে। বেছিভাগ সময়ে বাপেকপুতেকৰ লগত থাকে— ফলত তাক মুকলিমূৰীয়াভাৱে লগ পোৱাৰ অবকাশো নাথাকে। গীতাৰ কণ্ঠ জড়িত হৈ পৰিল— কোনো বাধা নামানি ওলাই অহা চকুপানী দিলীপৰ পৰা গোপন কৰিবলৈ খিৰিকীখনেৰে বাহিৰলৈ দৃষ্টি ঘূৰালে। কেইটামান নীৰৱ মুহূৰ্ত পাৰ হৈ গ'ল — নিজক সংযত কৰি গীতাই ক'লে—

—স্কুল বন্ধ হ'লেই বা অন্য সময়তো সুবিধা হ'লেই ময়ো ঢাপলি মেলো শান্তনুক চাবলৈ। বুজিলেই নহয়, ময়ো দেৰাদুন-লৈকেই যাম। অতি করুণ, মিচিকীয়া হাঁহি এটা মাৰি এইবেলি গীতাই শান্তনুৰ দেউতাকৰ কথা ক'লে—

—ভদ্ৰলোকৰ বাহ্যিক ব্যৱহাৰত আপুনি একো ধৰিব নোৱাৰিব। আনকি শান্তনুক লগত লৈ ষ্টেচনলৈও আহিব আৰু ৰাতি আলহী হবলৈও অনুৰোধ কৰিব— কিন্তু উদ্দেশ্য মাথোন এটাই— নিশ্চয় বুজি পাইছে। সিদ্ধাৰ্থৰ বিচাৰত নাৰীৰ সৃষ্টি হৈছে একমাত্ৰ পুৰুষৰ কামনা চৰিতাৰ্থ কৰিবৰ বাবেই— সেই ক্ষেত্ৰত সংশ্লিষ্ট নাৰীগৰাকীৰ মত-অমতৰ প্ৰশ্ন নাই। একেলগে ইমানবোৰ কথা কৈ গীতা ভাগৰি পৰিছিল— উত্তেজিত হৈছিল। তললৈ চকু নমাই দিলীপৰ প্ৰতিক্ৰিয়াৰ প্ৰতি অপেক্ষা কৰিবলৈ ধৰিলে।

দিলীপে গীতাৰ কথা শুনি শুনি ভাবি আছিল জীৱন কিমান

বিচিত্ৰ আৰু আধুনিক পশ্চিমীয়া জীৱন পদ্ধতিয়ে জীৱন কিমান জটিল কৰি তুলিছে। গীতাৰ কথা শেষ হোৱাৰ লগে লগে সি আবেগ-মিশ্ৰিত সুৰত, এটা সংকোচ ভাব ৰাখি ক'লে—

—এয়া এক অদ্ভুত যোগাযোগ, সঁচাকৈয়ে কল্পনাতকৈ বাস্তৱ বেছি আশ্চৰ্যজনক। বিশেষকৈ সিদিনা পাটনাত একেলগে কটোৱা ৰাতিটোৰ পিছত আৰু মোৰ নিশ্চয় তোমাৰো— প্ৰত্যাৱৰ্তনৰ পথ বন্ধ। হয়তো ভগৱানে মোক মোৰ পাপৰ প্ৰায়শ্চিত্ত কৰিবলৈ এইদৰেই সুযোগ দিলে। অলপ বৈ গীতাৰ চকুত দৃষ্টি আবদ্ধ কৰি আকৌ ক'লে—

জীৱনৰ বাকী কেইটা দিন তোমাক সুখী কৰাটোৱে মোৰ একমাত্ৰ ধ্যান-ধাৰণা হব। তুমি নিশ্চয় আপত্তি নকৰিবা। মোৰ অতি প্ৰিয় লিখক বৰগোহাঞিদেৱৰ কথা এষাৰ আজি এই মুহূৰ্ত্তত বাৰে বাৰে মনত পৰিছে; "জীৱনক সুন্দৰ কৰিবলৈ কৰা সংগ্ৰামেই পৃথিৱীৰ আটাইতকৈ মহৎ কাম। কিন্তু সংগ্ৰাম অকলে নহয়। তাৰ বাবে লগ লাগে, পৰস্পৰৰ সহায় লাগে।

গীতাৰ কাণ-মূৰ গৰম হৈ গ'ল— অন্তৰাত্মা কঁপি উঠিল। কিবা এক লাজ আৰু সংকোচৰ তাড়নাত মূৰ তুলি চাব নোৱাৰা হ'ল। দিলীপৰ বুকুত মূৰটো গুজি দি বাস্তৱ পৃথিৱীখনৰ পৰা পলাই যোৱা ইচ্ছা এটা প্ৰৱল হৈ উঠিল। মাথোন মনতে সন্দেহ হ'ল— প্ৰতিটো পদক্ষেপতে দুৰ্ভাগ্যই লগ এৰা নিদিয়া তাইৰ জীৱনলৈ ইমান সুখৰদিন ইমান অভাৱনীয়ভাৱে নামি আহিব নে বাৰু?

দেৰাদুন পাবলৈ তেতিয়াও কেইঘণ্টামান বাকী আছিল। দিলীপে বহিৰ্জগতৰ অস্তিত্ব পাহৰি গীতাৰ সোঁহাতখন নিজৰ হাতত তুলি ললে— গীতাইও হাতখন মুকলি কৰাৰ কোনো প্ৰয়াস নকৰিলে। তাইৰ লিহিৰি লিহিৰি আঙুলিবোৰ লিৰিকি-বিদাৰি এটা সময়ত দিলীপে ক'লে—

—বুজিছা গীতা, পাৰম্পৰিক সহিষ্ণুতাৰ অভাৱে আধুনিক জীৱন অতি জটিল কৰি তুলিছে। বিবাহিত জীৱন এটা যৌথ প্ৰকল্প। দুজনৰ এজনে এই সত্যটো উপলব্ধি কৰিবলৈ অস্বীকাৰ কৰিলেই বিবাহিত জীৱনৰ ভেটিটো থৰক-বৰক হৈ পৰে। নাৰীক সম-মৰ্যাদা নিদিয়াৰ প্ৰশ্নই উঠিব নোৱাৰে; কিন্তু পুৰুষৰ চকুত নাৰী নাৰী হৈ থাকিব লাগিব। পত্নী আৰু মাক হিচাপে পালন কৰিব-লগীয়া দায়িত্ব পাহৰি গ'লে নাৰী পুৰুষৰ চকুত নাৰী হৈ নাথাকে। আত্মসমালোচনাৰ প্ৰতি থকা স্বাভাৱিক অনীহাই হ'ল অসহিষ্ণুতাৰ মূল কাৰণ। দোষে-গুণেইতো মানুহ। অকণমান বুজাপৰা, অলপ এৰাধৰাৰ মাজেৰে আমি দুয়ো এই সহিষ্ণুতা-খিনি আমাৰ নতুন জীৱনৰ ভেটি কৰি লবলৈ নোৱাৰিম জানো?

তাৰ কথাত গীতাৰ অন্তৰৰ সমগ্ৰ কৰুণা আৰু মমতাখিনি থুপ খাই চকুযুৰিৰ পৰা ধাৰাসাৰে চকুলো নামি অহাৰ উপক্ৰম হ'ল, চকুযুৰিয়ে বিশ্বাসঘাতকতা কৰাৰ আগেয়ে দিলীপৰ কোলাত মূৰটো গুজি দিলে— আৰম্ভ হ'ল এক অবিৰত যাত্ৰা, ফুলি উঠিল আৰু এপাহ ফুল।

গীতাৰ চুলিবিলাকৰ মাজত আঙুলিবোৰ বুলাই দি দিলীপে বাহ্যিক জগতখনক নেওচা দি উচ্চস্বৰে আৰম্ভ কৰিলে—

"পথ বেঁধে দিল বন্ধনহীন গ্ৰন্থি
আমৰা দুজন চলতি হাওয়াৰ পন্থী।
ৰঙিন নিমেষ ধুলাৰ দুলাল
পৰাণে ছড়ায় আবীৰ গুলাল
ওড়না ওড়ায় বৰ্ষাৰ মেঘ
দিগংগনাৰ নৃত্য
হঠাৎ আলোৰ ঝলকানি লেগে
ঝলমল কৰে চিত্ত।
………………………"

আকৌ এবাৰ গীতা ফুকনৰ জীৱনলৈ উভতি অহা যাওক। গীতা নিজেও আছিল আঢ্যৱন্ত পৰিয়ালৰ জীয়াৰী। তাইৰ দেউতাক অৰবিন্দ ফুকনে অতি সাধাৰণ অৱস্থাৰ পৰা নিজৰ অধ্যৱসায় আৰু কঠোৰ পৰিশ্ৰমৰ বলত এজন প্ৰখ্যাত ব্যৱসায়ী হিচাপে সমাজত স্বীকৃতি লাভ কৰিছিল। নীতি-নিয়ম মানি চলা অতি সাধু ব্যৱসায়ী বুলি অৰবিন্দ ফুকনৰ নাম আছিল। তথাপিও, হয়তোবা অতি সাধাৰণ অৱস্থাৰ পৰা আহি প্ৰতিষ্ঠা লাভ কৰিছিল বাবেই— ফুকনৰ মাজত সদায়ে তথাকথিত আভিজাত্যৰ প্ৰতি এটা প্ৰচণ্ড দুৰ্বলতা আছিল আৰু এই দুৰ্বলতাৰ চৰম পৰিণতি হৈছিল সিদ্ধাৰ্থ বৰুৱাৰ লগত গীতাৰ বিবাহ।

দিলীপলৈ আগবঢোৱা বিয়াৰ প্ৰস্তাৱ নাকচ হোৱাৰ পিছত গীতাৰ সম্মতি নোলোৱাকৈয়ে, বৰঞ্চ তাইৰ তীব্ৰ ওজৰ-আপত্তি উলাই কৰি অৰবিন্দ ফুকনে সিদ্ধাৰ্থৰ লগত গীতাক বিয়া দি স্বস্তিৰ নিশ্বাস পেলোৱাৰ লগতে নিজকে সমাজৰ আন এটা ওখ স্তৰলৈ উন্নীত কৰা বুলি ভাবি আত্মতৃপ্তি লাভ কৰিছিল। অৱশ্যে গীতাৰ অভিজ্ঞতা ভিন্নমুখী আছিল— যাৰ ফলশ্ৰুতি আছিল ওপৰত উল্লেখ কৰি অহা বিবাহ-বিচ্ছেদ।

আদালতে অধিকাৰ দিয়া সত্ত্বেও গীতাই সিদ্ধাৰ্থৰ পৰা কোনো প্ৰকাৰৰ আৰ্থিক সাহায্য গ্ৰহণ কৰিবলৈ স্বীকৃত নহ'ল ; অৱশ্যে তাইৰ আৰ্থিক স্বচ্ছলতাৰ অভাৱৰ বাবেই আদালতে শান্তনুৰ অভিভাৱকত্ব আৰু তাক উপযুক্ত শিক্ষাদানৰ দায়িত্ব বাপেকৰ ওপৰত অৰ্পণ কৰিছিল। গীতা পিছে ভাগি নপৰিল। দৃঢ় সংকল্প লৈছিল— স্বাধীনভাৱে আত্মসন্মান বজাই ৰাখি জীয়াই থকাৰ। অৱশ্যে উচ্চশিক্ষিতা হোৱা সত্ত্বেও চাকৰি কৰাৰ কথা চিন্তা কৰা নাছিল ; ইচ্ছা কৰিলেই কলেজৰ শিক্ষকৰ চাকৰি এটা অনায়াসে যোগাৰ কৰি ল'ব পাৰিলেহেঁতেন। আনহাতে, দেউতাকৰ মূৰৰ ওপৰতো চিৰকালৰ বাবে বোজা হৈ থাকিবলৈ সন্মত নহ'ল।

বেংকৰ পৰা ঋণ এটা লৈ ল'ৰা-ছোৱালীৰ সাজ-পোছাক চিলাই কৰাৰ প্ৰতিষ্ঠান এটা খুলি বহিল। দেউতাকেও খুব উৎসাহ দিলে। গীতাৰ নম্ৰ ব্যৱহাৰ আৰু সাধু আচৰণে খুব কম সময়ৰ ভিতৰতে অসংখ্য গ্ৰাহক-গ্ৰাহিকাক আকৰ্ষিত কৰিলে। আনকি ৬-৭ জন কৰ্মচাৰীৰে আৰম্ভ কৰা প্ৰতিষ্ঠানটোত এতিয়া ৬০-৭০ জন কৰ্মচাৰী আৰু অৰ্হতাসম্পন্ন মেনেজাৰ এজন নিয়োগ কৰিও বজাৰৰ চাহিদা পূৰণ কৰিব নোৱাৰা অৱস্থা এটা হ'ল। গীতাই বজাৰত প্ৰচলন কৰা ডিজাইনসমূহ খুব জনপ্ৰিয় হৈ উঠিল। তদুপৰি বিভিন্ন স্কুলবোৰৰ ইউনিফৰ্ম চিলাই দিয়াৰ চাহিদাতো আছিলেই। প্ৰাপ্তবয়স্কা তিৰোতা মানুহৰ বাবে বিভিন্ন ডিজাইনৰ পোছাক চিলাই দিবলৈও বহুতো কৰ্মাচ আহিবলৈ ধৰিলে। ধ্বংস হৈ যোৱা বিবাহিত জীৱনৰ সলনি এই ব্যৱসায়ী প্ৰতিষ্ঠান-টোকেই গীতাই সৰ্বাংগসুন্দৰ কৰি গঢ়ি তুলিলে। ফেক্টৰীৰ কৰ্মচাৰীসকলৰ লগত গঢ়ি উঠা আদৰ্শ সম্বন্ধই সংশ্লিষ্ট মাত্মীয় সূত্ৰ ওকোৰাই দিয়াৰ উপক্ৰম কৰিলে। গীতাৰ কামে আকৌ এবাৰ প্ৰমাণ কৰি দিলে যে নিৰ্কৰ্মাৰ সমস্যা সমাধান হ'লে নিবনুৱা সমস্যা সমাধানৰ পথো চমু হৈ আহে।

এইদৰে গীতাৰ নিঃসংগ জীৱনে এক নিৰ্দিষ্ট ছন্দত অনিৰ্দিষ্ট ভৱিষ্যতৰ পিনে গৈ আছিল, কিন্তু শান্তনুক লগ পাবলৈ কৰা শেহতীয়া দেৰাহুন ভ্ৰমণে ক'ৰবাত যেন উক্ত ছন্দৰ ব্যাকৰণ আজুৰি ধৰিলে আৰু অনিৰ্দিষ্ট ভৱিষ্যতৰ বুকুত কিবা এক নিশ্চয়তাই ভুমুকিয়াই গ'ল। মানুহৰ ওপৰত হেৰাই যোৱা বিশ্বাসে উভতি আহি দুৱাৰত অহৰহ টুকুৰিয়াবলৈ ধৰিলে। লাজ আৰু সংকোচত নিজৰ অজানিতেই গীতাৰ গাল-মুখ সঘনে ৰঙা পৰি উঠা হ'ল।

তথাপিও কিবা যেন এক অনিশ্চয়তা! এই অনিশ্চয়তাৰ হেঁচাত পৰি দেৰাহুনলৈ কৰা শেহতীয়া ভ্ৰমণ মাথোন এটা সপোন

আছিল আৰু ই মনৰ জগতখনত সৃষ্টি কৰা সম্ভাৱনাসমূহ সদায়ে অলীক কল্পনা হৈ ৰব বুলি নিজক যিমানে প্ৰবোধ দিবলৈ চেষ্টা কৰিলে তিমানেই দিলীপ উভতি আহিল নে নাই জনাৰ ইচ্ছাটো প্ৰবল হৈ উঠিবলৈ ধৰিলে ; কিন্তু বিশ্ব ব্ৰহ্মাণ্ডৰ সমগ্ৰ সংকোচবোধ থূপ খাই টেলিফোন এটা কৰি খবৰ ল'বলৈকো বাধা দিলে। মাথোন বাৰে বাৰে মনত প্ৰশ্ন হ'ল এয়া যদি সপোন হয়, তেনেহ'লে তাৰ আবেশ কেতিয়া ভংগ হ'ব আৰু যদি সত্য হয়, তেনেহ'লে কেতিয়া সাৰ্থক হ'ব ! অথচ দিলীপক আকৌ এবাৰ দেখা পাবলৈ— আকৌ এবাৰ লগ পাবলৈ মন-প্ৰাণ, সমগ্ৰ সত্তা উদ্বিগ্ন হৈ পৰিল। আগৰবোৰ আছিল অত্যাচাৰ জৰ্জৰিত বিনিদ্ৰ ৰজনী, আৰু এতিয়াৰবোৰ হ'ল মমতা আৰু প্ৰত্যাশাসিক্ত।

গীতাৰ এই সমস্যাৰ সমাধান অৱশ্যে দিলীপে নিজেই কৰিলে। সাত দিনমান পিছত নিজৰ ফেক্টৰীলৈ অহাৰ লগে লগে মেনেজাৰে খবৰ দিলে যে ব্যাৰিষ্টাৰ দিলীপ বৰুৱাই গীতাক লগ পাবলৈ আহিছিল— কি কাম আছিল নক'লে ; পিছত ফোন কৰিব বুলি কৈ গৈছে। গীতাৰ আৰক্ত মুখমণ্ডল মেনেজাৰৰ চকুত নপৰিল যদিও— তাইৰ বুকুৱে ধান বানিবলৈ ধৰিলে। আৰম্ভ হ'ল আন এক প্ৰতীক্ষাৰ— কেতিয়া আহিব দিলীপৰ ফোন ? গোটেই দিনটো ফেক্টৰীত কটোৱাৰ পিছতো বহু প্ৰত্যাশিত ফোনটো নাহিল যেতিয়া, গীতা ভগ্ন মনোৰথ হৈ গধূলি ঘৰ সোমালহি। অন্তৰত কি যে উদ্বিগ্নতা ! ঘৰত কাম কৰা 'বাই' জুজনীৰ চকুত ধৰা পৰি যাব বুলি কি যে শংকা ! গা ধুবলৈ বাথৰুমত সোমাই পাৰ্বতীপ্ৰসাদৰ গান এটা নিজৰ অজ্ঞাতসাৰেই গুণগুণাবলৈ ধৰিলে—

"ওৰে ৰাতি অন্ধকাৰত
আছিলে মোৰ দুৱাৰ বন্ধ

কোনে আহি দিলে মেলি
সোণৰ পোহৰ দিলে ঢালি
—কি আনন্দ, কি আনন্দ……"

তেতিয়া সাতমান বাজিছে; গা-পা ধুই উঠি হাতত চাহ-কাপ লৈ গীতা অন্যমনস্কভাবে টিভিটোৰ সমুখত বহিলছি। টিভি-ত কি চলি আছে গীতাই একো বুজি নাপালে; নিঃসংগ জীৱনৰ একমাত্র সংগী টিভিটোও আজি দুর্বোধ্য হৈ উঠিল। টেলিফোন-টোৱে গীতাৰ ধ্যান ভংগ কৰিলে। প্রায় দৌৰি যোৱাৰ দৰে গৈ টেলিফোনটো ফোপাই জোপাই তুলি লৈ ক'লে— মই গীতা ফুকনে কৈছো।

গীতাৰ ঘন উশাহ-নিশাহ টেলিফোনত স্পষ্ট হৈ পৰা বাবে সিপিনৰ পৰা দিলীপে সুধিলে— তোমাৰ গা অসুখ নেকি বাৰু?
—মই দিলীপে কৈছো— আজি তোমাক লগ পাবলৈ গৈ উভতি আহিলো।

ধৰা পৰি যোৱা বুলি ভাবি গীতা ৰঙা-চিঙা পৰিল— সমগ্র শৰীৰটো কঁপি উঠিল। অলপ থমকি বৈ ক'লে—

নাই, মোৰ গা ভালেই আছে; পিছে আপুনি উভতি গ'ল বাবেহে বেয়া লাগি আছে।

সঁচা নে? দিলীপে গীতাক জোকোৱাৰ সুৰত ক'লে—

—তেনেহ'লে এতিয়া এবাৰ লগ পাই বেয়া লগাটো ভাল লগা কৰিব পাৰি দেখোন? গীতাই তাৰ ভাষা শুনি খিলখিলাই হাঁহি দিলে যদিও কি উত্তৰ দিব ততালিকে ভাবি নাপালে। গীতা নিমাতে থকা দেখি দিলীপে অনুনয়ৰ সুৰত ক'লে—

গীতু— মই দহ মিনিটমানৰ ভিতৰতে 'আহি আছো; থকা' না, অলপ ফুৰি আহিমগৈ। মই হৰ্ণ দিলেই ওলাই আহিবা। বাজী? 'ওঁ'— বুলি সঁহাৰি দি গীতাই ফোনটো নমাই থ'লে।

গীতাক গাড়ীত তুলি লৈ দিলীপ কামাখ্যা পাহাৰৰ ভুবনেশ্বৰী

মন্দিৰৰ প্ৰাংগণ পালেগৈ। দুয়ো শিল এটাৰ ওপৰত বহিল— মুখত পিছে দুয়োৰে মাত নাই। নীৰৱতা যে ইমান বাংময় হ'ব পাৰে দিলীপে কোনোদিনেই ভবা নাছিল—গীতাৰ কল্পনাৰ অতীত আছিল! কোনে জানো কৈছিল—

—"If you donot understand my silence, you will never understand my eloquence."

দূৰৰ সৌ সমগ্ৰ গুৱাহাটী চহৰৰ অলেখ বিজুলী চাকি মাথোন এই নীৰৱ উপলব্ধিৰ নীৰৱ সাক্ষী হৈ ৰ'ল। লুইতৰ নিষ্ফল গৰ্জন অপ্ৰাসংগিক হৈ পৰিল। গীতাই ভাবিলে— কি অদ্ভুত তাইৰ নিজৰ মনটো। যাক লগ পাবলৈ তাইৰ সমগ্ৰ সত্তা অধৈৰ্য হৈ পৰিছিল— তেওঁক ইমান ওচৰত অকলে পোৱা সত্বেও মুখত কথা নোলাল। অন্তৰ পৰিপূৰ্ণ— কিন্তু কিবা এক অব্যক্ত আবেগ আৰু সংকোচবোধে ক'ব খোজা সকলো কথা হৰণ কৰিলে। দিলীপে অৱশ্যে তাৰ হাতৰ মাজত আবদ্ধ হৈ পৰা গীতাৰ আঙুলিবিলাকৰ ভাষা বুজাত অকণো ভুল নকৰিলে। মাথোন ক'লে—

গীতু— এই পোৱাৰ শেষ নাই। তথাপিও গীতা নিমাতে ৰ'ল। পৰিবেশটো বেছি সহজ কৰিবলৈ দিলীপে সুধিলে, উভতি আহি শান্তনুৰ খবৰ পাইছা নে? ভালে আছে নহয়?

'ওঁ'— ইয়াতকৈ আৰু চমু উত্তৰ হ'ব নোৱাৰে। তাৰ চিঠি পাইছা নে?

ওঁ।

আবেগবিহ্বল হৈ পৰা গীতাই ভদ্ৰতাৰ খাতিৰ ৰক্ষা কৰিবলৈও আনকি মিতালীৰ খবৰ এবাৰো সুধিব নোৱাৰিলে। চতুৰ দিলীপে তাইৰ বিহ্বল অৱস্থাটো বুজি পালে আৰু এক গভীৰ কৰুণা আৰু সহানুভূতিৰে তাৰ মনটো ভৰি উঠিল।

—বহুত ৰাতি হ'ল— ৰ'লা আজিলৈ উভতি যাওঁ। দিলীপৰ

কথাত মন্ত্ৰমুগ্ধৰ দৰে তাৰ নিৰ্দেশ মানি লৈ গীতাই আহি গাড়ীত বহিল। ক'ত আছে, কি কৰিছে, কি কৰিব, ক'লৈ যাব— ইত্যাদি কথাৰ প্ৰতি যেন তাইৰ প্ৰতিক্ৰিয়া শেষ হৈ গৈছে!

যি নহওক, নিতৌ গধূলি দুয়ো একেলগে ওলাই গৈ কেতিয়াবা কামাখ্যা পাহাৰৰ ওপৰত, কেতিয়াবা আকৌ লুইতৰ পাৰৰ কোনো নিৰ্জন ঠাইত বহি সন্ধিযাটো কটাই দিয়াটো এটা দৈনন্দিন অভ্যাসত পৰিণত হ'ল। প্ৰাৰম্ভিক বিহ্বল ভাবটো দূৰ হোৱাৰ পিছত গীতা আজিকালি বেছ সহজ হৈ পৰিছে। লাগ-বান্ধ নোহোৱা কথাৰ মাজেৰে যে সন্ধিয়াটো পাৰ হৈ কেতিয়া ৰাতি ৯-৩০ বাজি যায় দুয়ো গমকে নাপায। কথা আৰু কথা —অফুৰন্ত ভাণ্ডাৰ, কৈ কৈ শেষ নহয়। অৱশ্যে গুৱাহাটীৰ বিভিন্ন মহলত এই বিষয়ে বুবু-বাবা নোলোৱাকৈও নাথাকিল; কিন্তু বুবু-বাবা নকৰিলে যে বহুতৰে টোপনি নাহিব। তেৰাসবৰ টোপনি আহিবলৈ দিযাত দিলীপৰ কোনো আপত্তি নাছিল পিছে। অৰ্থাৎ দিলীপৰ সহজাত, অভ্ৰভেদী ব্যক্তিত্ব আৰু নিষ্কলুষ চৰিত্ৰৰ সমুখত চৰিত্ৰহননৰ এই প্ৰযাসবোৰ নিস্তেজ হৈ পৰিছিল। আৰু গীতাৰ প্ৰতিক্ৰিযা একা? এক কথাত ক'বলৈ গ'ল— নিৰ্বিকাৰ। তাইৰ নাৰীসুলভ অনুভূতি হ'ল যে তাই বিৰাট বট-গছ এজোপাৰ ছাঁত আজি নিৰাপদভাৱে আশ্ৰিতা— কোনো ধুমুহাই আজি আৰু এই বট বৃক্ষৰ আবেষ্টনী ভেদ কৰি তাইক স্পৰ্শ কৰিব নোৱাৰে! গতিকে বুবু-বাবাৰ প্ৰতি নিৰ্বিকাৰ নহ'ব কিয়?

আন এটা সন্ধিয়াৰ কথা: দুয়ো গৈ লুইতৰ পাৰত নিৰ্জন ঠাই এটুকুৰা অধিকাৰ কৰি বহিছিল। গীতাই লগত চাহৰ ফ্লাকচ্‌টো লৈ আহিছিল। দিলীপক চাহ বাকি দি গীতাই সুধিলে—

আজি তোমাক খুব গম্ভীৰ দেখিছো— কি চিন্তা কৰি আছা বাৰু?

দিনে দিনে গঢ়ি উঠা দুয়োৰে সম্বন্ধটোক আনুষ্ঠানিক স্বীকৃতি দিবলৈ দিলীপৰ দৰে আত্মসংযমী ব্যক্তিজনো অধৈৰ্য হৈ পৰিছিল। অলপ সময় মনে মনে থাকি গীতাৰ হাত এখন নিজৰ হাতত তুলি লৈ.সি ধীৰে ধীৰে ক'লে— বুজিছা গীতা, তাপ-গতি বিজ্ঞানৰ ( THERMODYNAMICS ) সূত্ৰই বোলে কয় যে সময়ৰ অগ্ৰগতিৰ লগে লগে সকলোবোৰ বস্তুৰেই অৱক্ষয ঘটে, শৃংখলবোৰ হয় বিশৃংখল। জীৱশ্ৰেষ্ঠ মানুহৰ মনৰ জগতখনতো একেই সূত্ৰ খাটে নেকি বাৰু? নহ'লেনো, গভীৰ প্ৰত্যয়েৰে হোমৰ মন্ত্ৰ উচ্চাৰণ কৰি আৰম্ভ কৰা বহু প্ৰত্যাশিত দাম্পত্য জীৱন সময়ৰ লগে লগে বেসুৰা হৈ যায় নে? ক্ৰমাৎ অচিনাকি হৈ যায় দুখন হৃদয়— কিয়? কিয হেৰাই যায় প্ৰাত্যহিকতাৰ বুকুত?

মন্ত্ৰমুগ্ধৰ দৰে গীতাই শুনি যায। অলপ বৈ দিলীপে গভীৰ প্ৰত্যয়েৰে আকৌ কয—

—আমি সমযৰ গতি ঘূৰাই লওঁ দিযা, আমি দুয়ো নিজে গৌৰৱণ কৰিম সেই 'ভৱিষ্যতক, যি প্ৰতিটো প্ৰাত্যহিক খুটি-নাটিৰ মাজেদি আমাক দুযোকো হোমৰ মন্ত্ৰ উচ্চাৰণ নকৰাকৈযে অভিন্নৰ পৰা অভিন্নতৰ কৰি লৈ গৈ থাকিব। মোৰ বিশ্বাস হৈছে আমি দুয়ো পাৰিম— কাৰণ তোমাৰ সৈতে একাত্ম হোৱাৰ বিমল আনন্দ আজি মোৰ অনুভূত হৈছে। তোমাৰ সান্নিধ্যতে শান্তিৰ বিৰল মৰুদ্যানখন মই বিচাৰি পাইছো। তদুপৰি মনত শান্তি নাথাকিলে ইমান কঠোৰ পৰিশ্ৰম কৰি আমি লাখ লাখ টকা উপাৰ্জন কৰাৰেই বা কি মানে হয়?

বিভোৰ হৈ গীতাই শুনি আছিল। তাইক আজি কোনেও আৰ্থিক নিৰাপত্তা দিব নালাগে— নিজেই লাখতকৈও বেছি টকা আয়কৰ দিয়ে; কিন্তু ইমান অভাৱনীয়ভাৱে আৱেগিক আৰু সামাজিক নিৰাপত্তা যে তাইৰ জীৱনলৈ নামি আহিব তাই

কল্পনাও কৰিব পৰা নাছিল। নাৰীৰ অন্তৰত যিমানবোৰ স্নেহ, মমতা, কৰুণা, কোমলতা আৰু স্নিগ্ধতা আছে সেই আটাইবোৰ লগ লাগি তাইৰ অন্তৰত স্তূপীকৃত হ'ল আৰু কদ্ধ কক্ষ উজাৰ কৰি দিলীপৰ বুকুখনত অৰ্পণ কৰিলে। আবেগকম্পিত মাত্তেৰে তাই ক'লে—

তুমি সুখী হোৱা, শান্তি পোৱা— এতিয়া সেইটোৱে মোৰ একমাত্ৰ কাম্য। আজি তাইৰ অন্তৰৰ সকলো গ্লানি, অনুশোচনা, জ্ঞাত-অজ্ঞাত বহুতৰে প্ৰতি থকা ক্ষোভ নিমিষতে নাইকিয়া হৈ গ'ল; আকাশখন কিমান বহল, বতাহ কিমান কোমল— আকৌ এবাৰ নতুনকৈ তাই উপলব্ধি কৰিলে। সিদ্ধাৰ্থৰ বিৰুদ্ধে আজি আৰু তাইৰ কোনো অভিযোগ নাথাকিল।

গীতাৰ মুখত প্ৰথমবাৰৰ বাবে 'তুমি' সম্বোধন শুনি দিলীপে এক অপূৰ্ব শিহৰণ অনুভৱ কৰিলে আৰু এটা নিশ্চিত ভৱিষ্যতৰ ইংগিতে মনত এক অপূৰ্ব সুখানুভূতিৰ সৃষ্টি কৰিলে।

দুদিন পিছতেই এক অনাড়ম্বৰ অনুষ্ঠানত গীতাৰ ফেক্টৰীৰ অফিচ কক্ষত দিলীপ আৰু গীতাৰ বিবাহ পঞ্জীয়ন হ'ল— সাক্ষী হ'ল নন্দা আৰু দেবব্ৰত। নিজৰ পিনৰ পৰা কোনো সাক্ষী দিয়াৰ আৱশ্যকতা গীতাই অনুভৱেই নকৰিলে। হোমৰ মন্ত্ৰই আনি দিব নোৱাৰা প্ৰত্যয়— পঞ্জীয়কৰ নথিভুক্ত হোৱা দস্তখত কেইটামানে পিছে নিশ্চিত কৰি তুলিলে।

আটাইতকৈ আনন্দিত আৰু সুখী হ'ল নন্দা আৰু গীতাৰ ফেক্টৰীৰ কৰ্মচাৰীসকল।

গীতা ফুকন গীতা বৰুৱা হোৱা দিনৰে পৰা যত্ন, মমতা আৰু অনাবিল ভাল পোৱাৰে দিলীপ বৰুৱাৰ জীৱনত এক নতুন দিগন্তৰ উন্মেষ কৰিছে। দীপালীৰ লগত বিবাহ-বিচ্ছেদ হোৱাৰ পিছত পুনৰবাৰ বিবাহ বন্ধনত সোমাই পৰিব বুলি দিলীপে

সপোনতো ভবা নাছিল; জীৱনৰ ওপৰত, নাৰী-জাতিটোৰ ওপৰত সমগ্ৰ আস্থা হেৰাই গৈছিল। ঠিক একেদৰে সিদ্ধাৰ্থ বৰুৱাৰ স্বৰূপটো ওলাই পৰাৰ পিছত আৰু বিবাহ-বিচ্ছেদ হোৱাৰ পিছত গীতাইও ভবা নাছিল যে তাইৰ জীৱনলৈ আন এজন পুৰুষ আহিব— দিলীপ বৰুৱাৰ দৰে সুপুৰুষতো দূৰৈৰ কথা। পুৰুষ জাতিটোৱে নিঃস্বাৰ্থভাৱে ভাল পাব নাজানে বুলিয়েই তাইৰ দৃঢ় বিশ্বাস জন্মিছিল আৰু জীৱনত কোনো দিনেই প্ৰকৃত ভাল পোৱাৰ সোৱাদ নাপাব বুলি নিশ্চয় হৈ নিজক গতানুগতিকতাৰ নিৰস মৰুভূমিৰ বুকুত তিলে তিলে হত্যা কৰিছিল। হেৰাই গৈছিল ষাঠিৰ দশকৰ বিখ্যাত গায়িকা আৰু উদীয়মান কবি গীতা ফুকন কালৰ অন্ধকাৰ গৰ্ভত। গীতাৰ বাবে জীৱনটো হৈ পৰিছিল ভালুকৰ সাভী আৰু আত্মহত্যা কৰিবলৈ সাহস গোটোৱাত ব্যৰ্থ হোৱা বাবে নিজকে অতি দুৰ্বলচিতীয়া বুলি পুতৌ কৰিবলৈ আৰম্ভ কৰিছিল। এতিয়া কথাটো মনত পৰিলেহে গাটো শিয়ঁৰি উঠে। তেতিয়া যদি আত্মহত্যা কৰিলেহেঁতেন তেনেহ'লে তাই দেখোন জীৱনত ভালপোৱা নো কি বস্তু কোনোদিনেই গম নাপালেহেঁতেন, দিলীপৰ বহল বুকুখন আহিনৰ কোমল পথাৰখনৰ ৰূপত কোনোদিনেই দৃশ্যমান নহ'ল-হেঁতেন। কাহানিও আকাশৰ দৰে এই বিশাল বুকুখনত মূৰটো গুজি দিয়াৰ সুযোগ আৰু বৰ্ণনাতীত সুখানুভূতিয়ে তাইৰ জীৱনলৈ জোঁৱাৰ নানিলেহেঁতেন। আজি তাই বাট চাই থাকে জোনাকলৈ। জোনাকত ধুনীয়া লনখনত বহি বহি দিলীপৰ সান্নিধ্যত কটাই দিয়ে সন্ধিয়াৰ পিছত সন্ধিয়া। তাইৰ জীৱন পূৰ্ণ হৈ উপচি পৰে— সাক্ষী হয় সমুখেৰে বৈ যোৱা মহাবাহু লুইত আৰু দূৰৈৰ এসানি পাহাৰ। সাক্ষী বৈ যায় অচিনাকি নক্ষত্ৰবোৰ। কেতিয়াবা কেতিয়াবা নিজৰ ওপৰতে গীতাৰ খুব খং উঠে: আত্মহত্যা কৰিলে দেখোন তাই কাহানিও গম

নাপালেহেঁতেন জীৱন কিমান সুন্দৰ, আকাশখন কিমান বহল, জোনাক কিমান স্নিগ্ধ— মলয়া কিমান কোমল। দিলীপৰ প্ৰেমে অপমৃত্যু হোৱা কবি আৰু গায়িকা গীতাক সত্তৰৰ দশকৰ আগশাৰীৰ কবি আৰু দৰদী গায়িকাৰ বেশত পুনৰ্জীৱিত কৰি তুলিছে।

আৰু দিলীপ বৰুৱাৰ কাহিনী একা? দিলীপৰ কোলাত মূৰটো থৈ গীতাই নিজৰ অতীতৰ আৰু বৰ্তমানৰ উপলব্ধি যেতিয়া অনৰ্গল কৈ যায়, দিলীপৰো তেতিয়া মনত পৰে তাৰ নিজৰ লগত হোৱা সংঘাতবোৰৰ কথা; মনত পৰে দীপালীৰ স্বাৰ্থপৰতা আৰু অবাধ্যতাৰ কথা। বিবাহিত জীৱনত পাৰস্পাৰিক আনুগত্য আৰু সহিষ্ণুতা যে কিমান অপৰিহাৰ্য সেই কথা দুনাই উপলব্ধি কৰি গীতাৰ হাত দুখন টানি বুকুত সাবটি লয়। গীতাই কৃত্ৰিম খং কৰি দেখুৱাই হাত দুখন মুকলি কৰি লৈ কয়— তুমি বৰ নিলাজহে। দ্ৰাইভাৰ, মালী-প্ৰবীণহঁতে সোৱা গেৰেজটোত বহি তাছ খেলি আছে— সিঁহতে হঠাতে দেখিলে মই এতিয়াহে 'চুইচাইদ' কৰিব লাগিব। তোমাৰ কাণ্ডজ্ঞান নাইদেই।

এৰা, মোৰ সকলো কাণ্ডজ্ঞান তোমাৰ দুগালৰ দুটা টোলত নিমজ্জিত হৈ গৈছে। গীতাই ইমান জোৰেৰে চিকুট মাৰি দিয়ে যে দিলীপে 'মৰিলো ঔ' বুলি জঁপ মাৰি চকীৰ পৰা কেইহাতমান দূৰলৈ গুচি যায়। খিলখিলাই গীতাই বাগৰি বাগৰি হাঁহে। সংযত হৈ, দিলীপক চকীখনত আকৌ বহুৱাই দি তাৰ ওচৰ চাপি আহি তাই এইবাৰ সোধে—

ইমান অযত্ন, ইমান বিশ্বাসঘাতকতা আৰু অবাধ্যতাৰ প্ৰতি তোমাৰ কি প্ৰতিক্ৰিয়া হৈছিল? তুমিও বাৰু আত্মহত্যাৰ কথা চিন্তা কৰিছিলা নেকি?

দিলীপৰ সমগ্ৰ শৰীৰটো কঁপি উঠিল। অতি নিঃসহায়

শিশুটোৱে মাকক সাবটি ধৰাৰ দৰে গীতাৰ হাত দুখন নিজৰ হাত দুখনৰ মাজত চেপি ধৰিলে। বহু সময় নীৰৱে থাকি লাহে লাহে ক'লে—

—সেই ভয়াবহ অভিশপ্ত দিনটোৰ কথা মনত পৰিলে আজিও মোৰ গাৰ নোম ডাল ডাল হয়; নিজক কি স্বৰ্গ সুখৰ পৰা বঞ্চিত কৰিবলৈ ওলাইছিলো ভাবিলে মোৰ আত্মবিশ্বাস আজিও সংকুচিত হৈ পৰে। দিলীপ নীৰৱ হৈ পৰা দেখি গীতাই তাৰ আঙুলিবোৰ লিৰিকি বিদাৰি অনুশোচনাৰ সুৰত ক'লে—সোণটো মোৰ, তোমাক দুখ দিয়া উদ্দেশ্য মোৰ নাছিল। আচলতে মোৰ কৌতূহল দমন নহ'ল। মোৰ বিনিদ্ৰ ৰজনীবোৰৰ ইতিহাস, মোৰ সীমাহীন দুঃশ্চিন্তাৰ হিচাপ আৰু শাৰীৰিক নিৰ্যাতনৰ কাহিনী তোমাৰ আগত উদঙাই দিছো। মাজে মাজে তোমাৰ বঞ্চনাৰ কাহিনী শুনিবলৈও ইচ্ছা হয়। গীতাৰ মুখৰ কথা কাটি লৈ দিলীপে ক'লে—

নহয়, নহয়—গীতু, মোক ভুল নুবুজিবা। তোমাৰ পৰা মোৰ কি গোপনীয় থাকিব পাৰে? যি গৰাকী ব্যক্তিয়ে মোৰ জীৱনলৈ নাৰীত্বৰ পৰশ বোলাই আনিছে, যি গৰাকী ব্যক্তিয়ে মোৰ পৌৰুষৰ সুপ্ত অহংকাৰৰ বিগ্ৰহ পুনৰ স্থাপন কৰিছে, সেইগৰাকী ব্যক্তিৰ ওচৰত মোৰ একো গোপনীয় বা অদেয় নাই। দিলীপে দূৰ দিগন্তলৈ দৃষ্টি নিক্ষেপ কৰিলে; বেছ কিছু সময় নীৰৱে থাকি গীতাৰ হাত এখন নিজৰ হাত দুখনৰ মাজত লৈ অতি মৃদু স্বৰত ক'বলৈ ধৰিলে—

—তুমি চিন্তাহে কৰিছিলা, মই আত্মহত্যা কৰিবলৈ সিদ্ধান্ত লৈ পেলাইছিলো আৰু সকলো প্ৰস্তুতি সম্পূৰ্ণ কৰি ৰাইফলটো দুখন ভৰিৰ মাজত লৈ বেৰেলটো থুঁতৰিৰ তলত লগাই লৈছিলো। বহি আছিলো টেলিফোনটোৰ ওচৰত থকা চকীখনত। ক'বলৈ গ'লে এটা মুহূৰ্তৰ ইপিন সিপিন। হঠাতে বাজি উঠা

টেলিফোনটোৰ কথা মনত পৰিলে আজিও মোৰ ভাব হয় যে মানুহৰ ঘটনাবহুল জীৱনৰ আটাইবোৰ কথা কোনো এক অদৃশ্য শক্তিয়ে এটা চুপাৰ কম্পিউটাৰৰ জৰিয়তে নিয়ন্ত্রণ কৰি আছে। ৰাইফলৰ ঘোঁৰাটো সোঁভৰিৰ বুঢ়া আঙুলিটোৰে টিপি দিয়াৰ ঠিক আগ মুহূর্তত বাজি উঠিছিল টেলিফোনটো। মানুহ অভ্যাসৰ দাস। স্বতঃস্ফূর্তভাৱে কি কৰিবলৈ ওলাইছিলো পাহৰি গৈ টেলিফোনটো হাতত তুলি লৈ কাণত লগালো— ভাহি আহিল মোৰ অতি মৰমৰ ৬ বছৰীয়া ভতিজা ছোৱালী নীপাৰ কণ্ঠস্বৰ :

ৰৰদেউতা, কাইলৈ দেওবাৰ, আমাক কাইলৈ কিন্তু আকৌ দীপৰ বিললৈ লৈ যাব লাগিব, হঁা? এইবাৰ কেমেৰা আৰু বাইনোকুলাৰো লৈ যাম হঁা? ইমান যে ধুনীয়া ঠাইখিনি, ৰৰদেউতা।

মই স্তম্ভিত হৈ বাক্‌ৰহিত হৈ পৰিলো।

ৰৰদেউতা, ৰৰদেউতা— নামাতা কিয়? নিবা নে নিনিয়া— কোৱা না, ৰৰদেউতা? একো নভবাকৈয়ে কৈ পেলালো—

.নিম মা— নিশ্চয় নিম।

কেনৰ বতাহত খিৰিকীৰ পর্দাবোৰ ফাঁক হৈ পৰিছিল। তাৰ মাজেৰেই হঠাতে দেখিলো নতুনকৈ কৰা লতা এজাল ভৰা বছা দি জকমকাই ফুলি উঠিছে, ৰঙৰ কি যে অপূর্ব সমাবেশ! স্রষ্টাই ৰঙৰ এই সমাবেশ কাৰ বাবে সৃষ্টি কৰিছে ভাবি থাকোতে ৰাইফলটোত ধৰি থকা হাতৰ বান্ধোন শিথিল হৈ আহিল। নিজকে সুধিলো—

মোৰ জীৱনটো অকল মোৰ বাবেই জানো? মোৰ জীৱনৰ ওপৰত নীপা, ৰিংকু, ৰিমাইঁতৰ অধিকাৰ কিমান দূৰলৈ শিপাইছে বাৰু?

ইপিনে আকৌ নীপাৰ চিঞৰ, ৰৰদেউতা, ৰৰদেউতা— কোৱা না কাইলৈ নিবা নে নিনিয়া?

ইতিমধ্যে মোৰ অতি মৰমৰ কুকুৰ 'লেচি'জনীয়ে আহি মোৰ ভৰি দুখনত মুখটো ৰাখি নেজডাল জোকাৰি জোকাৰি মোৰ চকুত দৃষ্টি আবদ্ধ কৰি ৰাখিছে— যেনিবা মোৰ পলায়নৰ প্ৰস্তুতিৰ বিৰুদ্ধে এক জাগ্ৰত প্ৰহৰীহে !

—বৰদেউতা, বিংকুও আহিছে— তোমাৰ লগত কথা পাতিব। বিংকুও মোৰ ভতিজা ল'ৰা ; আন এজন সহোদৰ পুলকৰ বৰপুত্ৰ, বয়স মাত্ৰ ৭ বছৰ। খুব মৰম লগা হৈ উঠিছে আৰু তাৰ বাপেক পুলকৰ দৰেই ধীৰ-স্থিৰ। সি দুষ্টইও তাক মই খুব মৰম কৰো বুলি পুৰা গম পায়। তাৰ দাবী আৰু এখোপ চৰা : কাইলৈ তাক দীপৰত অকণমান লুকীয়া ঠাই উলিয়াই দিবই লাগিব— লগতে লাগিব এখন চকী আৰু এখন মেজ ; সি হেনো আঁকিব। গুৱাহাটীক পশ্চাৎপটত ৰাখি সি বোলে দীপৰৰ ছবি আঁকিব। ইত্যাদি কথা-বতৰা চলি থকা অৱস্থাতে বিংকুৱে ক'লে—

—বৰদেউতা, বিমাই আপোনাৰ লগত কথা পাতিবলৈ অস্থিৰ হৈছে। তাইক ফোনটো দিছোদেই।

—দিয়া, বিমাক দিয়া।

বিংকুৰ চাৰি বছৰীয়া ভনীয়েক বিমাৰ থুনুক-থানাক মাতটো ভাহি আহিল—

তুমি মোৰ জন্মদিনত দিয়া পুতলাটোৰ হাত এখন বিংকু দাদাই ভাঙি পেলালে— এতিয়া কি হ'ব, বৰদেউতা ? পুতলা-টোৱে খুব দুখ পাইছে নহয়, বৰদেউতা ? বিমাই ফেঁকুৰি ফেঁকুৰি কান্দি পেলালে। সান্ত্বনা দিবলৈ ক'লো—

—একো নহয় মা, আজিয়েই আৰু এটা কিনি দিম। বিংকুৰো কাণ চেপি দিম বাৰু। বিমা আশ্বস্ত হ'ল।

সেই মুহূৰ্তত মোৰ চকুৰ আগত ভাহি উঠিছিল— কেউটা ভাই-ভনীৰ অশ্ৰুসিক্ত চকুবোৰ। সমগ্ৰ জীৱন ব্যাপী মোক অস্থিৰ

কৰি তোলা এক অব্যক্ত নিঃসংগতা, চৰম বঞ্চনাৰ অভিশাপ উঠি অহা তেজাল ব'দত কুঁৱলীবোৰ উৰলি যোৱাৰ দৰে হঠাতে উৰলি গ'ল। ৰাইফলটো মোৰ হাতৰ পৰা সৰি পৰিছিল। বুজিছাই নহয়, গীতু, দায়বদ্ধ হৈ পৰিলো— সিহঁতক দীপৰলৈ লৈ যাবলৈ আৰু ৰিমাক নতুন পুতলা এটা কিনি দিবলৈ। নিশ্চিন্তভাৱে প্ৰতীয়মান হ'ল যে মই অকল মোৰ বাবেই জীয়াই থকা নাই আৰু কাৰো অনুগ্ৰহপ্ৰাৰ্থী হৈও জীয়াই থকা নাই। হঠাতে এটা অনিয়ম কৰি মই আন বস্তুতকে, মোৰ আপোনজনক লজ্জিত আৰু সমাজৰ চকুত হেয় কৰিবলৈ মোৰ কোনো অধিকাৰ নাই।

দিলীপ নিজৰ কথাতে তন্ময় হৈ আছিল। হঠাৎ দেখিলে গীতাই উচুপি উচুপি কান্দি আছে। তাৰ বাবেও পৃথিৱীত ইমানবোৰ চকুপানী আছে নে? দিলীপে গীতাক সাবটি ধৰিলে।

* *

দিলীপৰ লগত বিবাহ-বিচ্ছেদ হোৱাৰ পিছতো দীপালীৰ দেউতাক দয়াল শৰ্মা খুব বেছি চিন্তিত হোৱা নাছিল— কাৰণ দিলীপৰ অবিহনে তাৰ অজস্ৰ সম্পত্তিৰ মালিক দীপালী আৰু মিতালীয়ে হ'ব বুলি শৰ্মা নিশ্চিত আছিল। দিলীপ দ্বিতীয়বাৰ বিবাহপাশত আবদ্ধ হোৱাৰ পিছতহে শৰ্মাৰ চকুত টোপনি নোহোৱা হ'ল। দয়াল শৰ্মা নিজেও অগাধ সম্পত্তিৰ মালিক। তথাপিও দিলীপৰ সম্পত্তিৰ ওপৰত শৰ্মাৰ লোলুপ দৃষ্টি আছিল।

কেইবাখনো চিঠি-পত্ৰ লিখিও দিলীপৰ পৰা উৎসাহজনক সঁহাৰি নাপাই শৰ্মাই অৱশেষত আদালতৰ আশ্ৰয় লোৱাকে ঠিক কৰিলে আৰু উকিলৰ লগত পৰামৰ্শ কৰি দীপালী আৰু মিতালীৰ বাবে দিলীপৰ স্থাবৰ অস্থাৱৰ সকলো সম্পত্তিৰ ৫০ শতাংশ দাবী কৰি আদালতৰ ওচৰত যথাযথ আদেশৰ বাবে আবেদন

দাখিল কৰিলে। দিলীপে উকিলৰ জাননী পাই মাথোন তাচ্ছিল্যৰ হাঁহি এটা মাৰিলে। গীতাকো আনকি এই বিষয়ে একো নক'লে।

অৱশ্যে দয়াল শৰ্মাই তৎপৰ হৈ উঠাৰ বহু আগৰে পৰা— ক'বলৈ গ'লে দিলীপক স্বামী হিচাপে গ্ৰহণ কৰাৰ পিছ মুহূৰ্তৰ পৰায়ে গীতাই দিলীপক বাৰে বাৰে অনুৰোধ কৰি আহিছে যাতে দিলীপে আগধৰিয়ে দীপালী আৰু মিতালীৰ ভৱিষ্যতৰ বাবে সকলো ধৰণৰ ব্যৱস্থা কৰে। প্ৰায়ে দিলীপক কয়—

আমি দুজন মানুহ মাত্ৰ— আমাৰ নো প্ৰয়োজন কিমান? প্ৰতিগৰাকী নাৰীয়েই নিজৰ প্ৰেমাস্পদৰ সন্তানৰ মাক হোৱাৰ হাবিয়াস থাকে। মোৰো নাই বুলি ক'লে মিছা কোৱা হ'ব; কিন্তু আকৌ মাক হৈ তোমাক মই কোনোমতেই অকলশৰীয়া হ'বলৈ এৰি দিব নোৱাৰো— মোৰ জীৱনৰ বাকীখিনি সময় অকল তোমাক লৈয়েই ব্যস্ত থাকিবলৈ বিচাৰো।

গীতাৰ কথাত দিলীপ অবাক হৈ যায়। মনতে ভাবে, গীতাক সৃষ্টি কৰা একেজন ভগৱানেই বাৰু দীপালীকো সৃষ্টি কৰা নাছিল জানো? দীপালীও কন্যা-ভগিনী-পত্নী আৰু মাতৃ জাতিৰ প্ৰতিনিধি আৰু গীতাও— অথচ কিমান প্ৰভেদ! এজনীয়ে জীৱনক সুন্দৰ কৰিবলৈ, নিজৰ প্ৰেমক উচ্চৰ পৰা উচ্চতৰ স্তৰলৈ লৈ যাবলৈ কিমান ত্যাগ কৰিবলৈ প্ৰস্তুত! আৰু আনজনী? আন-জনীয়ে যেনিবা জীৱনক কদৰ্যতম ৰূপ দিবলৈহে যুগ যুগ ধৰি তপস্যা কৰি আহিছে! অবাক হৈ দিলীপে গীতাক সোধে—

—অৰ্থাৎ তুমি কি ক'ব খুজিছা? আমাৰ যুগ্ম জীৱনৰ স্বাক্ষৰ বহন কৰাৰ পৰা পৃথিৱীক কিয় বঞ্চিত কৰিবা?

—নহয় সোণ, সেইটো নহয়। আমি দুয়ো দুয়োকো ভাল পোৱাৰ পিছত, আমাৰ ভাল পোৱাক সামাজিক প্ৰতিষ্ঠা আৰু স্বীকৃতি দিবলৈহে আমি দুয়ো দ্বিতীয়বাৰ বিবাহপাশত আবদ্ধ

হৈছো— ময়ো মাতৃত্বৰ আশাত হোৱা নাই আৰু তুমিও পিতৃত্বৰ। আনহাতে তুমিও পিতৃ আৰু ময়ো মাতৃ। তুমিয়েই দেখোন এদিন তাপ-গতি বিজ্ঞানৰ সূত্ৰৰ বিৰুদ্ধে বিদ্ৰোহ ঘোষণা কৰিছিলা?

গীতাৰ জিভাত যেন আজি সৰস্বতী লম্ভিছে। আকৌ ক'লে—

—তোমাৰ আৰু মোৰ মাজত মই কোনো তৃতীয় ব্যক্তি নিবিচাৰো— তাৰ বাবে মোৰ মানসিক প্ৰস্তুতি নাই, তেহেলৈ লাগে নিজৰ সন্তানেই নহওক কিয়! মোৰ জীৱনৰ বাকী কেইটা দিন একমাত্ৰ তোমাক সুখী কৰি ৰখাটোৱে মোৰ ব্ৰত— ইযাত বাদে মোৰ আন কোনো আকাংক্ষা নাই। সংসাৰলৈ নতুন আলহী আহিলে— সি বা তাই ডাঙৰ নোহোৱালৈ মই তোমাৰ প্ৰতি সম্পূৰ্ণ মনোযোগ দিযাটো সম্ভৱ নহ'ব, মিতালীকেই মোৰো সন্তান বুলি ধৰি লৈছো। অৱশ্যে তুমি আৰু মই দুয়ো যদি নিঃসন্তান হ'লোহেঁতেন কথাটো নিশ্চয় অলপ বেলেগ হ'লহেঁতেন।

সন্ধিযাৰ দিগন্তৰ আলযমুখী আকাশলৈ চাই চাই গীতাৰ কথা শুনি দিলীপে ভাবে— এযা কোনোবা নাৰী নে দেৱী? প্ৰেম ইমান গভীৰ হ'ব পাৰে নে যে নাৰীয়ে মাতৃত্বৰ হেঁপাহো হেলাৰঙে ত্যাগ কৰিবলৈ প্ৰস্তুত হ'ব পাৰে? নাৰী আৰু পুৰুষৰ সম্বন্ধ স্ৰষ্টাৰ আঁচনি মতে যেন কিমান গভীৰ, কিমান বৈচিত্ৰ্যময়! তথাপিও তাৰ হৃদয়ৰ কোনো গভীৰ প্ৰদেশত লুকাই থকা প্ৰত্যাশাৰ মৃত্যু নহয ; সেযা অৱশ্যে বহু পিছৰ কাহিনী—বৰ্তমানলৈ উভতি অহা যাওক।

তাক নীৰৱে থকা দেখি গীতাৰ সন্দেহ হয়— জানোচা দিলীপে দুখ পাইছে। পৰিবেশটো পাতল কৰি দিবলৈ হাঁহি হাঁহি সোধে—

—কি ভাবিছা বাৰু? মোৰ মাতৃত্বৰ ক্ষমতা হেৰাই গৈছে বুলি ভাবিছা নেকি? শান্তনুৰ সান্নিধ্যৰ পৰা বঞ্চিত হৈ মই বৰঞ্চ

পুত্ৰৰ মাক হ'বলৈ উদ্‌গ্ৰীবহে হ'ব লাগিছিল। তুমি জানাই সিদ্ধাৰ্থৰ সন্তান মই জন্ম দিছো। নিশ্চয় অনুভৱ কৰিব পাৰিবা যে শান্তনুৰ থুনুক-থানাক মাতে তাৰ শিশুসুলভ অত্যাচাৰে— মোৰ জীৱনলৈ মাতৃত্বৰ আনন্দৰ জোৱাৰ নমাই অনাৰ সম্ভাৱনা-খিনিও সিদ্ধাৰ্থৰ ব্যভিচাৰৰ বাবে অকালতে মৰহি গ'ল। তথাপিও— তথাপিও সোণ, অনাগতজনৰ বাবে, অনিশ্চিত ভৱিষ্যতৰ বাবে আজি আৰু মই মোৰ নিশ্চিত বৰ্তমান ত্যাগ কৰিবলৈ, বিগত ছবছৰৰ অকথনীয় যাতনা ভোগ কৰাৰ পিছত মোৰ প্ৰেমৰ অংশীদাৰ সৃষ্টি কৰিবলৈ অকণো প্ৰস্তুত নহয়। এই ক্ষেত্ৰত অন্ততঃ মই খুব স্বাৰ্থপৰ। সঁচা কৈছো— মাজে সময়ে মোৰ দীপালীলৈ দুখ লাগে, বুজিযেই নাপালে কি যে হেৰুৱালো।

ৰাতিৰ ভাত সাজ খাই উঠি বিছনাত পৰাৰ লগে লগে দিলীপৰ বুকুখন পিহি দি পৰিবেশটো সহজ কৰি তুলিবলৈ গীতা ওচৰ চাপি আহিল আৰু গভীৰ অনুনয়ৰ সুৰত ক'লে— সোণটো, মোক খুব খং কৰিছা নহয়? মোৰ বক্তব্যখিনি বুজিবলৈ চেষ্টা কৰাচোন।

দিলীপে গীতাৰ হাতখন বুকুৰ মাজত চেপি ধৰিলে। তাৰ নীৰৱতাই গীতাক বেছিহে সৰৱ কৰি তুলিলে—

—মোৰ একাকিত্বৰ মহা শূন্যৰ পৰা মোক উদ্ধাৰ কৰি, মোৰ জীৱনৰ অপূৰ্ণতাৰ বেদনা মচি দি তুমি মোক ধন্য কৰিছা। জীৱনত সন্তুষ্ট হব পৰা বা নোৱাৰাটো নিৰ্ভৰ কৰে আমি জীৱনৰ ওপৰত কৰা দাবীৰ পৰিমাণৰ ওপৰত। মই উক্ত দাবীৰ পৰিমাণ সীমিত ৰাখিবলৈ চেষ্টা কৰিছো।

দিলীপে গীতাক বুকুৰ মাজলৈ টানি আনিলে, আকৌ এবাৰ নিবিড়ভাৱে গীতাক নিজৰ মাজত উপলব্ধি কৰিবলৈ চেষ্টা কৰিলে। এই মহীয়সী নাৰীৰ সংগই তাৰ অপূৰ্ণ জীৱনলৈ লৈ আহিছে সুন্দৰৰ অফুৰন্ত প্ৰকাশ— দূৰক ওচৰ কৰাৰ, পৰক আপোন কৰাৰ

নিশ্চিত প্ৰতিশ্ৰুতি। দীঘলীয়া নীৰৱতাৰ পিছত, আৱেগবিহ্বল সুৰেৰে সি ক'লে—

—গীতু, তুমি সঁচাকৈয়ে সুন্দৰ— ভিতৰে, বাহিৰে। দৈহিক সৌন্দৰ্য নিশ্চয় জীৱনক সুন্দৰ কৰাৰ আন এটা উপাদান; কিন্তু জীয়াই থকাৰ অহৰহ সংগ্ৰাম সুন্দৰ কৰি তোলে শুৱনি আত্মাইহে আৰু তুমি আমাৰ জীৱনত তাকেই কৰিলা। আজি মই খুব ভালদৰে অনুভৱ কৰিছো যে দৈহিক সুখ-সম্ভোগ বাদ দিও আত্মাক শুৱনি কৰি তুলিবলৈ জীৱনে বহুতো সমল দিয়ে। মোৰ প্ৰিয় কবি নজৰুলে কৈছিল— "সুন্দৰক স্বীকাৰ কৰিব লাগে যি সুন্দৰ তাৰ মাধ্যমেৰে। কবিয়ে দান নিবিচাৰে— বিচাৰে অঞ্জলি..........।" আৰু ইমান দিনে ইয়াৰ অভাৱেই মোৰ জীৱনটোক টানি নিছিল চৰম দুৰ্যোগৰ মাজলৈ— মোৰ অন্তৰাত্মাই হাহাকাৰ কৰি উঠিছিল। তুমি মোক এই দুৰ্যোগৰ পৰা উদ্ধাৰ কৰিলা— মোৰ বাবে আজি সেইটোহে ডাঙৰ কথা। গতিকে এই জীৱন, এই সংসাৰ তোমাৰ, তুমি যিভাবে এই সংসাৰখন সজাবলৈ খোজা— ঠিক সেইটোৱে হব; মই তাত হস্তক্ষেপ নকৰো, এয়া মোৰ অন্তৰৰ কথা; তাত কোনো অভিমান, আক্ষেপ, পোৱা-নোপোৱা, দিয়া-নিদিয়াৰ অনুযোগ বা গ্লানি নাই।

—বহুত ৰাতি হ'ল। এতিয়া শুই থাকা, ৰাতিপুৱা তোমাক মই বহুত কথা ক'বলগীয়া আছে বুলি কৈ গীতাই দিলীপৰ বুকুত মুৰটো গুজি দিলে।

ৰাতিপুৱা গা ধুই উঠি দিলীপ 'ব্ৰেকফাষ্ট'ৰ টেবুলত বহিলহি। শিৰত দীঘলীয়া সেন্দুৰৰ ৰেখা আৰু কপালত উজ্জ্বল ফোঁটটোৰে সৈতে সদ্যস্নাতা গীতাৰ এয়া এক সম্পূৰ্ণ বেলেগ মুৰতি। তাই সদায় নিজ হাতেৰে 'ব্ৰেকফাষ্ট'টো সাজু কৰি দিলীপলৈ অপেক্ষা কৰি থাকে। দুপৰীয়া ভাত খাবলৈ কোৰ্টৰ পৰা আহোতে দিলীপৰ যিমানেই দেৰি নহওক কিয়— গীতাই অপেক্ষা কৰি থাকে দুপৰীয়াৰ

সাজ একেলগে বহি খাবলৈ। এই ক্ষেত্ৰত দিলীপৰ কোনো হকা-বধাই তাই নুশুনে। মমতা আৰু যত্নৰ প্ৰতিমূৰ্তিহে যেন তাই।

টেবুলখনৰ সোঁমাজতে ধুনীয়া ফুলদানি এটাত দিলীপে আটাইতকৈ ভাল পোৱা "পীচ" আৰু "পিটাৰ-ফ্ৰেংকেন্দফিলড" নামৰ দুটা গোলাপ এনে শিল্পীসুলভভাৱে সজাই ৰাখিছে যে চালে চকু ৰৈ যায়, যেনিবা গভীৰ প্ৰেমত মগ্ন কপৌ দম্পতী হালহে! ওচৰতে প্লেট এখনৰ ওপৰত গোলাপৰ ধুনীয়া, ফুলো ফুলো হৈ থকা কলি এটাও ৰাখিছে— কোৰ্টলৈ যাবৰ সময়ত দিলীপৰ কোটটোত লগাই দিব। ব্ৰেকফাষ্ট খাবলৈ বহিযে গীতাৰ শিল্পীসুলভ আৰু আটোমটোকাৰি ব্যৱস্থা দেখি সদাযে দিলীপৰ মনটো ভৰি উঠে, শিৰৰ দীঘলীয়া সেন্দুৰৰ ৰেখাটোৱে মনলৈ কঢ়িয়াই আনে গভীৰ প্ৰত্যয়। খাবলৈ আৰম্ভ কৰাৰ লগে লগেই প্ৰায় গীতাই গম্ভীৰ হৈ ক'বলৈ ধৰিলে—

—আজি কিন্তু তুমি মোৰ কথাখিনি ভালদৰে শুনিবই লাগিব আৰু যথাযথ গুৰুত্ব দি অতি সোনকালে ব্যৱস্থা এটা ল'ব লাগিব। দিলীপে আচৰিত হোৱাৰ দৰে গীতাৰ মুখলৈ চাই ৰ'ল। তাই নীৰৱে থকা দেখি দিলীপে ক'লে—

—কোৱা, নোকোৱা কিয? তুমিতো জানাই, তোমাক মোৰ অদেয় একো নাই।

—তুমি কোৰ্টলৈ যোৱাৰ পিছতে চাৰি-পাঁচজনী মোৰ বান্ধৱী প্ৰাযে আড্ডা মাৰিবলৈ আহে, তুমি জানাই। সিহঁতে মোক খুব ভাল পায আৰু শ্ৰদ্ধা কৰে। মোৰ অতীতৰ দুৰ্ঘটনাবিলাকৰ কাৰণে মোৰ প্ৰতি সিহঁতৰ সহানুভূতি আৰু মমতাৰ অন্ত নাই। কোনোবাই তোমাৰ বা মোৰ বদনাম গোৱাটো সিহঁতে সহ্য কৰিব নোৱাৰে।

—বদনামৰ প্ৰশ্ন আকৌ কিয়? আমিতো বিবাহিত

দম্পতী। দিলীপে কথাটো আন ধৰণে ভবা দেখি গীতাই তপৰাই মাত লগায়—

নহয়, নহয়— কথাটো আন ধৰণৰহে। চহৰত হেনো খুব গুজব ওলাইছে যে মই তোমাৰ স্থাৱৰ-অস্থাৱৰ সকলো সম্পত্তি মোৰ নামত লিখাই লৈছো— অথচ মই মোৰ নিজৰখিনিৰ দায়িত্বও তোমাকহে চমজাই দিম বুলি ভাবি আছো। তুমি মোক এই কলংকৰ পৰা বচাব লাগিব— কিয়নো এইবোৰ বিষয়ে মোৰ মতামত আমাৰ বিয়া হোৱাৰ লগে লগেই তোমাক মই জনাই দিছো। আকৌ কৈছো— তোমাৰ সান্নিধ্য, তোমাৰ সংগ সুখৰ বাহিৰে মোক আন একোৱে নালাগে। চাহৰ কাপত শেষ শোহাটো মাৰি দিলীপে গীতালৈ চাই হাঁহি হাঁহি ক'লে—

—আচল ৰহস্যটো এতিয়াহে ওলাল।

গীতাৰ প্ৰশ্ন— কিহৰ ৰহস্য আকৌ ?

শুনা তেনেহ'লে : তোমাৰ অশান্তি হব পাৰে বুলিয়েই ইমানদিনে কোৱা নাছিলো। আজি কিছুদিন হ'ল, দয়াল শৰ্মাই জীযেক আৰু মিতালীৰ বাবে মোৰ সমগ্ৰ স্থাৱৰ-অস্থাৱৰ সম্পত্তিৰ ৫০ শতাংশ দাবী কৰি উকিলৰ নোটিচ দিছে আৰু অহা ১৬ তাৰিখে আদালতত প্ৰাৰম্ভিক শুনানিৰ দিন নিৰ্ধাৰিত হৈছে।

কোঠালিটোৰ ভিতৰত যেন এটা বিস্ফোৰণহে ঘটিল— গীতাই প্ৰায় চিঞৰি ক'লে—

—সৰ্বনাশ, এইবোৰ কি কৰিবলৈ ওলাইছা। মোৰ সম্পত্তিৰ প্ৰতি কোনো লোভ নাই। ভগৱানে বহুত দিছে— আমাৰ দুজনৰ নো প্ৰয়োজন কিমান ? বৰঞ্চ মোৰ সোপাও মিতালী আৰু শান্তনুৰ মাজত সমানে ভগাই দিয়া। এই সংক্ৰান্তত কোৰ্টত গৈ থিয় হ'বলৈ গ'লে আন এখন কেলেংকাৰি হব। তুমি বিনা দ্বিধাই তেওঁলোকৰ দাবী মানি লোৱা।

—গীতু, অধৈৰ্য নহবাচোন। মোৰ ওপৰত বিশ্বাস ৰাখাচোন।

মই যি ব্যৱস্থা কৰিছো, তুমি তাত সম্পূৰ্ণভাৱে সন্তুষ্ট হবা বুলি মই নিশ্চিত। মাথোন মোৰ বক্তব্য হ'ল যে যিটো ঘৃণনীয় কলংক তোমাৰ মূৰত ৰাজহুৱাভাৱে জাপি দিবলৈ চেষ্টা কৰা হৈছে— সেই কলংক ৰাজহুৱাভাৱেই মোচন হব লাগিব। মোৰ ওপৰত বিশ্বাস ৰাখা— মই অন্যায় নকৰো আৰু তোমাকো এই কলংকৰ ভাগী হবলৈ নিদিওঁ। আচল কথা কি জানা গীতু? 'প্ৰয়োজন'ৰ দাবী পূৰণ কৰিব পাৰি— কিন্তু 'লোভ'ৰ নোৱাৰি। Need can be satisfied, but greed cannot be। অলপ বৈ দিলীপে ক'লে—

—কিন্তু তুমিও ১৬ তাৰিখে মোৰ লগত কোৰ্টলৈ যাব লাগিব।

গীতা আশ্বস্ত হ'ল আৰু দিলীপেও কোটটো পিন্ধি ল'লে। গীতাই আলফুলকৈ গোলাপৰ কলিটো কোটটোৰ যথাস্থানত লগাই দিলে আৰু কোৰ্টলৈ যাবলৈ ওলোৱা দিলীপক আগবঢ়াই থৈ আহিল।

১৬ জুনৰ কোৰ্ট। লোকে লোকাৰণ্য হৈ পৰিছিল। বিখ্যাত ব্যাৰিষ্টাৰ দিলীপ বৰুৱাৰ প্ৰথমা পত্নী দীপালী শৰ্মাই দাবী কৰা সম্পৰ্কীয় গোচৰৰ শুনানি শুনিবলৈ মানুহৰ ব্যগ্ৰতাৰ সীমা নাই। অতি সহজ গতিত গীতাক লগত লৈ দিলীপ কোৰ্টলৈ সোমাই আহিল— লগত দুজন কনিষ্ঠ উকিল। দিলীপৰ গাত উকিলৰ পোছাক নাই। অতি নিৰ্লিপ্তভাৱে গীতা আৰু দিলীপে দৰ্শকৰ আসন গ্ৰহণ কৰিলে আৰু লগে লগে অগণন দৰ্শকৰ মৃদু গুণগুণনিয়ে পৰিবেশটো অস্থিৰ কৰি তুলিলে। এই অস্থিৰতা সম্পূৰ্ণৰূপে প্ৰকাশ পাইছিল আগৰে পৰা কোৰ্ট ৰুমত বহি থকা দয়াল শৰ্মা আৰু দীপালীৰ মুখতো। মিতালী, অৰুণো দেৰাহুনতে আছে। গতিকে গীতাৰ ব্যগ্ৰ চকুযুৰিয়ে ঘূৰি ঘূৰি চাইও মিতালীক দেখা নাপালে। দিলীপে গীতাৰ ভাব বুজিব পাৰি কাণত ফুচফুচাই কিবা ক'লে আৰু গীতাৰ সাম্য-সৌম্য মূৰ্তিয়ে আকৌ এবাৰ দৰ্শকসকলক এক

অজানিত তৃপ্তি দিলে।

দৰ্শকৰ গুণগুণনিৰ ওৰ পেলাই কোৰ্ট ৰুমলৈ বিচাৰকজন সোমাই আহিল। যথাবিহিত পদ্ধতিৰে আৱশ্যকীয় কাগজ-পত্ৰ দাখিল কৰাৰ পিছত দযাল শৰ্মা আৰু দীপালীৰ উকিলে নিজৰ বক্তব্য শুনাবলৈ প্ৰস্তুতি চলাওঁতেই দিলীপৰ লগত অহা কনিষ্ঠ উকিল এজনে থিয হৈ আদালতক উদ্দেশ্য কৰি ক'লে—

—ধৰ্মাৱতাৰ গোচৰৰ শুনানিৰ বাবে আদালতৰ বহুমূলীয়া সময় নষ্ট কৰাৰ কোনো আৱশ্যক নাই। উকিলৰ বক্তব্যত পুনৰ এটা গুণগুণনিৰ সৃষ্টি হ'ল। বিচাৰকৰ প্ৰতিক্ৰিয়া প্ৰকাশ কৰাৰ আগতেই দযাল শৰ্মাৰ উকিল থিয় হৈ তীব্ৰভাৱে আপত্তি কৰিলে—

—ধৰ্মাৰতাৰ, আমি সকলোবোৰ আৱশ্যকীয নিযম পালন কৰি এই গোচৰ ৰুজু কৰিছো। শুনানি এতিযা বাতিল হোৱাৰ প্ৰশ্নই উঠিব নোৱাৰে।

দিলীপ পিছে আগৰ দৰেই নিৰ্বিকাৰ। কনিষ্ঠ উকিলজনে আকৌ উঠি নিজৰ আবেদন দাখিল কৰিলে—

ধৰ্মাৰতাৰ ব্যাৰিষ্টাৰ দিলীপ বৰুৱাই নিজৰ জীৱিত অৱস্থাতেই সুস্থ শৰীৰে, সজ্ঞানে দ্বিতীয বিবাহ কৰাৰ লগে লগে নিজৰ উইল আইনগতভাৱে প্ৰস্তুত কৰি বহুদিন আগতেই এই তৰ্ক-বিতৰ্কৰ ওৰ পেলাই থৈছে।

বিপৰীত পক্ষৰ উকিলে উঠি আকৌ উত্তেজিত সুৰত প্ৰতিবাদ জনালে—

তেতিযা হ'লে ধৰ্মাৱতাৰ, এই উইলৰ সবিশেষ জনাৰ অধিকাৰ মোৰ মক্কেলৰ আছে। দিলীপৰ মুখত এক তাচ্ছিল্যৰ হাঁহি বিৰিঙি উঠিল। তেওঁৰ উকিলে থিয হৈ ক'লে—

নিশ্চয আছে ধৰ্মাৱতাৰ, নিশ্চয় আছে। প্ৰতিপক্ষই ব্যাৰিষ্টাৰ বৰুৱাৰ ৫০ শতাংশহে মাত্ৰ দাবী কৰিছে; কিন্তু মহানুভৱতা আৰু

বদান্যতাৰ প্ৰতিমূৰ্তি ব্যাৰিষ্টাৰ বৰুৱাই নিজৰ স্থাৱৰ-অস্থাৱৰ সম্পত্তিৰ সম্পূৰ্ণ এশভাগেই দীপালী শৰ্মা আৰু তেখেতৰ জীয়েক মিতালী বৰুৱাৰ নামত লিখি দিছে— মাথোন তেখেতৰ দ্বিতীয় বিবাহ সম্পন্ন হোৱা দিনৰ পৰা যি স্থাৱৰ-অস্থাৱৰ সম্পত্তি উপাৰ্জন কৰিব তাৰ ওপৰতহে কেৱল গীতা বৰুৱাৰ সম্পূৰ্ণ অধিকাৰ থাকিব। অৱশ্যে দিলীপ বৰুৱাৰ জীৱিত কালত প্ৰথম পক্ষৰ পত্নী আৰু মিতালীক দিয়া সম্পত্তিৰ ব্যৱস্থাপনা প্ৰতিপক্ষৰ দয়াল শৰ্মাৰ হাতত এৰি দিবলৈ ব্যাৰিষ্টাৰ বৰুৱা ৰাজী নহয়; আৱশ্যক বোধ কৰিলে মহামান্য আদালতে ব্যাৰিষ্টাৰ বৰুৱাৰ নিজৰ খৰচতে স্বতন্ত্ৰ ব্যৱস্থাপক বা তদাৰককৰ্তা নিযোগ কৰিব পাৰিব। ধৰ্মাৱতাৰ, এইখনেই ব্যাৰিষ্টাৰ দিলীপ বৰুৱাৰ 'উইল' বুলি কৈ 'উইল'খন দাখিল কৰিলে। কনিষ্ঠ উকিলজনৰ বক্তব্য শুনি আদালতৰ কোঠা কঁাহ পৰি জীণ গ'ল। গীতা বৰুৱা সমন্বিতে আদালতত উপস্থিত থকা আটাইৰে দিলীপৰ প্ৰতি নীৰৱ শ্ৰদ্ধাত মূৰ দোঁ খাই আহিল— আনকি বিচাৰকগৰাকীও স্তব্ধ হৈ গ'ল। গীতাৰ চকু-যুৰিৰ পৰা গভীৰ আবেগিক চকুলো টপটপকৈ সৰিবলৈ ধৰিলে আৰু স্বয়ংক্ৰিয়ভাৱে নিজৰ অজানিতেই দিলীপৰ হাত এখন তুলি লৈ তাৰ কাণে কাণে ক'লে—

—তুমি সঁচাকৈয়ে নিৰুপম—সঁচাকৈয়ে সুন্দৰ। দিলীপে মাথোন ক'লে— ব'লা এতিয়া যাওঁ। আদালতক অভিবাদন জনাই দিলীপে গীতাৰ হাতত ধৰি অগণন প্ৰশংসামুগ্ধ দৰ্শকৰ মাজেৰে ওলাই গ'ল। আদালতত বাকী থকা কাম কেৱা কনিষ্ঠ উকিলজনে অকলেই কৰিব পাৰিব বুলি তেওঁ নিশ্চিত আছিল।

দৰ্শকৰ আসনবোৰ খালি হৈ আহিল। ইতিমধ্যে বিচাৰক-গৰাকীয়ে উইলখন নিঃচৰ্তভাৱে গ্ৰহণ কৰি বিচাৰৰ সামৰণি ঘোষণা কৰিছিল। এটা সময়ত নীৰৱে তলমূৰকৈ দয়াল শৰ্মা ওলাই গ'ল। শূন্য কোঠাটোত প্ৰস্তৰ মূৰ্তিৰ দৰে বহি ৰ'ল

দীপালী শৰ্মা— দিলীপ বৰুৱাৰ বিশাল সম্পত্তিৰ অধিকাৰিণী; কিন্তু প্ৰকৃত জয় কাৰ হ'ল সেই বিষয়ে দীপালীৰ নিজৰে সন্দেহ ঘনীভূত হৈ পৰিল। এৰি অহা যুগ্ম জীৱনৰ দিনবোৰ দীপালীৰ মনৰ চকুত ভাহি উঠিল। নিতান্তই প্ৰাত্যহিক বৈষয়িকতাৰ মাজত তেওঁ সময় পাৰ কৰিছিল আৰু দিলীপকো ব্যতিব্যস্ত কৰি তুলিছিল। ক্ৰমে বাঢ়ি আহিছিল বিতৃষ্ণা, ৰূঢ় আৰু পাৰস্পৰিক অসহিষ্ণুতা আৰু এদিন দীপালীয়ে নিজেই সংকল্প লৈছিল দিলীপৰ জীৱনৰ পৰা আঁতৰি অহাৰ। স্পৰ্শকাতৰ আৰু মৰম আকলুৱা দিলীপৰ বিশাল হৃদয়ৰ অধিকাৰিণী হ'বলৈ কোনো দিনেই চেষ্টা নকৰিলে— সেই হৃত সাম্ৰাজ্য এতিয়া গীতাৰ দখলত। আজি দিলীপক গীতাৰ কাষত সুখী আৰু সমাহিত দেখা গৈছে।

হঠাৎ এক গভীৰ ৰিক্ততাই দীপালী শৰ্মাক অসহায় বোধ কৰালে। অবাধ্য চকুলোক বহুপৰ বাধা দি ৰাখিবলৈ নোৱাৰিলে। মনত পৰিল মিতালীলৈ— তাইৰ একমাত্ৰ আশা ভৰসাৰ স্থল। তাই যেন এই অভিশাপৰ পৰা মুক্ত হয়, এয়ে আজি তাইৰ একমাত্ৰ কামনা। তাই যাতে এনে অভিশপ্ত জীৱনৰ বলি হ'ব নালাগে তাৰ বাবে এতিয়াৰে পৰা সুস্থ জীৱনবোধৰ আদৰ্শেৰে মিতালীৰ ব্যক্তিত্ব গঢ়ি তুলিবলৈ শূন্য আদালত কক্ষতে দীপালীয়ে দৃঢ় সংকল্প ল'লে। লাহে লাহে দীপালী উঠিল আৰু বাহিৰলৈ খোজ দিলে।

কোৰ্টৰ পৰা ঘৰ আহি পোৱালৈকে সমগ্ৰ পথছোৱা দিলীপ পাতল মনেৰেই গাড়ীত বহি আছিল। গীতাৰ হাত এখন তাৰ হাতৰ মুঠিত আছিল; কিন্তু তাইৰ মন দোলাই থকা একান্ত গভীৰ অথচ, নাৰীমনৰ বিচিত্ৰ অনুভূতিৰ কথা সি গম পাব পৰা নাছিল। গীতাই আজি গভীৰ প্ৰত্যয়েৰে অনুভৱ কৰিলে দিলীপক তাই সম্পূৰ্ণকৈ পাইছে। আজি তাই নিজেও পূৰ্ণ হ'বলৈ মনটো ব্যগ্ৰ হৈ উঠিল। ত্যাগ আৰু মহানুভৱতাৰ

প্ৰতিমূৰ্তি দিলীপৰ সন্তানৰ মাতৃ হোৱাৰ এক অদমনীয় বাসনাই হঠাতে তাইক নিজকে আচৰিত কৰি তাইৰ দেহ-মন ক্ৰমাৎ আচ্ছন্ন কৰি পেলালে। তাই ঠিক কৰিলে সৃষ্টিৰ মাধ্যমেৰে দিলীপৰ সমগ্ৰ জীৱন ভৰাই তুলিব।

ঘৰ পাই চোফাত বহি পৰা দিলীপৰ কাষতে কাৰ্পেটখনৰ ওপৰতে বহি গীতাই তাৰ আঁঠু দুটা সাবটি ধৰিলে আৰু গভীৰ আবেগেৰে ক'লে –

—আজিৰ পৰা আৰু তোমাৰ সন্তানৰ মাতৃ হ'বলৈ মোৰ কোনো আপত্তি নাথাকিল।

দিলীপে তাইক তুলি লৈ বুকুৰ মাজত সাবটি ধৰিলে।

---

# প্ৰহসন

খেৰী ঘৰ হ'লেও অতি আটোমটোকাৰিভাৱে সজ্জিত। গাঁওখনৰ সোঁমাজতে অৱস্থিত ঘৰটো হঠাতে চকুত পৰিলে চাহ বাগানৰ চহকী ইউৰোপিয়ান চাহাবৰ বঙলা বুলি ভুলেই হ'ব; অথচ বিনয় মেধি খুব চহকী মানুহ নহয়— নিম্ন মধ্যবিত্তৰ ওপৰ খলপৰ পৰিয়ালহে। ঘৰটো দক্ষিণমুৱা আৰু দক্ষিণ-পূব আৰু পশ্চিমত ধুনীয়া ঘাঁহনি। উত্তৰপিনে প্ৰায এবিঘা মাটিত শাক-পাচলিৰ বাগান আৰু তাৰ উত্তৰত আন এবিঘা মাটিত পুখুৰীটো। মাছ পুহিছে— সৰু-ডাঙৰ বহুতো। বছৰটো বজাৰৰ জুই চৰা দামত মাছ নিকিনাকৈয়ে চলি যায়— উভৈনদীৰ সংসাৰ নহয়— কিন্তু দৈনন্দিন অভাৱৰ তাৰণায়ো মেধিক অতিষ্ঠ কৰি নোতোলে। মেধিয়ে জীৱনত বহুত দেখিছে, বহুত ঠেকিছে আৰু তাতোকৈ বহুতো বেছি শিকিছে। মেধিক জীৱন দৰ্শন হ'ল যে জীৱনৰ মানদণ্ড উন্নত কৰিবৰ বাবে কঠোৰ পৰিশ্ৰমৰ বিকল্প নাই— জীৱন তৃষ্ণাৰ প্ৰকৃত উপলব্ধি কঠোৰ অধ্যৱসায়ৰ মাজেৰেহে আছে। মেধিয়ে ভালদৰেই জানে যে আৰু অলপ বেছি পৰিশ্ৰম কৰিলে ঘৰখনৰ অৱস্থা নদন-বদন হৈ উঠিব— নিজেও চহকী লোকৰ শাৰীলৈ উন্নীত হ'ব; কিন্তু তেওঁৰ বক্তব্য হ'ল যে কোনো

অভাৱত পৰা নাই যেতিয়া নিজৰ বাবেই সকলো সময়তে ব্যস্ত হৈ থকাটোৱে সামাজিক দায়বদ্ধতাৰ অভাৱৰ কথাহে সূচায়। সেয়েহে অৱসৰপ্ৰাপ্ত জীৱন-যাপন কৰা অৱস্থা এটাত উপনীত হোৱা সত্ত্বেও মেধিয়ে গাওঁখনৰ দুখীয়া খেতিয়কসকলক সংগঠিত কৰি আধুনিক কৃষি পদ্ধতিৰ জৰিয়তে এই দুৰ্ভগীয়া শ্ৰেণীটোক সকাহ দিয়াৰ সপোন দেখিছে। অৰ্থনৈতিক সচ্ছলতা বা স্বাধীনতা অবিহনে ৰাজনৈতিক স্বাধীনতা অৰ্থহীন যদিও বিনয মেধিৰ দৃঢ বিশ্বাস যে অৰ্থনৈতিক স্বাধীনতা বহু পৰিমাণে নিৰ্ভৰ কৰে নিজৰ চেষ্টাৰ ওপৰত। ৰাষ্ট্ৰই মাথোন কিছুমান সুবিধাৰহে সৃষ্টি কৰি দিব পাৰে— কঠোৰ পৰিশ্ৰম কৰিবলৈ কাকো বাধ্য কৰিব নোৱাৰে। এই কথাবোৰ চিন্তা কৰি মেধিযে হা-হুমুনিযা কাঢ়ি কাঢ়ি পিছপিনৰ বাৰাণ্ডাখনত আৰামী চকীখনত বহি ককাকৰ দিনৰে হোকাটোত ধপাত হুপি আছে। মনটো ভীষণ অশান্ত— আজি ৰাতিপুৱাৰ অভিজ্ঞতাই ৭০ বছৰীয়া জীৱনটোত গঢ়ি তোলা বহুতো মূল্যবোধ ছেদেলি-ভেদেলি কৰি দিলে।

কথাটো অলপ বহলাই নক'লে পৰিস্থিতিটোৰ সম্যক উপলব্ধি কঠিন হ'ব। মেধিৰ দেউতাক স্বৰ্গীয় তৰুণ মেধি আছিল অঞ্চলটোৰ প্ৰথম মেট্ৰিকুলেট। আৰ্থিক অনাটনৰ বাবে তাৰ বেছি উধাব নোৱাৰিলে। বিলপাৰ নামৰ এই ভিতৰুৱা অঞ্চল-টোলৈ জিলাৰ বৰ চাহাব এবাৰ হাঁহ চিকাৰ কৰিবলৈ আহিছিল— ১৯১৭-১৮ চন মানৰ কথা। তৰুণ মেধিয়ে আছিল অঞ্চলটোৰ একমাত্ৰ শিক্ষিত লোক, গতিকে স্বাভাৱিকভাৱেই বৰ চাহাব ছাটক্লিফৰ দৃষ্টি আকৰ্ষণ কৰিছিল। ডেকা তৰুণ মেধিৰ বুদ্ধিদীপ্ত চকুযুৰি আৰু তজবজীয়া স্বভাৱটোৱে চাহাবৰ মন জয় কৰিবলৈ বেছি সময় লোৱা নাছিল আৰু চাৰিদিনীয়া শিবিৰ ভাঙি সদৰলৈ উভতিবৰ সময়ত ছাটক্লিফ চাহাবে মেধিক লগত লৈ গৈছিল। চাহাবে মেধিক কেবাটাও চৰকাৰী চাকৰিৰ বাবে প্ৰস্তাৱ দিছিল

যদিও মেধিয়ে কিন্তু বিলপাৰত এখন প্ৰাইমাৰী স্কুল খুলি দিবলৈহে খাটনি ধৰিলে। প্ৰায় দহ দিনমানৰ পিছত বিলপাৰত এখন প্ৰাইমাৰী স্কুল খোলাৰ অনুমতি লৈ আৰু প্ৰস্তাৱিত স্কুলখনৰ একমাত্ৰ শিক্ষক হিচাপে নিয়োজিত হৈ তৰুণ মেধি যিদিনা গাঁৱলৈ উভতি আহিছিল সিদিনা বিলপাৰৰ সমগ্ৰ পৰিৱেশটো উৎসৱমুখৰ হৈ উঠিছিল আৰু সমগ্ৰ গাঁৱবাসীয়ে তৰুণক হিয়া উবুৰাই আশীৰ্বাদ দিছিল। কালক্ৰমত গৈ বিলপাৰৰ সেই প্ৰাইমাৰী স্কুলখন এম-ভি স্কুললৈ উন্নীত হৈছিল আৰু প্ৰায় ২৫ বছৰ সুখ্যাতিৰে প্ৰধান শিক্ষকৰ দায়িত্ব বহন কৰাৰ পিছত তৰুণ মেধিযে ১৯৪৩ চনত অৱসৰ গ্ৰহণ কৰিছিল। কোৱা বাহুল্য যে মাত্ৰ দহজন ছাত্ৰ লৈ ১৯১৭ চনত আৰম্ভ কৰা বিলপাৰৰ প্ৰাইমাৰী স্কুলখন আজি অঞ্চলটোৰ ভিতৰতে আটাইতকৈ ডাঙৰ উচ্চ মাধ্যমিক স্কুল। তৰুণ মেধিযে শিক্ষকৰ চাকৰি লৈছিল— মাহিলি তিনি টকা দৰমহাত। দিন সলনি হৈছে; বিলপাৰ স্কুলৰ অধ্যক্ষই আজি চাৰিটা অঙ্কৰ মোটা দৰমহা পায। তিনিটকীয়া দৰমহাৰ শিক্ষক তৰুণ মেধিয়ে সৃষ্টি কৰিছিল বিনয় মেধিহঁতৰ প্ৰজন্মটো আৰু বিলপাৰৰ আজিৰ বিৰাট উচ্চ মাধ্যমিক স্কুলখনে সৃষ্টি কৰিছে বিনয় মেধিৰ পুত্ৰ অচ্যুতৰ প্ৰজন্মটো··· !

গণিত শাস্ত্ৰত 'সন্মান'সহকাৰে বিনয় মেধিয়ে বি-এছ-চি ডিগ্ৰী পোৱাৰ লগে লগে, ১৯৪২-ৰ 'ভাৰত ত্যাগ' জাননীয়ে দেশৰ ডেকা শক্তিৰ মাজত প্ৰচণ্ড আলোড়নৰ সৃষ্টি কৰিলে। জাতিৰ জনক গান্ধীজীৰ আহ্বানৰ প্ৰতি সঁহাৰি জনাই হেজাৰ-বিজাৰ ডেকা-গাভৰু সমুখ সমৰত জঁপিয়াই পৰিল, অলেখ শ্বহীদ হ'ল, আন বহুতো কাৰাৰুদ্ধ।

তৰুণ মেধিৰ প্ৰবল ইচ্ছা আছিল পুতেক বিনয়ে এইবাৰ কলিকতা বা কাশীলৈ গৈ গণিতৰ এম-এছ-চি শ্ৰেণীত নাম লগাওক। আৱশ্যকীয় ধনখিনিৰ বাবে মাটি ডুবিঘা বিক্ৰী কৰাৰ

সিদ্ধান্ত ইতিমধ্যে লৈছিল ; কিন্তু গান্ধীজীৰ 'ভাৰত ত্যাগ' আননীয়ে মেধি পৰিয়ালৰ সকলো জল্পনা-কল্পনা ওলট-পালট কৰি পেলালে। পুতেকে বিনয়ৰ যুক্তি শুনি তৰুণ মেধি কিবা এক আত্ম প্ৰত্যয়ৰ গৌৰৱ আৰু গভীৰ প্ৰশান্তিত অভিভূত হৈ পৰিল :

নহয় দেউতা, এই সন্ধিক্ষণত দেশ মাতৃকাৰ আহ্বান উপেক্ষা কৰি একমাত্ৰ নিজৰ উজ্জ্বল ভৱিষ্যতৰ কথা চিন্তা কৰি এম-এছ-চি পঢ়িবলৈ গ'লে নিজকে মই কোনোদিনেই ক্ষমা কৰিব নোৱাৰিম — নিজৰ ওচৰতেই সদায় স্বাৰ্থপৰায়ণ হিচাপেহে পৰিগণিত হম। এই গ্লানি-চিৰজীৱন বহন কৰা সম্ভৱ নহ'ব। আনহাতে, ভাবি চাওকচোন বহুতে যে স্নাতক ডিগ্ৰীটো নোলোৱাকৈয়ে স্বাধীনতা সংগ্ৰামত জঁপিয়াই পৰিছে। মোৰ অন্ততঃ ডিগ্ৰীটো আছে।

বিনয়ৰ উক্তিত মেধিৰ প্ৰত্যয় জন্মিল যে তেওঁৰ ইমান দিনৰ সাধনা অথলে যোৱা নাই। তথাপিও মুখ খুলি একো নক'লে— মাথোন সকীয়াই দিলে—

ইমান গুৰুতৰ কথা এটাত ততালিকে সিদ্ধান্ত ল'ব নালাগে। দ'কৈ ভাবি চা। ৰাতিপুৱা আকৌ কথা হ'ল। ৰাতিপুৱা চাহ-জলপানৰ পৰ্ব সমাপন কৰি দেউতাকে হোকাটো হুপি হুপি যেতিয়া পিৰালীত বহিলহি— বিনয় ওচৰ চাপি আহিল আৰু দেউতাকৰ পিছ পিনে থিয় হ'ল। দেউতাকে খুব শান্ত স্বৰত সুধিলে।

তোৰ সিদ্ধান্তত মই হস্তক্ষেপ নকৰো। পিছে কি ঠিক কৰিলি ?

দেউতা, বহুতো চিন্তা কৰিলো। সন্দেহ নাই ৰাজনৈতিক স্বাধীনতাই অৰ্থনৈতিক স্বচ্ছলতাৰ বাবে বহুতো সম্ভাৱনা আনি দিব ; বিশেষকৈ স্নাতকোত্তৰ ডিগ্ৰী লাভ কৰা সকলৰ বাবে অৰ্থনৈতিক স্বচ্ছলতা খুবেই উজু হৈ উঠিব ; কিন্তু ইয়াত এটা নৈতিক প্ৰশ্ন জড়িত হৈ আছে।

মেধিৰ উৎসুক দৃষ্টিৰ উত্তৰত বিনয়ে ক'লে— চাওক দেউতা,

যদি ৰাজনৈতিক স্বাধীনতা অৰ্জনৰ বাবে সুবিধা পোৱা সত্বেও, কোনো অৱিহণা আগনবঢ়াও, কোনো ত্যাগ স্বীকাৰ নকৰো— তেনেহ'লে ৰাজনৈতিক স্বাধীনতাই আনি দিয়া সুযোগৰ অংশীদাৰ হ'বলৈ আমাৰ কি নৈতিক অধিকাৰ থাকিব ? অৰ্থাৎ দেউতা, ভৱিষ্যৎ প্ৰজন্মৰ উজ্জ্বল ভৱিষ্যতৰ বাবে আমি আমাৰ অনিশ্চিত বৰ্তমান বলি দিবই লাগিব ।

বিনয়ৰ কথাত মেধি অভিভূত হ'ল— লগতে আশ্বস্ত ; আৰু থোকা-থুকি মাতেৰে মাথোন ক'লে—

বাছা— ঈশ্বৰে তোৰ কল্যাণ কৰক। মোৰ আৰু মাৰাৰ আশীৰ্বাদ সদায়ে তোৰ লগত থাকিব। অৱধাৰিত পৰিণতি হ'ল বিনয়ৰ সুদীৰ্ঘ কাৰাবাস। হাজৰিবাগ জেলৰ পৰা মুক্তি লাভ কৰি ১৯৪৬-ৰ মাজ ভাগত যেতিয়া বিলপাৰ পালেহি তেতিয়া বিনযৰ মূৰত সৰগ ভাগি পৰিল। দেউতাকৰ মৃত্যু হ'বৰো দুবছৰ হৈ গৈছে— তাক খবৰ এটা দিবলৈও বুটিছ সিংহৰ অৱকাশ নহ'ল। মাক শয্যাগত। একমাত্ৰ ভনীয়েক বিগতা যৌৱনা হোৱাৰ উপক্ৰম , অ'ত ত'ত টিউচন কৰি ঘৰ চলাইছে— কোনো ওজৰ-আপত্তি নাই— ককায়েক এদিন উভতি আহি সকলো দায়িত্ব চম্ভালি ল'ব— সেই দুৰ্বাৰ আশাক সাৱটিয়েই অপেক্ষাৰতা। ভনীয়েক সেউতীক সাবটি ধৰি বিনয়ে ক'লে— ভন্টি তইহে আচল সংগ্ৰামী— জেলৰ অলস, সৃষ্টিৰ উন্মাদনাৰহিত জীৱন সংগ্ৰাম শূন্য— তইহে দেউতাক জীয়াই ৰাখিছ। চুমাৰে উপচাই দিলে সেউতীৰ শেঁতা পৰি যোৱা দুখনি গাল।

আৰম্ভ হ'ল আন এক সংগ্ৰামী অধ্যায়— ভায়েক-ভনীয়েকৰ যৌথ প্ৰকল্প : সেউতীৰ অদম্য প্ৰেৰণা আৰু জীৱন স্পৃহাক কেন্দ্ৰ কৰিয়েই আৰম্ভ হ'ল ভায়েক-ভনীয়েকৰ নতুন অভিযান— উৱলি যাবলৈ উপক্ৰম হোৱা সংসাৰখনক নতুনকৈ গঢ় দিয়াৰ অভিযান। সমগ্ৰ গাঁৱবাসীক আচৰিত কৰি বিনয়ে হালৰ মুঠিত ধৰিলে—

সেউতী নিজেও নামি পৰিল যোকা-পানীৰ পথাৰত। ফলত, দুবছৰ নৌহওঁতেই বন্ধকত পৰি থকা মাটি সাত বিঘাও বিনয়ে মোকোলাই ল'লে আৰু এদিন বিলপাৰ উচ্চ মাধ্যমিক স্কুলৰ উদীয়মান ডেকা শিক্ষক ৰমণী ডেকাৰ লগত সেউতীৰ বিয়াও হৈ গ'ল। ৰমণী ডেকাৰো অন্তহীন, বিনিদ্ৰ ৰজনীৰ সমাপ্তি ঘটিল।

সেউতীৰ মুখত হাঁহি বিৰিঙিল যদিও ককায়েকৰ কাৰণে চিন্তাৰ শেষ নাই। ককাযেকৰ ৪০ বছৰ হওঁ হওঁ— অথচ বিয়া-বাৰুৰ নামগোন্ধ নাই। বাপেকৰ বংশলোপৰ দুশ্চিন্তাই তাইক থকা-সৰকা কৰিলে। অৱশেষত সেউতীৰ খেচখেচনি, ৰমণীৰ তাগিদা আৰু আত্মীয় কুটুম্বৰ হেঁচাত পৰি বিনয়ে যেতিয়া বিযা কৰিলে তেতিয়া বিনযৰ দুবেলা-দুসাজৰ বাবে চিন্তা কৰিবলগীযা অৱস্থা নহয়। অক্লান্ত পৰিশ্ৰম আৰু নেৰানেপেৰা চেষ্টাৰে নিজৰ অৱস্থা বিনয়ে টনকিয়াল কৰি তুলিছে। ফলত, প্ৰায় ২০-২২ বছৰ পিছত একমাত্ৰ পুতেক অচ্যুতক যেতিয়া বিশ্ববিদ্যালয়ৰ শিক্ষাৰ বাবে চহৰলৈ পঠাবলগীয়া হ'ল তেতিয়া বাপেক স্বৰ্গীয় তৰুণ বেধিয়ে বিনয়ক অসমৰ বাহিৰত পঢ়াবলৈ মাটি বিক্ৰী কৰিব ওলোৱা অৱস্থা এটাৰ সৃষ্টি নহ'ল। বিনয়ৰ ইচ্ছা আছিল অচ্যুতে ওকালতি কৰক আৰু লগতে এই পিছপৰা অঞ্চলটোৰ উন্নয়নত মনোনিৱেশ কৰক। ইতিমধ্যে জীয়েক দুজনীকো বিয়া দি উলিয়াই দিছে; নাতি-নাতিনীৰো মুখ দেখিছে। থোৰতে ক'বলৈ গ'লে বিনয মেধি সুখী মানুহ— সফল সংসাৰী। পৰিপূৰ্ণ সংসাৰ এখনৰ মুৰব্বী হিচাপে এতিয়া পুতেক অচ্যুতৰ উজ্জ্বল ভৱিষ্যতৰ সপোন দেখিছে— সপোন দেখিছে অচ্যুতে বিলপাৰৰ পিছপৰা অঞ্চলটোৰ বাবে নতুন দিনৰ সূচনা কৰাৰ। পিছে— যোৱা কেইদিনমানৰ ঘটনাক্ৰমে আৰু বিশেষকৈ আজি ৰাতিপুৱাৰ ঘটনাটোৱে বিনয়ৰ সকলো আশা ভৰসা মৰিমূৰ কৰি পেলালে।

কথাটো অলপ বহলাই কোৱা যাওক : এমাহমান আগতে অচ্যুত হঠাতে আহি ঘৰ ওলাল , অথচ, এই সময়ত বিশ্ববিদ্যালয়ৰ শ্ৰেণীসমূহ পূৰ্ণোদ্যমে চলি আছে। দেউতাকৰ প্ৰশ্নৰ উত্তৰত ক'লে যে এমাহ পিছতে হ'ব লগা সাধাৰণ নিৰ্বাচনত বিশেষ দল এটাৰ বাবে বিলপাৰত নিৰ্বাচনী অভিযান চলাবলৈ সি আৰু আন চাৰি জন লগৰীয়া ছাত্ৰ ঘৰলৈ আহিছে। কথাটো শুনি বিনয়ে ভাল নাপালে আৰু সুধিলে— তইঁত ছাত্ৰ— সক্ৰিয় ৰাজনীতিৰ পৰা আঁতৰত থাকিব লাগে। আনহাতে এই এমাহ জুৰি পঢ়া-শুনাৰ কিমান লোকচান হ'ব ? এই অমূল্য সময়বোৰ এনেদৰে নষ্ট কৰিলে— পঢ়া-শুনাৰ বাবে সময় ক'ত পাবি ? তদুপৰি টকা-পইচাৰো এটা প্ৰশ্ন আছে—

দেউতাকৰ কথাত কিছু সময় নীৰৱে থাকি অচ্যুতে আচল কথাটো এৰাই গৈ ক'লে— টকা-পইচাৰ কথা তুমি চিন্তা কৰিব নালাগে। টকা-পইচা নোপোৱাকৈ নিৰ্বাচনী অভিযান চলাম নে ? নিৰ্বাচনৰ পিছত আনকি তুমি মোক খৰচ নিদিলেও হ'ব ; বৰঞ্চ বিপদে-আপদে মইহে সহায় কৰিব পাৰিম। এইবিলাক কথাত তুমি চকু দিব নালাগে।

পুতেকৰ কথা শুনি মেধিয়ে বিচুৰ্তি খালে। নিজৰ সমগ্ৰ অতীতটো চকুৰ আগত ভাহি উঠিল। জেলৰ পৰা ওলাই অহাৰ পিছত দেশ স্বাধীন হৈছিল। কেবাটাও ডাঙৰ চাকৰিও স্বাধীন দেশৰ চৰকাৰে যাচিছিল ; আনকি ঠিকা-ঠুকলি কৰি ধনী হোৱাৰ সুবিধাও বহুতো আহিছিল। কিন্তু মেধিয়ে সেইবোৰ একোকে গ্ৰহণ নকৰি নিজৰ নিয়ন্ত্ৰণত থকা সমলখিনিৰ ওপৰতে নিৰ্ভৰ কৰি জীৱন-নিৰ্বাহৰ কথা চিন্তা কৰিলে। জীৱনত কোনো দিনেই কোনো প্ৰলোভনে মেধিক নিজৰ আদৰ্শৰ পৰা টলাব পৰা নাই। নিজে খেতি-বাতি কৰি কঠোৰ পৰিশ্ৰমৰ জৰিয়তে যে আত্মমৰ্যাদা বজাই ৰাখি এটা স্বাধীন জীৱন-যাপন কৰিব পাৰি— মেধি তাৰেই

জলন্ত আদৰ্শ। উৎপাদনৰ বাবে যিখিনি সম্বল বা উপাদান আছে তাক সম্পূৰ্ণভাৱে ব্যৱহাৰ নকৰি আনে শোষণ কৰিছে বুলি অভিযোগ কৰাৰ থল ক'ত? তদুপৰি চহৰমুখী নহৈ গাঁৱতেই যে সুখৰ জীৱন-যাপন কৰিব পাৰি— তাৰো প্ৰমাণ মেধিৰ জীৱন। স্বাধীনচিতীয়া মেধি এজন বিধায়ক বা মন্ত্ৰী বা উচ্চপদস্থ বিষয়া এজনতকৈ কোনোগুণেই কম প্ৰভাৱশালীও নহয়; কিন্তু নিজৰ পুতেকেই এই কথাবোৰ বুজি নাপালে। দীঘলীয়া হুমুনিয়াহ এটা কাঢ়ি পুতেকক ক'লে—

বুজিছ, জেলৰ পৰা ওলাই আহি দেখিছিলো বাপতি সাহোন মাটি সাত বিঘাও বন্ধকত যাওঁ যাওঁ অৱস্থা। সাত বিঘাৰ ঠাইত ৭০ বিঘা কৰিব পাৰিলোহেঁতেন। এই সাত বিঘা মাটি উদ্ধাৰ কৰাৰ পিছত যোৱা ৪০ বছৰে মাত্ৰ তিনি বিঘা মাটিহে কিনিছো— চৌধুৰীহঁতে চিলিঙত এৰি দিবলগীয়া হোৱা বাবে জতালৈবাকৈ বিক্ৰী কৰিছিল আৰু আজি এই দহ বিঘা মাটিৰ কৃপাতে মই এজন সম্ৰাটৰ জীৱন যাপন কৰিছো। তোৰ কি নাই? ইমানৰ পিছতো তই পঢ়া-শুনা এৰি ৰাজনৈতিক দালাল কিয় হ'ব লগা হ'ল? এই সহজলভ্য ধনে মই বিগত ৪০ বছৰত সৃষ্টি কৰা কৰ্ম-সংস্কৃতি যে ধ্বংস কৰিব সেই কথাটো ভাবি চোৱা উচিত নাছিল জানো?

—দেউতা এইবিলাক আদৰ্শৰ কথাৰে আমাৰ পেট নভৰে— এয়া বতৰ চাই কঠীয়া সিঁচা দিনহে। কথাখিনি কৈ অচ্যুত দপদপাই ওলাই গ'ল।

বিনয় মেধিৰ বাবে ইয়াতকৈও ডাঙৰ দুৰ্যোগ অপেক্ষা কৰি আছিল; নিৰ্বাচনৰ দিন চমু চাপি আহিল মানে আন আন কিছুমান ৰাজনৈতিক দলৰ নেতাবো অচ্যুতৰ শোৱনি কোঠাত আৱিৰ্ভাৱ হ'বলৈ ধৰিলে—তাকো দোভাগ নিশাহে। কথা-বতৰাৰ পৰা মেধিয়ে ভালদৰে বুজিলে যে হেজাৰ হেজাৰ টকাৰ লেনদেন

হৈছে। লগে লগে নিতৌ অঞ্চলটোত বিভিন্ন ৰাজনৈতিক দলৰ নতুন নতুন নিৰ্বাচনী কাৰ্যালয়ৰ আবিৰ্ভাৱ হ'ব ধৰিলে। সমাজৰ অন্ধকাৰ ভৱিষ্যতৰ কথা চিন্তা কৰি মেধিৰ অন্তৰাত্মা শিয়ঁৰি উঠিল।

*    *    *    *

হোকাটোৰ আওঠাবোৰ ইতিমধ্যে নুমাই গৈছিল। ঘৰত আলপৈচান ধৰা মালতী নামৰ ছোৱালীজনীক ধপাত চিলিম নতুনকৈ লগাই দিবলৈ ক'লে। গছবিলাকৰ ছাঁ ইতিমধ্যে দীঘল হৈ আহি জুৰ পেলাইছিল যদিও মেধিৰ মন অশান্ত। মালতীয়ে ধপাত চিলিম দি গ'লহি। গাঁৱৰে বাপধন কলিতাই মাত লগালেহি—

মেধিকাই—ভোট দি আহিলা নেকি? হোকাটো বাপধনলৈ আগবঢ়াই দি মেধি নিমাতে থকা দেখি বাপধনে আকৌ সুধিলে—

—কি হ'ল মেধিকাই—ইমান বিষণ্ণ বদন কিয়?

কিনো কম বাপধন। ভাবিছিলো মই খুব সুখী মানুহ। অৰ্থনৈতিক স্বাধীনতা আৰু স্বচ্ছলতা নহ'লে ৰাজনৈতিক স্বাধীনতা অৰ্থহীন বুলি আজি চাৰিদশক ধৰি তোমালোকক কৈ আহিছো] আৰু নিজেই দেখিছো যে নিজৰ চেষ্টাৰ ফলতে কাৰো ওচৰত হাত নপতাকৈ দুবেলা দুসাজ খাই আছো। মেধি বৈ যোৱা দেখি বাপধনে সুধিলে—

পিছে আজিনো হঠাৎ কি হ'ল?

নক'বা আৰু। মোৰ সকলো ধ্যান-ধাৰণা মিছা প্ৰমাণ হ'ল। মোৰ অৰ্থনৈতিক তথা ৰাজনৈতিক স্বাধীনতা— হয়তোবা তোমালোকৰো এটা প্ৰহসনত পৰিণত হ'ল। আজি মই স্পষ্ট বুজি পাইছো যে অৰ্থনৈতিক স্বাধীনতাবিনে ৰাজনৈতিক স্বাধীনতা যিদৰে অৰ্থহীন— ঠিক একেদৰে ৰাজনৈতিক স্বাধীনতাবিনে অৰ্থনৈতিক স্বাধীনতাও অৰ্থহীন— এয়া এক দাসত্বহে।

অলপ বৈ মেধিয়ে আকৌ ক'লে— চোৱা বাপধন, আজি অৰ্থ-

নৈতিকভাৱে মই স্বাধীন ; কিন্তু নিজৰ প্ৰতিনিধি বা বিধায়কজন নিৰ্বাচিত কৰাৰ স্বাধীনতা মোৰ নাই। মেধিৰ কথা শুনি বাপধনে সুধিলে—

কিয় কি হ'ল ? ভোট নিদিলা নেকি ?

মেধি কিছু সময় নিমাতে থাকি ক'লে— দিবানো কেনেকৈ ? ৰাতিপুৱা ৯ বজাতে ভোট দিবলৈ গ'লো। ভোটগ্ৰহণ কেন্দ্ৰৰ সমুখতে আমাৰ অচ্যুতৰ লগতে এগাল ডেকা-গাভৰু থিয় হৈ আছে আৰু মই যোৱাৰ লগে লগে দুজনমানে মোক সম্বোধন কৰি ক'লে—

ববদেউতা, আপোনাৰ ভোটতো দিয়া হৈ গ'ল— আপুনি আৰু কষ্ট কৰিব নালাগে— যাওঁক গৈ।

অ'— সেইটোহে কথা নেকি ? অকল তোমাৰেই নহয়, মেধিকাই। গোটেই অঞ্চলটোৰ ভোটেই মুঠ চাৰিটা কেন্দ্ৰত এনেদৰেই দিয়া হৈছে— গতিকে মন বেয়া নকৰিবা।

বাপধনৰ হাতত থকা হোকাটোৰ চিলিমৰ আঙঠাবোৰ তেতিয়া ছাই হৈ গৈছে। আঙঠাৰ উত্তাপ কেতিয়াবাই উৰুলি গৈছিল।



# পদত্যাগ

স্বচ্ছলতাৰ অভাৱত মাজে সময়ে জীৱন দুৰ্বিষহ হৈ উঠিলেও চাকৰি কৰাৰ কথা বিপুল গগৈয়ে ভবা নাছিল। বিপুলৰ স্পষ্ট মত হ'ল যে চৰকাৰী বা বেচৰকাৰী চাকৰিৰ দ্বাৰা ক্ৰমবৰ্দ্ধিত নিবনুৱা সমস্যা দূৰ কৰা সম্ভৱ নহয়। আনকি স্বয়ং মুখ্যমন্ত্ৰীকেই আজি আবেলিও বিপুলে বাৰে বাৰে কৈছিল—

বুজিছে হাজৰিকা, ডেকাচামক কঠোৰ পৰিশ্ৰম নকৰাকৈ ৰাতিটোৰ ভিতৰতে সহজে ধনী হ'বলৈ সুৰুঙা উলিয়াই নিদিব।

কিন্তু গগৈদেউ উপায় কি? যিটো হাৰত নিবনুৱাৰ সংখ্যা বৃদ্ধি পাবলৈ ধৰিছে, ভাবিলেও ভয় লাগি যায়। আটায়ে চৰকাৰৰ মুখাপেক্ষী হৈ বহি আছে। মুখ্যমন্ত্ৰীৰ অসহায় উক্তি শুনি বিপুলে আকৌ ক'লে—

পিছে হাজৰিকাদেউ, কোনো দেশেই অকল চৰকাৰী চাকৰিৰ জৰিয়তে নিবনুৱা সমস্যা সমাধান কৰিবলৈ সমৰ্থ হোৱা নাই। গণতান্ত্ৰিক চৰকাৰ এখনৰ দায়িত্ব হ'ল সকলোৰে বাবে সমান সুযোগৰ সৃষ্টি কৰি দিয়া আৰু লগতে শিক্ষা ব্যৱস্থাও এনে ধৰণৰ হোৱা উচিত যাতে চাকৰি নাপালেও স্বাধীনভাৱে কিবা এটা কৰি আত্মমৰ্যাদা ক্ষুণ্ণ নকৰাকৈ জীৱন নিৰ্বাহ কৰিব পাৰে।

মুখ্যমন্ত্ৰীগৰাকী পতিয়ন গ'ল বুলি ধাৰণা নহ'ল। পিছে মুহূৰ্ততে মুখ্যমন্ত্ৰী হাজৰিকাই গভীৰ আক্ষেপৰ সুৰত ক'লে—

কিন্তু প্ৰযুক্তিবিদ্যাই যদি ইয়াৰ সমাধান হ'লহেঁতেন তেনেহ'লে অকল অসমতেই ইমানবোৰ সংস্থানহীন ইঞ্জিনীয়াৰ নাথাকিল-হেঁতেন।

মুখ্যমন্ত্ৰীৰ মন্তব্যাই যেনিবা বিপুলৰ ধৈৰ্যৰ বান্ধ ভাঙি দিলে। সৰু-সুৰা বিস্ফোৰণ এটাহে হ'ল যেন লাগিল। জীৱনত ইমানবোৰ তিতা-কেঁহা অভিজ্ঞতা হোৱা সত্ত্বেও, জীৱনটোত সীমাহীন বিপৰ্যয়ৰ সন্মুখীন হোৱা সত্ত্বেও বিপুলে নিজৰ উত্তেজনা আৰু অসন্তুষ্টি মাৰ্জিত কৰি ৰাখিবলৈ নিশিকিলে। প্ৰায আটাহ পাৰি কোৱাৰ দৰে মুখ্যমন্ত্ৰীৰ মুখৰ কথা কাটি লৈ বিপুলে ক'লে—

ইয়াতকৈ লাজৰ কথা হ'ব নোৱাৰে। উন্নয়নশীল দেশ এখনত ইঞ্জিনীয়াৰ এজন নিবনুৱা হৈ থকাৰ অৰ্থ কহিয়াই চালে আন কিবাহে ওলাব। এয়া নিবনুৱাৰ সমস্যা নহয়, হাজৰিকাদেউ— নিবনুৱাৰ সমস্যা নহয়— সমস্যা হ'ল নিষ্কৰ্মাৰহে। ইঞ্জিনীয়াৰ এজনৰ বাবে কামৰ অভাৱ আছে বুলি মই বিশ্বাস নকৰো। অৱশ্যে ৰাতিটোৰ ভিতৰতে লাখপতি হ'ব পৰা নতুবা পৰিশ্ৰম নকৰাকৈ লাখপতি হ'ব পৰা কামৰ অভাৱ হ'ব পাৰে। সৰুকৈ আৰম্ভণি কৰি ডাঙৰ হোৱা কথা আমাৰ লৰাইতে কাহানিও নিশিকিব যেন লাগিছে। ডিগ্ৰীটো লৈ ইঞ্জিনীয়াৰ হিচাপে স্বীকৃতি পোৱাৰ লগে লগে আৱশ্যক হৈ পৰে 'শুভ্ৰ কলাৰ সজ্জিত' চাকৰি এটাৰ। কিন্তু অসমত কিমান বিহাৰী ঠিকাদাৰ আৰু মিস্ত্ৰি আছে খবৰ ৰাখে নে? এই বিহাৰী মানুহবোৰৰ আয় এজন ইঞ্জিনীয়াৰে চৰকাৰী চাকৰিৰ পৰা বৈধভাৱে কৰা আয়তকৈ কোনো গুণে কম নহয়— বৰং বেছিহে হ'ব। কিন্তু তেওঁলোকে কৰা কামবোৰ আমাৰ নিবনুৱা ইঞ্জিনীয়াৰ বোপা—

সকলে কৰিব জানো ? কেতিয়াও নকৰে— লাজ লাগিব নহয়।

মুখ্যমন্ত্ৰী নিমাত— আটাযে নিমাত। দিছপুৰৰ নিৰ্লিপ্ততা-খিনিহে যেন এই নিমাত ভাষাৰ মাজেৰে সবৰ হৈ উঠিছে। ইতিমধ্যে মেজত দি যোৱা চাহ কাপত শোহা এটা মাৰি বিপুলে আকৌ আৰম্ভ কৰিলে :

বাৰু কওকচোন কেইজন নিবনুৱা অসমীয়া ইঞ্জিনীয়াৰে অসমৰ বাহিৰলৈ গৈ আত্মসংস্থান উলিওৱাৰ কথা চিন্তা কৰিছে ?

চাহৰ কাপটোত যেনিবা অতি খঙেৰে শেষ শোহাটো মাৰি বিপুলে হাজৰিকাৰ মুখলৈ চালে। হাজৰিকা নিৰুত্তৰ দেখি দেৱালত ওলমি থকা ঘড়ীটোলৈ আঙুলিয়াই বিপুল গগৈযে আকৌ আৰম্ভ কৰিলে—

এই যে ঘড়ীটোৰ টিকটিকনিয়ে সময়বোৰক প্ৰতি মুহূৰ্ততে সমাধি দিবলৈ ধৰিছে এই সময়বোৰ ওভতাই পোৱা সম্ভৱ হব জানো ? নিজকে নিবনুৱা বুলি জাহিৰ কৰি যিসকল নিষ্কৰ্মা ইঞ্জিনীয়াৰে নিজক তিলতিলকৈ ধ্বংস কৰিছে, তেওঁলোকে যে অসমৰ প্ৰতিও ঘোৰ অন্যায় কৰিছে সেই কথা আপোনালোকে উপলব্ধি কৰিছে জানো ? আনহাতে, নিবনুৱা ডাক্তৰৰ প্ৰশ্ন উত্থাপন কৰা মানে বহুৱালি কৰাহে হব।

ঈমানবোৰ কথা একে উশাহতে কৈ বিপুলে পাইপটোত ধপাত গুজি লৈ অগ্নিসংযোগ কৰিলে আৰু উপস্থিত আন আন ব্যক্তিসকলৰ প্ৰতিক্ৰিয়াৰ বাবে অপেক্ষা কৰিবলৈ ধৰিলে। নীৰৱতা ভংগ কৰি অৱশেষত উদ্যোগ বিভাগৰ মন্ত্ৰী বৰাই সেপ ঢুকি ঢুকি ক্ষীণ মাতেৰে নিজৰ উপস্থিতি জাহিৰ কৰিবলৈ চেষ্টা কৰিলে :

কথাটো ঠিকেই কৈছে ; কিন্তু পুঁজিৰ সমস্যা এটাও আছে। বেংকবোৰে সহজে ধাৰ দিব নোখোজে। আমাকহে আপোনা-লোকে বগা সুতাৰ মেৰপাকত বন্দী বুলি কয়, কিন্তু ৰাষ্ট্ৰীয়কৃত

বেংকসমূহ এই ক্ষেত্রত বেছি আগৰীয়া।

অতি গুৰুত্বপূৰ্ণ তথ্যভিত্তিক মন্তব্য এটা কৰি বিপুলক নিৰস্ত্ৰ কৰা বুলি ভাবি মন্ত্ৰী ৰবাই আত্মসন্তুষ্টি লভিছে। ৰবাই পিছে বিপুলৰ ক্ষোভ, আক্ষেপ, তীব্ৰ অনুভূতি আৰু সবাতোপৰি বিপুলৰ অভিজ্ঞতাৰ কোনো উমান নাপায়। ৰবাৰ কথা শুনি বিপুলে ইতিকিঙৰ হাঁহি এটাহে মাৰিলে। এইবেলি বিপুলৰ ৰবাৰ উদ্দেশ্যে প্ৰশ্ন :

ৰবাদেউ, মোৰ নিজৰ প্ৰযুক্তি বিদ্যাৰ কোনো অৰ্হতা নাই! বন্ধক দিবলৈ, থকা ঘৰটোৰ বাদে এসোপা সম্পত্তিও নাই। তেনেহলে কিহৰ ভিত্তিত বেংকে মোক বাৰু চাৰি লাখ টকা ধাৰ দিলে আৰু ময়েৰা কিদৰে চাৰি লাখ টকাৰ ধাৰ সুজিলো? পাইপটোৰ ধোঁৱাবোৰ এৰি দি বিপুলে অহংকাৰৰ সুৰত ক'লে—

এতিয়া কিন্তু বেংকে মোৰ ক্ষুদ্ৰ উদ্যোগটো সম্প্ৰসাৰণ কৰিবলৈ আৰু আঠ লাখ টকা ধাৰ দিছে। প্ৰথম চাৰিলাখ ধাৰ দিওঁতে মোকো যথেষ্ট হাৰাশাস্তি কৰিছিল, কিন্তু আজি চাৰি বছৰৰ পিছত আঠ লাখ টকা দিবৰ সময়ত হলে একেটা বেংকেই কোনো প্ৰশ্নৰেই উত্থাপন কৰা নাই। ভাবি চাইছে নে কিয়? মই কিন্তু মানুহ একেজনেই। আনহাতে প্ৰযুক্তিবিদ্যাৰ ডিগ্ৰী থাকিলে বৰঞ্চ অতিৰিক্ত সুবিধাহে পোৱা যায়। আত্মসন্মানজ্ঞান আৰু আত্মবিশ্বাস নথকা ডাক্তৰ বা ইঞ্জিনীয়াৰ এজনেহে নিজকে নিৰমুৱা বুলি দাবী কৰিব পাৰে।

ঘড়ীয়ে ন বজাৰ সংকেত দিয়াৰ লগে লগে বিপুল থিয় হল। এতিয়া মই উঠিলো— ২০-২৫ মাইল ধুমুহা বৰষুণৰ মাজেৰে গাড়ী চলাই যাব লাগিব। প্ৰয়োজন বোধ কৰিলে আকৌ মাতি পঠিয়াব। আটাইকে নমস্কাৰ কৰি বিপুলে ভাৱাক্ৰান্ত মন এটা লৈ বিদায় ল'লে। আকাশৰ ক'লা ডাৱৰৰ সমাবেশে বিপুলৰ মনৰ আকাশত আশাৰ ৰেঙণি উদ্ৰেক কৰাত অকণো সহায়

নকৰিলে। আজিৰ আলোচনাও অসমাপ্ত হৈ ৰ'ল। বিপুলৰ দুৰ্বাৰ গতি আৰু অতি দ্ৰুত চিন্তাধাৰাৰ লগত খোজ মিলাবলৈ কোনো নাছিল। মাথোন দীঘল হুমুনিয়াহ এটা কাঢ়ি মুখ্যমন্ত্ৰী হাজৰিকাই ক'লে— বিপুল গগৈ এটা সুপ্ত আগ্নেয়গিৰি। মানুহজনৰ ভিতৰত থকা সম্ভাৱনাবোৰ গঠনমুখী কামত লগাব পাৰিলে অসমৰ হিত হলহেঁতেন। কিন্তু মানুহজনে ধৰা দিব নোখোজে।

বেছ কিছুদিন পিছৰ কথা। ৰাজ্যিক চৰকাৰে ৰাজহুৱা খণ্ডত, নিজাববীয়াকৈ তেল শোধনাগাৰ আৰু গেছ প্ৰকল্প এটা স্থাপন কৰাৰ সিদ্ধান্ত লৈছে আৰু তাৰ বাবে নিগম এখন গঠন কৰিছে। বহুতো গুণাগঁথাৰ পিছত বিপুল গগৈক এই নিগমটোৰ চেয়াৰমেন তথা মেনেজিং ডিৰেক্টৰ হিচাপে নিযুক্তি দিলে। প্ৰথমতে চাকৰি কৰিবলৈ আপত্তি কৰিছিল যদিও বিপুলে শেহত অসমৰ বৃহত্তৰ স্বাৰ্থৰ কথা চিন্তা কৰি কিছুমান চৰ্তসাপেক্ষে পদবীটো গ্ৰহণ কৰিলে। পদবীটো চাকৰি হিচাপে নহৈ এটা এডভেঞ্চাৰ আৰু প্ৰত্যাহ্বান হিচাপেহে বিপুলে গ্ৰহণ কৰিলে আৰু প্ৰকল্পটোত উৎপাদন আৰম্ভ হলে বিপুলে এই দায়িত্বৰপৰা অব্যাহতি ল'ব বুলি চৰকাৰক আগধৰি সকীয়াই থলে। বিপুলৰ দৰে কৰ্মকুশল আৰু সফল যসস্বী উদ্যোগী এজনক প্ৰকল্পটোৰ মুৰব্বীৰ গুৰু দায়িত্ব দি মুখ্যমন্ত্ৰী আৰু উদ্যোগ মন্ত্ৰীয়ে স্বস্তিৰ নিশ্বাস পেলালে। কিন্তু বিধি বাম। বোলে মনত ভৱা কথা নহয় সিদ্ধি বাটত বহি আছে কণা বিধি!

আৰম্ভণিৰ পৰায়ে মুখ্য সচিব আৰু উদ্যোগ বিভাগৰ সচিব প্ৰমুখ্যে সচিবালয়ৰ বিষয়াৰ চক্ৰ এটাই বিপুলৰ বাবে বহুতো বাধাৰ সৃষ্টি কৰিবলৈ আৰম্ভ কৰিলে। এই চক্ৰটোৰ ইচ্ছা আছিল এই পদটোত আই এ এছ বিষয়া এজনক নিযুক্তি দিয়াৰ; কিন্তু অসমৰ ৰাজহুৱা খণ্ডৰ প্ৰতিষ্ঠানসমূহ চলোৱাৰ ক্ষেত্ৰত চৰকাৰী বিষয়াসকলৰ অভিলেখ মাথোন চৰম ব্যৰ্থতা আৰু কেলেং-

কাৰীহে অভিলেখ। সেয়েহে মুখ্যমন্ত্ৰীয়ে এই গুৰু দায়িত্ব বিপুল গগৈৰ হাততহে অৰ্পণ কৰিছিল। বিষয়াসকলৰ চক্ৰটোৱে হলে কথাটো সমূলি ভাল নাপালে। প্ৰকল্পটোৰ পৰিচালনা সমিতিখন গঠন কৰিবৰ সময়তে মতভেদ আৰম্ভ হ'ল। ফলত বিপুলে নিজৰ চিন্তা-চৰ্চা মতে প্ৰকল্পটো গঢ়ি তোলাত বাধাপ্ৰাপ্ত হ'বলৈ ধৰিলে। অৱশ্যে বিপুলো সহজে এৰি দিয়া ভকত নহয়। বোলে নমৰে মানে চাম, নুবুৰে মানে বাম। পিছে বিপুলৰো ধৈৰ্যৰ সীমা আছে। বিশেষকৈ যুক্তিৰ পৰিপন্থী ব্যৱস্থা ল'বলৈ বিপুল ৰাজী নহয়। যুক্তি মানিব নোখোজা মানুহৰ লগত বিপুলে কাম কৰিবলৈ খুব টান পায়। ভীষণ অৰিয়াঅৰি আৰম্ভ হ'ল বিপুল আৰু বিষয়াৰ চক্ৰটোৰ মাজত। এই চক্ৰটোৱে আৰু পৰিচালনা সমিতিৰ ডাইৰেক্টৰসকলে শোধনাগাৰ স্থাপন কৰা কথাটোক অগ্ৰাধিকাৰ দিব খোজে আৰু বিপুলে বহুমুখী গেছ প্ৰকল্পটোৰ কাম তত্তালিকে আৰম্ভ কৰিব খোজে। বিপুলৰ যুক্তি অকাট্য। বিপুলৰ বক্তব্য হ'ল যে মাটিৰ তলত থকা অশোধিত তেলখিনি ১০-২০ বছৰ পিছতো শোধন কৰা সম্ভৱ হব; কিন্তু নিতৌ পুৰি পেলাব ধৰা কোটি কোটি টকা মূল্যৰ গেছখিনি হ'লে পুনৰ ওভতাই পোৱা সম্ভৱ নহয়— এয়া অসমৰ অৰ্থনীতিৰ এটা পূৰাব নোৱাৰা ক্ষতি। গতিকে আগধৰি গেছ প্ৰকল্পটো সম্পূৰ্ণ কৰি তুলি এই অপচয় বন্ধ কৰিব লাগে। গেছ বিক্ৰী হ'লে লগে লগে হাতলৈ যথেষ্ট মূলধনো আহিব। কিন্তু কোনে কাৰ কথা শুনে? মুখ্য সচিবে চতুৰালি কৰি শোধনাগাৰ নিৰ্মাণক অগ্ৰাধিকাৰ দিব লাগে বুলি কেবিনেটত সিদ্ধান্ত গ্ৰহণ কৰিলে আৰু উক্ত মৰ্মে বিপুলৰ ওপৰত চৰকাৰী নিৰ্দেশ জাৰি কৰালে। আত্মাভিমানী বিপুল গগৈ মান্তি নহল আৰু কেবিনেটৰ পৰৱৰ্তী বৈঠকত নিজৰ দৃষ্টিভংগী আৰু বক্তব্য-খিনি নিয়াৰিকৈ দাঙি ধৰিলে। বিপুলৰ বক্তব্য শেষ হোৱাৰ আগেয়ে শক্তি বিভাগৰ মন্ত্ৰী হাতীকাকতিয়ে অতি কঠোৰতাৰে

বিপুলক সুধিলে :

আপুনি কেবিনেটৰ সিদ্ধান্তৰ ওপৰত প্ৰশ্ন তুলিবলৈ কোন? \ চৰকাৰৰ সিদ্ধান্ত মানিবলৈ আপুনি বাধ্য। মুখ্যমন্ত্ৰী খুব অস্বস্তি বোধ কৰিলে যদিও মনে মনে থাকিল। আনহাতে বিপুলৰ জিভাত যেন আজি কালিকাহে চৰিল। বিপুলৰ গম্ভীৰ কণ্ঠস্বৰে কোঠালিটো ৰজনজনাই তুলিলে : পাহৰি নাযাব একমাত্ৰ মুখ্যমন্ত্ৰীৰ অমায়িক ব্যৱহাৰ আৰু নিঃস্বাৰ্থ ঐকান্তিকতাৰ বাবেই মই আগবাঢি আহিছিলো; কিন্তু চৰকাৰৰ সিদ্ধান্ত ভুল হলে প্ৰশ্ন কৰাৰ অধিকাৰ প্ৰতিজন নাগৰিকৰেই আছে। ময়ো মূলতঃ এজন স্বাধীন নাগৰিকহে। অসমৰ হিত চিন্তা কৰাটো নতুবা দেশপ্ৰেম কাৰো একচেটিয়া অধিকাৰ নহয়। চৰকাৰৰ সিদ্ধান্তৰ ওপৰত প্ৰশ্ন কৰিব পৰা অধিকাৰটোৱেই হ'ল গণতন্ত্ৰ আৰু স্বৈৰতন্ত্ৰৰ মাজৰ প্ৰধান পাৰ্থক্য। কোটি কোটি টকাৰ বিনিময়তো মই এই অধিকাৰ ত্যাগ কৰিবলৈ ৰাজী নহয়। লগতে জানি থওক যে প্ৰশ্ন কৰাৰ অধিকাৰ লোপ পোৱাৰ লগে লগে মানৱ সভ্যতা স্থবিৰ হৈ পৰিব। মোৰ ইয়াতকৈ বেছি কবলগীয়া নাই। —নমস্কাৰ কৰি বিপুল কোঠালিটোৰ পৰা ওলাই গল। 'মানুহজন বৰ আঁকোৰগোজ, গুৰু গোঁসাই মানিব নোখোজে'— এটা তৃপ্তিৰ হাঁহি মাৰি মুখ্য সচিবে অভিযোগৰ সুৰত ক'লে।

কেইমিনিটমান পিছৰ কথা। মুখ্যমন্ত্ৰীৰ ব্যক্তিগত সচিব কেবিনেট কক্ষলৈ সোমাই আহি মুখ্যমন্ত্ৰীৰ হাতত চিঠি এখন দিলে। চিঠিখন পঢ়ি মুখ্যমন্ত্ৰী হতভম্ব হ'ল। কেবিনেট তথা মুখ্য সচিবলৈ চিঠিখন আগবঢ়াই দি কলে— আটাইকে পঢ়ি শুনাওক।

চিঠিখন আহিছে বিপুল গগৈৰ পৰা। মুখ্যমন্ত্ৰীক উদ্দেশ্য কৰি লিখিছে—

'পত্ৰে নমস্কাৰ লব। আপোনালোকৰেই অতি প্ৰিয় দাৰ্শনিক-সাহিত্যক হোমেন বৰগোহাঞিদেৱে এঠাইত লিখিছিল :

'...মানুহৰ এই চিৰন্তন প্ৰশ্নশীলতাই হ'ল মনুষ্যত্বৰ প্ৰধান লক্ষণ, প্ৰগতিৰ প্ৰধান সঁজুলি।... প্ৰশ্ন কৰাৰ নিঃচৰ্ত অধিকা-ৰেই হ'ল মানুহৰ প্ৰগতিৰ প্ৰথম আৰু প্ৰধান চৰ্ত। ....সভ্যতাৰ দ্ৰুত বিকাশ তেতিয়াই হয়, যেতিয়া মানুহে মুকলিভাবে সকলো বিষয়ে প্ৰশ্ন কৰিব পাৰে।' একেটা নিবন্ধতে তেখেতে সভ্যতাৰ সৰ্বশ্ৰেষ্ঠ গ্ৰন্থ গীতাৰ উৎপত্তিৰ মূল প্ৰশ্ন কৰাৰ অধিকাৰ বুলিহে প্ৰতিপন্ন কৰিছে। বৰগোহাঞিদেৱৰ মতৰ লগত মোৰ কিছুমান ক্ষেত্ৰত অমিল থাকিলেও এই ক্ষেত্ৰত মই একমত আৰু আপোনালোক নহয়। আপোনালোক প্ৰধানতঃ স্বৈৰতন্ত্ৰী। গণতন্ত্ৰৰ শ্লোগানহে দিয়ে মাথোন। যুক্তিৰ পথ আপোনালোকৰ অচিনাকি। মোৰ হাতেৰে অসমৰ অহিত বা অন্যায় হব—সেইটো অসম্ভৱ; লগতে এই কথাও মনত ৰাখিব এই অসমবিৰোধী ষড়যন্ত্ৰ মই সফল হবলৈ নিদিও, আৰু মনত ৰাখিব অসমৰ স্বাৰ্থৰ বাবে শ্বহীদ হোৱাটো অসমীয়া যুৱক-যুৱতীৰ স্বভাৱত পৰিণত হৈছে।

মোৰ এই চিঠিখনকেই তেল আৰু গেছ প্ৰকল্প নিগমৰ পৰা মই ততালিকে পদত্যাগ কৰাৰ পত্ৰ হিচাপে গণ্য কৰিলে বাধিত হম। ভগবানে আপোনালোকক সুমতি দিয়ক। ইতি, ভৱদীয় বিপুল গগৈ।'

চিঠিখন পঢ়ি শুনাই শেষ কৰে মানে গুৱাহাটী ৰেল ষ্টেচনৰ পৰা দীঘলীয়া উকি মাৰি নলবাৰী' অভিমুখী হোৱা ট্ৰেইনখনৰ কোঠালি এটাত মুখত পাইপটো লৈ হোমেন বৰগোহাঞিৰ 'আত্মানুসন্ধান' শীৰ্ষক কিতাপখন পঢ়াত চিৰ বিদ্ৰোহী বিপুল গগৈ নিমগ্ন হৈ পৰিল।

---

# ঘন বৰষুণ-পিছল মাটি

দুয়োৰো মাজৰ খকা-খুন্দাখন শেষ হ'ল যদিও জয়-পৰাজয় নিশ্চিত নহ'ল। নীৰৱ প্ৰতিবাদ সাব্যস্ত কৰিবলৈ মালতী বোহঘৰত সোমাল। অৰ্থাৎ, শোৱনি কোঠাত সোমাই বৰষুণে গচকি যোৱা সন্ধিয়াটো বেছি গোমোঠা কৰি তুলিলে।

ৰজত অৱশ্যে নিজৰ সিদ্ধান্তত অলৰ-অচৰ হৈ থাকিল। এতিয়াৰ পৰা কবুল বাছ বা বাইচাইকেলেৰে স্কুললৈ অহা-যোৱা কৰিব লাগিব। সি এতিয়া সৰু হৈ থকা নাই। অশান্তিৰ পৰিবেশটো এসময়ত যে শাম কাটিব সেই বিষয়ে ৰজত নিশ্চিত আছিল। সময় যোৱাৰ লগে লগে যিকোনো নতুন ব্যৱস্থা এটাৰ লগত অভ্যস্ত হৈ পৰাটো মানুহৰ স্বভাৱ বুলি ৰজতে জানে। এই অশান্তিৰ কাৰণটো বহলাই কোৱাৰ আৱশ্যক আছে।

কবুল, মালতী আৰু ৰজতৰ প্ৰথম সন্তান। একমাত্ৰ কন্যা সন্তান নিজৰাৰ বয়স মাত্ৰ এবছৰ। গতিকে এতিয়াও স্কুললৈ যোৱাৰ প্ৰশ্ন উঠা নাই। কবুলক প্ৰথম স্কুলত ভৰ্তি কৰি দিবৰ সময়তো যথেষ্ট বিতৰ্ক আৰু অশান্তিৰ সৃষ্টি হৈছিল। মালতীয়ে কবুলক ঘৰৰ ওচৰৰে ইংৰাজী মাধ্যমৰ মিছনেৰী স্কুল এখনত

ভৰ্তি কৰি দিবলৈ আগ্ৰহী আছিল। আনহাতে, ৰজত আছিল ইয়াৰ ঘোৰ বিৰোধী। ৰজতৰ বক্তব্য আছিল যে সৰ্বসাধাৰণৰ ল'ৰা-ছোৱালীৰ বাবে থকা ব্যৱস্থাৰ জৰিয়তে প্ৰাথমিক শিক্ষা গ্ৰহণ কৰিলেহে নিজৰ সমাজখনৰ লগত আত্মীয়তা গঢ়ি উঠে। লগতে, সমাজখনৰ স্বৰূপ বুজাও সহজ হয়। মালতীৰ মাক-দেউতাকো পিছে পচিমীয়া আৰ্হিৰ কোনো এখন কন্‌ভেণ্টতহে কবুলক ভৰ্তি কৰোৱাৰ পক্ষপাতী আছিল। মালতীৰ যুক্তি-তৰ্কবোৰে মাজে মাজে ৰজতক অতিষ্ঠ কৰি তুলিলেও সি নিজৰ সিদ্ধান্তৰ যথাৰ্থতা সম্বন্ধে কাহানিও সন্দিহান হোৱা নাছিল।

"চলিহাৰ তিনিওটা ল'ৰা-ছোৱালী ছিলঙৰ কন্‌ভেণ্টত পঢ়ে। অথচ, কবুল সিহঁতকৈ বহুতো বেছি বুধিয়ক। চাকৰিৰ ক্ষেত্ৰতো তুমি চলিহাতকৈ জ্যেষ্ঠ। খানাপাৰাৰ এই গাৱঁৰ স্কুলখনত কবুলক ক-খ পঢ়িবলৈ নাম লগাই দিলে মানুহে আমাক কি কব বাৰু?"— মালতীৰ অভিযোগে চূড়ান্ত পৰ্যায় পালে ৰজতে মাথোন মিচিকিয়া হাঁহি এটা মাৰি মিহি সুৰত উত্তৰ দিয়ে "চোৱা মালতী, এইবোৰ অৰ্থহীন মূল্যবোধ। আমি তিনি ভাই। আমাৰ এজনেও কন্‌ভেণ্টৰ দুৱাৰ-ডলি গচকি পোৱা নাই ; কিন্তু আমি তিনিও সদায়ে বিভিন্ন পৰীক্ষাত কৃতিত্ব অৰ্জন কৰিছো। আমাৰ এই কৃতকাৰ্যতাৰ গুৰিতে আছিল মা-দেউতাৰ শিকনি আৰু সামগ্ৰিক পৰিবেশটো। ইমান দিন ভাৰতবৰ্ষৰ বাহিৰত পঢ়া-শুনা কৰি আহিও আমি এজনো নিজৰ সমাজখনৰ পৰা আঁতৰি আহিবলগীয়া নহ'ল!" অফিচৰ পৰা আহি পোৱাৰ লগে লগে তৰ্কখন আৰম্ভ হ'ল বাবে ৰজতৰ মনটো সেমেকি পৰিল। মালতীয়ে আগবঢ়াই দিয়া চাহ কাপত দুটামান শোহা দি ৰজতে অৱজ্ঞাসূচক হাঁহি এটা মাৰিলে। কোনোবা নাটকৰ খলনায়কৰ ভূমিকা এটালৈ তাৰ মনত পৰি গ'ল। মালতীয়ে বুজিবলৈ চেষ্টা নকৰিব বুলি জানিও আকৌ ক'লে—

"মালা, চলিহাৰ কথা নকবা। তেওঁৰ বিষয়ে মানুহে কি কয় তুমিতো নাজানা। চাকৰিত কনিষ্ঠ হোৱা বাবে তেওঁ মোতকৈ অন্ততঃ ৪০০-৫০০ টকা কম দৰমহা পায়। ১৫০০-১৬০০ টকা দৰমহা পোৱা চাকৰিয়ালজনে তিনিওটা ল'ৰা-ছোৱালীক ছিলঙৰ কনভেণ্টত পঢ়ুৱাবলৈ প্ৰতি মাহে আন কমেও ১২০০ টকা খৰচ কৰিব লাগে। বাকী ৩০০-৪০০ টকাৰে গুৱাহাটীত পৰিয়াল এটা চলিব পাৰে জানো?" অলপ বৈ চাহৰ কাপত অন্তিম শোহাটো মাৰি ৰজতে ইতিকিঙৰ সুৰত আকৌ ক'লে—

"তদুপৰি চলিহাৰ গাৱঁৰ ঘৰৰ অৱস্থাও আমি নজনা নহয়।"

কোনো ওজৰ-আপত্তিলৈ কাণ নিদি ৰজতে কবুলক খানা-পাৰাৰ অসমীয়া মাধ্যমৰ নিম্ন প্ৰাথমিক বিদ্যালয়খনতে নাম লগাই দিলে। ঘৰৰ পৰা মাত্ৰ এককাৰ্লং দূৰৈত থকা বিখ্যাত মিছনেৰী স্কুলখনৰ 'মিচ্' কেইজনীৰ লগত মালতীৰ গঢ়ি উঠা ঘনিষ্ঠতাত ইমানতে যতি পৰিল। বাজ্যিক ভিত্তিত অনুষ্ঠিত হোৱা পৰীক্ষাত বৃত্তি লাভ কৰি কবুল চতুৰ্থ শ্ৰেণীলৈ উত্তীৰ্ণ হ'ল। এই বেলিও সকলো ওজৰ-আপত্তি উলাই কৰি কবুলক উজান বজাৰৰ অসমীয়া মাধ্যমৰ এম-ই স্কুলখনতহে ৰজতে নাম লগাই দিলে। সমস্যা হ'ল—ইমানদূৰ অকণমান ল'ৰাটোৱে অহা-যোৱা কৰাৰ। গতিকে সি নিজে নিজৰ দায়িত্ব লব পৰা নোহোৱালৈকে তাক নিজৰ গাড়ীৰে অনা-নিয়া কৰিবলৈ ৰজতে মনস্থ কৰিলে। মালতীৰ অন্ততঃ কিছু দুশ্চিন্তাৰ অন্ত পৰিল। নকলেও হব মাহেকীয়া পেট্ৰোলৰ বিলখনৰ কলেৱৰ বৃদ্ধি হ'ল। কাৰণ, কবুলক অনা-নিয়া কৰিবলৈ ৰজতে চৰকাৰী গাড়ী ব্যৱহাৰ কৰিবলৈ ৰাজী নহ'ল। এই অনাহক অপচয়ৰ অৰ্থ মালতীয়ে বুজি নাপালে। অৱশ্যে ভৱিষ্যতে কাহানিবা বুজিব বুলিও ৰজতে আশা কৰা নাছিল। তেনেই ওচৰৰে, কবলৈ গ'লে গাতে লাগি থকা, কৰীহঁতে দেখোন চৰকাৰী গাড়ীতে ল'ৰা-ছোৱালীহঁতক

স্কুলৰ পৰা অনা-নিয়া কৰে। আনকি, চলিহাই তিনিওটা ল'ৰা-ছোৱালীক ছিলঙৰ পৰা সময়ে সময়ে অনা-নিয়া কৰিবলৈ চৰকাৰী গাড়ীকে ব্যৱহাৰ কৰা মালতীয়ে যোৱা ২-৩ বছৰে দেখি আহিছে। ৰজতে বাৰে বাৰে অনা-উপাৰ্জিত সা-সুবিধাৰ পৰা দূৰৈত থাকিবলৈ কোৱা কথা আৰু আদৰ্শৰ বিষয়ে মালতীৰ সম্যক জ্ঞান আৰু মানসিক প্ৰস্তুতিৰ এটাও নাছিল। প্ৰকৃততে মালতীৰ সংসাৰখনৰ বা সমগ্ৰ জীৱনটোৰ সীমা আছিল দৈনন্দিন জীৱনৰ বাবে সহজলভ্য, আনকি দুৰ্লভ্য, সা-সুবিধা, নিজৰ সন্তানৰ বাবে এটা স্বচ্ছল, আধুনিক ব্যৱস্থা আৰু চমু ভাষাত, পচিমীয়া আহিৰে নিজকে, লগতে কবুল আৰু নিজৰাক, অনন্য কৰি আটায়েৰে চকুত চমক লগাই দিয়াৰ এটা দুৰন্ত অভিলাস। ৰজত আছিল বাস্তৱবাদী— লগতে নিজৰ দেশ আৰু সমাজৰ সাংস্কৃতিক ঐতিহ্য আৰু পৰম্পৰাৰ প্ৰতি দায়বদ্ধ আৰু অনুগত। এয়া দুটা প্ৰজন্মৰ মাজৰ যোগাযোগৰ অভাৱ নহয় – কাৰণ ৰজত আৰু মালতীৰ বয়সৰ ব্যৱধান মাত্ৰ তিনি বছৰ। এয়া হ'ল – ৰজতৰ স্বকীয় সাংস্কৃতিক ঐতিহ্য আৰু প্ৰমূল্যবোধৰ প্ৰতি থকা আনুগত্য আৰু দায়বদ্ধতা। আনহাতে, উক্ত ঐতিহ্য আৰু প্ৰমূল্যবোধ সম্পৰ্কে মালতীৰ সম্পূৰ্ণ অজ্ঞতা, অনীহা আৰু দায়ৱদ্ধতাহীন মানসিকতা।

ৰজতে সকলো বুজি পায়। সেয়েহে নিজকে যিমানদূৰ সম্ভৱ তৰ্ক-বিতৰ্কৰ পৰা আঁতৰত ৰাখে। তথাপিও যুগ্ম জীৱন এটাত সদায় নিৰ্লিপ্ত হৈ থকা সম্ভৱ নহয়। গতিকে কিছুমান বিষয়ত অনাৱশ্যকীয়ভাৱে তৰ্কত অৱতীৰ্ণ হ'লেও— ৰজতৰ লক্ষ্য স্থিৰ : কবুলক সমগ্ৰ ভাৰতবৰ্ষৰ অতীত, বৰ্তমান আৰু ভৱিষ্যতৰ সন্দৰ্ভতহে —শিক্ষিত আৰু প্ৰস্তুত কৰি তুলিব লাগিব, যাতে তাৰ নিজৰ দৰে এটা শকত দৰমহাৰ প্ৰলোভনত পৰি সিও চিৰদিনৰ বাবে নিজৰ বিবেক, স্বাধীন সত্তাটোক বন্ধক দিবলগীয়া নহয়।

জীৱনত নিজে যিবোৰ ভুল কৰিলে কবুলে সেই ভুলবোৰ কৰাটো ৰজতে নিবিচাৰে। সি যিবোৰ সুবিধা ছাত্ৰ জীৱনত নাপালে— কবুলে সেইবোৰ পোৱাটো ৰজতে বিচাৰে। যিবোৰ কিতাপ ৰজতে দেখাও নাছিল— কবুলে সেইবোৰ পঢ়াটো সি বিচাৰে।

পিছে, মালতীৰ দুশ্চিন্তাৰ শেষ নাই। অসমীয়া মাধ্যমৰ স্কুলত পঢ়ি কবুল যে 'স্মাৰ্ট' হ'ব নোৱাৰিব সেই বিষয়ে মালতীৰ কোনো সন্দেহ নাছিল। তাৰ বাবে মালতীৰ অনুশোচনাৰো শেষ নাছিল। বেচেৰা কবুলে অৱশ্যে এইবোৰ বাক-বিতণ্ডাৰ ভু নাপায়। এম-ই স্কুলখনৰ পৰাও কবুলে অতি সুখ্যাতিৰে বৃত্তি লাভ কৰি পৰীক্ষাত উত্তীৰ্ণ হ'ল। ঠিক এই সময়তে, ৰজত আৰু মালতীৰ মাজত নতুন অশান্তিৰ সৃষ্টি হ'ল।

ৰজতে বিচাৰিছিল কবুলক চৰকাৰী হাইস্কুলখনত ভৰ্তি কৰা-বলৈ। মালতীৰ আপত্তিৰ শেষ নাই। এইবাৰ পিছে মালতীৰ আপত্তিবোৰৰ মাজত ৰজতে যথেষ্ট যুক্তি বিচাৰি পালে। চৰকাৰী হাইস্কুলখনৰ শিক্ষাদানৰ মানদণ্ড যে নিম্নগামী সেই কথা মেট্ৰিক পৰীক্ষাৰ ফলাফলৰ পৰায়ে বুজা যায়। আনহাতে, তাত খেলা-ধূলাৰ সুযোগো নাই বুলি ক'লেও অত্যুক্তি কৰা নহয়। কবুলে ইতিমধ্যে অসমৰ ছাব-জুনিয়ৰ ক্ৰিকেট টীমৰ হৈ কেবাখনো আন্তঃ ৰাজ্যিক প্ৰতিযোগিতাত অংশ গ্ৰহণ কৰি কৃতিত্ব অৰ্জন কৰিছে। চহৰৰ কেবাজনো গণ্যমান্য ব্যক্তিয়েও কবুলৰ মাজত অসমৰ ক্ৰিকেট-ভৱিষ্যতৰ এক উজ্জ্বল সম্ভাৱনা দেখিবলৈ পাইছে। মিছনেৰী হাইস্কুলখনত ক্ৰিকেট প্ৰশিক্ষণৰ সুব্যৱস্থা থকাৰ উপৰিও মেট্ৰিক পৰীক্ষাত স্কুলখনে লাভ কৰা সাফল্য সমগ্ৰ অসমৰ ভিতৰতে অদ্বিতীয়। যুক্তিবোৰে ৰজতৰ মনত প্ৰভাৱ পেলালে। ফলত, কবুলক মিছনেৰী হাইস্কুলখনতে নাম লগাই দিয়া হ'ল। ঠিক ইয়াৰ পিছতে আৰম্ভ হ'ল বৰ্তমানৰ থকাখুন্দাখন— যাৰ আভাস আৰম্ভণিতে দি অহা হৈছে।

ৰজতে মালতী আৰু কবুলক কোনো লুক-ঢাক নোহোৱাকৈ জনাই দিলে যে কবুল এতিয়া ডাঙৰ হৈছে। এতিয়া আৰু তাক নিজৰ গাড়ীৰে অনা-নিয়াৰ প্ৰশ্ন নুঠে। সি নিজে নিজৰ দায়িত্ব ল'ব লাগিব। অৰ্থাৎ, সি বাছ বা চাইকেলেৰে অহা-যোৱা কৰিব লাগিব। আসন্ন, অভাৱনীয় স্বাধীনতাৰ প্ৰত্যাশাত কবুল বিভোৰ হ'ল, কিন্তু মালতী শঙ্কিত। ইমান জনবহুল পথেৰে কবুলে নিৰাপদভাবে অহা-যোৱা কৰিব পাৰিব জানো? মালতীৰ এই শংকাই হ'ল বৰ্তমানৰ খকাখুন্দাখনৰ ঘাই কাৰণ। ৰজতৰূপী অঁকৰাটো পিছে মৈত উঠিল। ৰজতৰ স্পষ্ট বক্তব্য হ'ল যে কবুল নিজৰ ভৱিত থিয় দিব লাগিব— মাকৰ আলাসৰ লাড়ু হৈ থাকিলে সি আজিৰ তীব্ৰ প্ৰতিযোগিতাৰ জগতখনত অচল টকা হৈ পৰিব। মালতীয়ে পিছে বুজি নাপালে আৰু তাইৰ স্বতঃস্ফূৰ্ত অভিব্যক্তি হ'ল—

"তুমি সঁচাকৈয়ে নিষ্ঠুৰ। নিজৰ সন্তানৰ দুখ আৰু বিপদৰ সম্ভাৱনাৰ প্ৰতি তুমি অকণো সজাগ নহয়।" —তাৰ স্বভাৱ-সুলভ ইতিকিংসূচক মিচিকিয়া হাঁহিটোৰে ৰজতে মাথোন চমু উত্তৰ দিয়ে—

"এৰা, কবুল অকল তোমাৰহে সন্তান।" মালতীৰ ঘনে-ঘনে ফুলি উঠা নাকটোৰ সঙ্গী হয় নীৰৱ চকুলোৰ অবিৰত ধাৰা; কিন্তু ৰজত নিৰ্বিকাৰ। প্ৰথম সপ্তাহটো ভীষণ উদ্বিগ্নতাৰ মাজেৰে কটোৱাৰ পিছত পৰিস্থিতিটো মালতীৰ বাবে লাহে লাহে সহজ হৈ আহিল। লগতে কবুলৰ ক্ৰমবৰ্দ্ধমান আত্মবিশ্বাস আৰু দায়িত্বশীল আচৰণেও মালতী আশ্বস্ত হোৱাত সহায় কৰিলে। প্ৰথম দুবছৰ খুব ভালকৈ অতিবাহিত হ'ল। স্কুলৰ পৰীক্ষাবোৰতো কবুলে নিজৰ সুনাম অক্ষুণ্ণ ৰাখিলে। লগতে ক্ৰিকেট খেলৰ ওপৰত কবুলে আহৰণ কৰা দক্ষতা আৰু কৌশলেও ৰাজ্যিক নিৰ্বাচক মণ্ডলীৰ দৃষ্টি আকৰ্ষণ কৰিলে।

পিছে, লেঠা লাগিল তৃতীয় বছৰৰ পৰাহে; অৰ্থাৎ কবুল ক্লাছ নাইনলৈ উন্নীত হোৱাৰ পিছৰ পৰা।

প্ৰথমতে, কবুলৰ স্কুলৰ পৰা উভতি অহা পলম হ'বলৈ ধৰিলে; মাজে সময় আনকি সন্ধিয়া উত্তীৰ্ণ হৈ যোৱাৰ পিছতহে কবুল ঘৰলৈ উভতি আহে। তাৰ আচৰণৰো পৰিৱৰ্তন পৰিলক্ষিত হ'ল। দেউতাক ৰজত চৰকাৰী কামৰ হেঁচাত ব্যস্ত আৰু ভ্ৰমণৰত হৈ থাকিবলগীয়া পৰিস্থিতিটোৰ সি সাৰকৈয়ে সুযোগ ল'বলৈ ধৰিলে। কবুলৰ পৰিৱৰ্তন লক্ষ্য কৰি ৰজতে দুই-এবাৰ তাক প্ৰশ্ন কৰিছিল। শান্ত-শিষ্ট স্বভাৱৰ বাবে সকলোৱে প্ৰশংসা কৰা কবুলে আনকি দেউতাকৰ মুখে-মুখে উত্তৰ দিবলৈও কুণ্ঠাবোধ নকৰিলে। ৰজত ব্যথিত আৰু শঙ্কিত হ'ল। মালতীয়ে অৱশ্যে কবুলৰ কোনো দোষেই নেদেখে।

পৰিস্থিতিয়ে লাহে লাহে চৰম ৰূপ ধাৰণ কৰিলে। ৰজত-মালতীৰ মূলতঃ সুখী পৰিয়ালটোলৈ অনিশ্চয়তা আৰু কোনো এক শঙ্কাৰ ডাৱৰ নামি আহিল। ছাত্ৰ-নেতাসকলে আন্দোলন-মুখৰ কৰি ৰখা পৰিবেশটোৱে ৰজতৰ উৎকণ্ঠা নিবাৰণত অকণো সহায় নকৰিলে। আন্দোলনমুখৰ পৰিবেশটোৱে ইতিমধ্যে ঠায়ে ঠায়ে হিংসাত্মক ৰূপ ধাৰণ কৰা কথাও ৰজতৰ দৃষ্টিগোচৰ হ'ল। মহা চিন্তাত পৰিল কবুলৰ বাবে। মাজনৈত নাও সলনি কৰা সম্ভৱ নহয় বুলি ৰজতে ভালদৰে জানিছিল। মালতীৰ কথা শুনি কবুলক ছিলঙলৈ পঢ়িবলৈ নপঠোৱাৰ বাবে ৰজতৰ অনুশোচনা আৰম্ভ হ'ল। এইদৰে গুণাগঁথা কৰি থকা অৱস্থাতে হঠাতে দেওবাৰ এটাৰ ৰাতিপুৱা কবুলৰ হাইস্কুলৰ হেড্‌মাষ্টৰগৰাকী ওলালহি। হেড্‌মাষ্টৰ কাদাৰ বেবেৰিও এগৰাকী প্ৰখ্যাত শিক্ষাবিদ আৰু তেখেতে স্কুলখনত প্ৰবৰ্তন কৰা অনুশাসন এক প্ৰবাদত পৰিণত হৈছে। কাদাৰ বেবেৰিওৰ লগত ৰজতৰ বহু-দিনৰ চিনাকি। তেখেতক সম্ভাষণ জনাই আথেবেথে বহিবলৈ

দিলে।

"বহুদিনৰ পিছত আপোনাৰ লগত দেখা হ'ল। চাহ একাপ-খাবলৈ নিশ্চয় কোনো আপত্তি নাই।" ফাদাৰৰ উত্তৰলৈ অপেক্ষা নকৰি ৰজত ভিতৰলৈ উঠি গৈ চাহ দিবলৈ নিৰ্দেশ দি আহিল। ৰজত ওচৰৰ চকীখনত বহাৰ লগে লগে ফাদাৰ ৰেবেৰিওই নিজৰ গম্ভীৰ মুখখন বেছি গম্ভীৰ কৰি ক'লে—

"মই বিশেষ কথা এটাৰ বাবে আহিলো।" ফাদাৰৰ কথা শুনি ৰজতে ফাদাৰৰ চকুলৈ অপলক দৃষ্টিৰে চাই থাকিল। সেই দৃষ্টিত পিতৃহৃদয়ৰ আটাইবোৰ উৎকণ্ঠা আৰু শঙ্কা প্ৰতিফলিত হোৱা দেখি ফাদাৰে এইবাৰ কোমল সুৰত ক'লে—

"আপুনি অধৈৰ্য নহ'ব। মই পৰামৰ্শ এটাৰ বাবেহে আহিছো।" ৰজতৰ উৎকণ্ঠা বৃদ্ধি পালে। অলপ বৈ ফাদাৰে আৰম্ভ কৰিলে—

"ৰুবুলৰ বাবে মোৰ খুব চিন্তা হৈছে। যোৱা বছৰেকীয়া পৰীক্ষাটোলৈ সি কোনো এটা বিষয়তে ৮৫ শতাংশতকৈ কম নম্বৰ পোৱা নাছিল। এতিয়া সি সঙ্গদোষত পৰি পঢ়াশুনাত মন নিদিয়া হ'ল। এই বছৰ তাৰ তিনিমহীয়া আৰু ছয়মহীয়া পৰীক্ষাটোত কোনোমতে দ্বিতীয় বিভাগৰ নম্বৰ পাইছিল আৰু কিছুদিন আগতে হৈ যোৱা ছয়মহীযা পৰীক্ষাটোত সংস্কৃত আৰু অঙ্কত ফেল কৰিছে। অৱশ্যে ইংৰাজীত এতিয়াও ভাল নম্বৰ পাই আছে। এয়া চাওক তাৰ দুয়োটা পৰীক্ষাৰ মাৰ্কশ্বিট।"

মাৰ্কশ্বিট দুখন চাই ৰজত হতভম্ব হ'ল। ইতিমধ্যে ঘৰত কামকৰা ছোৱালীজনীয়ে চাহ-জলপান দি গৈছে। ফাদাৰক চাহ খাবলৈ অনুৰোধ জনাই ৰজতে ক'লে "—কথা ইমানদূৰলৈ আগবাঢ়িছে বুলি মই গমেই পোৱা নাছিলো।"

"ময়ো আচৰিত হৈছো যে দুটাকৈ পৰীক্ষাৰ নম্বৰ দেখাৰ পিছতো আপুনি মনে মনে থাকিল কিয়। প্ৰকৃততে, আপুনি

এবাৰ আহি মোক লগ ধৰিব বুলি আশা কৰি আছিলো। আপুনি নাহিল বাবেহে আজি মই নিজেই আহিবলৈ বাধ্য হলো।" কাদাৰৰ মুখৰ কথা কাঢ়ি লৈ ৰজতে ক'লে—

"সেয়েহে মোক যোৱা ছুটা পৰীক্ষাৰ মাৰ্কশ্বিট দেখুওৱা নাই।" ৰজতৰ কথাত উৎসাহিত হৈ কাদাৰে পুনৰ ক'লে—

"অকল তিমানেই নহয়। কবুল এতিয়া ছাত্ৰনেতা হৈছে। আমাৰ স্কুলত সম্প্ৰতি স্কুল কৰ্তৃপক্ষৰ বিৰুদ্ধে আৰম্ভ কৰা আন্দোলনটোৰ সিও এজন নেতা। চাওক মিঃ ডেকা, ভালকৈ পঢ়িলে মেট্ৰিক পৰীক্ষাত প্ৰথম স্থান পোৱাৰ সম্ভাৱনা কবুলৰ আছিল। সঙ্গদোষৰ বাবেই তাৰ আজি পদস্খলন হৈছে। আপুনি বুজাই ক'লে হয়তো সি এতিয়াও বুজিব। মাথোন আপোনাক আগধৰি ক'বলৈ আহিলো যে মই স্কুলৰ অনুশাসন ভঙ্গ কৰাটো কোনোমতেই সহ্য নকৰিম।" এক কথাত ক'বলৈ গ'লে কাদাৰে এটা ভয়াবহ ভৱিষ্যতৰ ইঙ্গিত দি সাৱধানবাণী শুনাই গ'ল।

ৰাতি আঠমান বজাত কবুল ঘৰ সোমোৱাৰ লগে লগে ৰজত তাৰ কোঠালিত উপস্থিত হ'ল। পোনে পোনে কবুলক সুধিলে—

"কাদাৰৰ পুৰা এইবোৰ কি শুনিছো? যোৱা পৰীক্ষা ছুটাৰ নম্বৰ মোক কিয় দেখুওৱা নাই?"

দেউতাকৰ কথা শুনি কবুল জ্বলিপকি উঠিল আৰু প্ৰত্যাহ্বানৰ সুৰত ক'লে—

"নম্বৰ মাক দেখুৱাইছো। তদুপৰি স্কুলত কাদাৰৰ হিটলাৰী পদ্ধতি চলিবলৈ আমি দিব নোৱাৰো। স্কুলত আমাক সৰস্বতী পূজা পাতিবলৈ অনুমতি নিদিলে আমাৰ আন্দোলন অব্যাহত থাকিব। আমি আমাৰ অধিকাৰ বিসৰ্জন দি পঢ়াশুনা কৰিব নোৱাৰো।"

খিতপিলিঙাটোৰ উত্তৰ শুনি ৰজত হতবাক হ'ল। তৰ্ক কৰা

বৃথা বুলি জানি ৰুমটোৰ পৰা লাহে লাহে ওলাই আহিল। সমস্যা সমাধানৰ চিন্তাত ৰজত মগ্ন হ'ল। মালতীৰ লগত আলোচনা কৰি কোনো লাভ নহ'ব বুলি সি আগতে গম পাইছিল। মনত তাৰ এটা ধুমুহাৰ সৃষ্টি হ'ল। এনেদৰে কেইটামান দিন পাৰ হৈ যোৱাৰ পিছত এদিন ৰজতৰ বন্ধু, ৰাজ্যৰ গৃহমন্ত্ৰী তালুকদাৰেও ৰজতক ক'লে যে কবুলৰ দলটোৰ আতিশয্যবোৰ ইতিমধ্যে চৰকাৰৰ দৃষ্টিগোচৰ হৈছে। তাৰ কাৰ্যকলাপবোৰ নিয়ন্ত্ৰণ নকৰিলে আইন-শৃঙ্খলাৰ স্বাৰ্থত তাৰ বিৰুদ্ধে ব্যৱস্থা লবলগীয়া হ'ব পাৰে বুলিও গৃহমন্ত্ৰীয়ে ৰজতক সাৱধানবাণী শুনালে। ৰজতৰ মূৰত যেন সৰগ ভাগি পৰিল। ভাৰাক্ৰান্ত মন এটা লৈ ঘৰ সোমোৱাৰ লগে লগে ৰজত আন এটা নাটকীয় পৰিস্থিতিৰ সন্মুখীন হ'ল।

ঘৰত হুৰাদুৱা লাগিছে। দুটা পৰস্পৰবিৰোধী ছাত্ৰৰ দলৰ মাজত হোৱা ভয়ানক সংঘৰ্ষৰ ফলত কবুল গুৰুতৰভাৱে আহত হৈছে। হাত-ভৰি, কপালত তেজৰ দাগ লাগি থকা বেণ্ডেজবোৰৰ পৰা ৰজতে সংঘৰ্ষৰ স্বৰূপ বুজাত অসুবিধা নহ'ল। ৰজত মালতীৰ ওপৰত ভীষণ ক্ৰোধান্বিত হ'ল আৰু মালতীয়ে এই পৰিস্থিতিৰ বাবে ৰজতক দায়ী কৰিলে। ৰাতিপুৱা ফাদাৰ বেবেৰিও আহি হাজিৰ হ'ল। ফাদাৰ আৰু ৰজতে কবুলক বহুত বুজালে। কবুলৰ মাথোন এটা দাবী: স্কুলত সৰস্বতী পূজা কৰিবলৈ দিব লাগিব। অন্যথায় পৰিস্থিতিয়ে আৰু বেছি বেয়া ৰূপ ল'ব পাৰে বুলিহে ক'লে। দুয়ো কবুলৰ কমৰ পৰা ওলাই আহিল।

এইবাৰ আৰম্ভ হ'ল ৰজত আৰু বেবেৰিওৰ মাজত ভীষণ বিতৰ্ক।

"আপোনালোকৰ নিজৰ ধৰ্মীয় অনুষ্ঠানবোৰ স্কুলত যিহেতু পালন কৰিবলৈ দিয়া হয়— তেনেক্ষেত্ৰত সৰস্বতী পূজা পাতিবলৈ

নিদিয়াৰ যুক্তি ক'ত ? ল'ৰাবোৰে যুক্তি নামানে কাৰণে আপুনিও নামানিব নে ? পৰিস্থিতি আৰু বেছি বেয়া হ'বলৈ এৰি নিদিব, ককাদাৰ। আপুনি অনুমতি দিয়ক, মই কবুলক এতিয়াৰ পৰা কঠোৰ হাতেৰে শাসন কৰিম।"— ৰজতৰ কথা শুনি ককাদাৰ বেবেৰিও অলপ সময় নিতাল মাৰি থাকিল। লাহে লাহে সকীয়নিৰ সুৰত ক'লে—

"—পূজা কৰিবলৈ অনুমতি দিলেও পিছে পথভ্ৰষ্ট কবুলক আপুনি উভতাই আনিব নোৱাৰিব। ইয়াৰ ফল অতি বিষময় হ'ব, মিঃ ডেকা।"— ককাদাৰ লাহে লাহে ওলাই গ'ল।

এদিন সকলোকে আচৰিত কৰি ককাদাৰে কিছুমান চৰ্ত সাপেক্ষে গোঁৰো-গোঁথোকৈ হ'লেও সৰস্বতী পূজা পাতিবলৈ অনুমতি দিলে। উত্তেজনাৰ শাম কাটিল।

ৰজত এইবেলি কঠোৰ হ'ল। কবুলৰ নেতাগিৰিৰ ধুমধুমনি কিছু হ্ৰাস পালে। পিছে, আন এটা নতুন পৰিস্থিতিৰ বাবেহে ৰজতৰ মন আকৌ অশান্ত হ'ল। ঘৰৰ বাহিৰত নেতাগিৰি কৰি ঘূৰি ফুৰা হ্ৰাস পালে যদিও কবুলৰ নতুন বেমাৰে উক দিলে। এগাল বন্ধু-বান্ধৱক লৈ আজৰি সময়ত আৰু বন্ধৰ দিনত নজৰ কমৰ ভিতৰতে আড্ডা মাৰি সময়বোৰ অপব্যয় কৰিবলৈ ধৰিলে কবুলে। অন্ততঃ এটা 'কম বেয়া' স্বভাৱ বুলি ৰজতে ধৈৰ্য ধৰিলে। অৱশ্যে ভৱিষ্যৎ কৰণীয় ঠিক কৰি পেলালে। কোনোমতে কবুলে এতিয়া মেট্ৰিকটো পাছ কৰিলে হয়।

ৰজতৰ অন্তৰঙ্গ বন্ধু অধ্যাপক গিৰীশ তিৱাৰী। তিৱাৰী দিল্লী বিশ্ববিদ্যালয়ৰ এজন লেখত লবলগীয়া প্ৰভাৱশালী অধ্যাপক। কবুলৰ সম্পৰ্কে বিতং জনাই— সমগ্ৰ পৰিস্থিতিটো বুজাই দি ৰজতে তিৱাৰীলৈ এখন চিঠি লিখিলে। অসহায় পিতৃ হৃদয়ৰ কাতৰ বিননিলৈ তিৱাৰীয়ে সঁহাৰি জনাই লিখিলে যে এতিয়াও সময় আছে। ৰজত হতাশ হ'ব নালাগে। মাথোন মেট্ৰিক পাছ

কৰাৰ লগে লগে কবুলক দিল্লীলৈ পঠাই দিবলৈ পৰামৰ্শ দিলে। ৰজতে এটা স্বস্তিৰ নিশ্বাস পেলালে। আন নহ'লেও, সন্ত্ৰাস-বাদৰ মোহত যাতে কবুল বন্দী হৈ নপৰে তাৰ বাবে ৰজতৰ দুশ্চিন্তাৰ অন্ত নোহোৱা হৈছিল। আনহাতে, চৰকাৰৰ নিৰ্মম নিষ্পেষণ আৰু বাস্তৱ পৰিস্থিতিৰ সন্মুখীন হ'বলৈ প্ৰকাশ কৰা অনীহাই ৰজতৰ দৰে বহুতো অভিভাৱকক চিন্তান্বিত কৰি তুলিছিল। প্ৰতিভাশালী বহুতো ছাত্ৰ-ছাত্ৰীয়েই অসমৰ বাহিৰলৈ কলেজ-বিশ্ববিদ্যালয়ৰ শিক্ষা ল'বলৈ ইতিমধ্যে ঢাপলি মেলিছিল। দেশৰ মাটিৰ লগত কোনো সম্পৰ্ক নথকা বিদেশী মতাদৰ্শক সাবটি লোৱা সন্ত্ৰাসবাদীজাকক উচটাই জোল খোৱা পেশাদাৰী ৰাজনীতিকৰো অভাৱ নাছিল। ৰজতৰ দিনে-নিশাই দুশ্চিন্তা হ'ল যাতে কবুল এই পেশাদাৰী ৰাজনীতিকসকলৰ পাশাখেলৰ পণ নহয়। এই ভয়াবহ সম্ভাৱনাৰ পৰিৱৰ্তে কবুলে নিজৰ কোঠালিতে আড্ডা মাৰি সময়বোৰ কটালে বৰঞ্চ ৰজত অন্ততঃ সাময়িকভাৱে হলেও আশ্বস্ত হ'ব। ৰজতে এই শঙ্কা, এই উদ্বিগ্নতা প্ৰকাশ নকৰিলেও— অসমৰ আকাশে-বতাহে যেন ইয়াৰ প্ৰতি-ফলন হ'বলৈ ধৰিলে। ধনী-দুখীয়া আটাইবোৰ অভিভাৱক এক অনিশ্চিত ভৱিষ্যতৰ আশঙ্কাত ত্ৰস্তমান হ'ল। ৰজতে ক্ষণ গণিবলৈ ধৰিলে— কেতিয়ানো কবুলে মেট্ৰিক পাছ কৰে। এতিয়া আৰু মেট্ৰিক পৰীক্ষাত ভাল বা বেয়া কৰাৰ প্ৰশ্ন নাই ; মাথোন দেওনাখন পাৰ হ'ব লাগে আৰু এই আত্মক্ষয়ী পৰিবেশটোৰ পৰা কবুলক উদ্ধাৰ কৰিব লাগে।

এসময়ত কবুলে মেট্ৰিক পাছ কৰিলে— দ্বিতীয় বিভাগত। যি কবুলে মেট্ৰিক পৰীক্ষাত শীৰ্ষস্থান অধিকাৰ কৰাৰ সপোন দেখিছিল কাদাৰ বেবেৰিওই এদিন, সেই কবুলে প্ৰথম বিভাগ পৰ্যন্ত নোপোৱা বাবে ৰজত অকণো আচৰিত নহ'ল। মাকৰ কোনো ওজৰ-আপত্তি নুশুনি ৰজতে কবুলক দিল্লীলৈ পঠাই

দিলে। কবুলক অকলে দিল্লীলৈ যাবলৈ দিয়াত মাকে খুব আপত্তি কৰি কৈছিল "—অন্ততঃ প্ৰথমবাৰ তুমি নিজে গৈ তাৰ নামটো লগাই দি অহা। সি তাত কাকো চিনি নাপায়— আচহুৱা ঠাইলৈ গৈ সি হায়ৰাণ হ'ব।"

পিছে ৰজত নিৰ্বিকাৰ। ৰজতৰ সেই একেটা কথা— "সি এতিয়া সৰু হৈ থকা নাই। নিজে নিজৰ ভাল-বেয়া চম্ভালিবলৈ সি শিকিব লাগিব। তাক কোলাৰ কেঁচুৱা কৰি আবদ্ধ কৰি ৰখা দিন উকলিল। যদি ধ্বংসৰ পথকে আকৌ বাছি লয়— তেনেহলে অন্ততঃ মোৰ চকুৰ আঁৰত সেই ধ্বংস-যজ্ঞ পাতক।"

নিজৰ কোঠালিৰ পৰা দেউতাকৰ মন্তব্য শুনি কবুল চমক খাই উঠিল— সি এটা প্ৰচণ্ড মানসিক জোকাৰণি অনুভৱ কৰিলে। তাৰ যেন সমগ্ৰ সত্তা হঠাতে সলনি হৈ গ'ল। মনে মনে দৃঢ়প্ৰতিজ্ঞ হ'ল যে তাৰ হাইস্কুলীয়া জীৱনৰ কদৰ্য অতীতটোক মোহাৰি পেলাব— সেয়া সঁচাকৈয়ে অতীত হৈ যাব আৰু দিল্লীৰ নতুন পৰিবেশত সি নতুনকৈ তাৰ ছাত্ৰ জীৱনৰ পাতনি মেলিব।

যাবৰ সময়ত মাথোন দেউতাকে তাক অধ্যাপক তিৱাৰীৰ ঠিকনাটো দি ক'লে—

"যিকোনো এখন ভাল কলেজত ভৰ্তি হ'বৰ বাবে অধ্যাপক তিৱাৰীয়ে তোক সহায় কৰি দিব। তিৱাৰীয়ে তোৰ স্থানীয় অভিভাৱক হ'ব ; কিন্তু তালৈ গৈ আকৌ লেতেৰা ৰাজনীতিত লিপ্ত হ'লে, তিৱাৰীয়ে তোক ঘৰলৈ উভতাই পঠাবলৈ কুণ্ঠাবোধ নকৰিব। এতিয়াৰ পৰা তই নিজৰ ভাগ্য নিজে নিৰূপণ কৰিবি।

দেউতাকৰ কথা শুনি কবুলৰ মনত প্ৰচণ্ড অভিমানৰ সৃষ্টি হৈছিল যদিও, সমগ্ৰ পথছোৱাতে ট্ৰেইনৰ দ্বিতীয় শ্ৰেণীৰ কোঠাটোৰ পৰা শুনিবলৈ পোৱা আটাইবোৰ বিভিন্ন শব্দ আৰু কোলাহলে যেন বাৰে বাৰে দেউতাকৰ সকীয়নিবোৰহে প্ৰতিধ্বনিত কৰিছিল।

দিল্লী জংছন ষ্টেচনত নমাৰ লগে লগে তাৰ মনত এক অভূতপূৰ্ব দায়িত্ববোধৰ সৃষ্টি হ'ল— মনতে বহুতো কিবাকিবি প্ৰতিজ্ঞা কৰি পেলালে। দেউতাকে অৱশ্যে ইতিমধ্যে অধ্যাপক তিৱাৰীলৈ আগধৰি চিঠি দিছিল।

অধ্যাপক তিৱাৰীৰ চেষ্টাৰ ফলত, প্ৰথম বিভাগ নোপোৱা সত্বেও কবুলে ভাল কলেজ এখনত নাম লগাব পাৰিলে। সকলোৱে নিজৰ নিজৰ অধ্যয়ন লৈ ব্যস্ত। আন এটা কথাতহে কবুল আটাইতকৈ বেছি আচৰিত হ'ল : ইয়াত সৰহভাগ ছাত্ৰ-ছাত্ৰীৰে জীৱনৰ নিৰ্দিষ্ট লক্ষ্য আছে, সময়ৰ ৰোঁৱতী সোঁতত অনিশ্চিতভাৱে ভাহি যাবলৈ কোনো ৰাজী নহয। ইযাত আড্ডা মাৰি সময় কটাবলৈ আহৰি নাই। কলেজৰ ক্লাছ শেষ হোৱাৰ লগে লগে আটাযে ঢাপলি মেলে লাইব্ৰেৰীলৈ। আজৰি সময়তো কোনে কি নতুন কিতাপ পঢ়িলে ইত্যাদি কথাক কেন্দ্ৰ কৰিয়ে আলোচনাবোৰ মুখৰ হৈ উঠে। নতুনকৈ ওলোৱা কিতাপ এখন কোনে প্ৰথমতে পঢ়িব পাৰে তাকে লৈ যেন এক প্ৰচণ্ড অঘোষিত প্ৰতিযোগিতা চলে। আন এচাম আকৌ নিজকে বিভিন্ন সৰ্বভাৰতীয প্ৰতিযোগিতাসমূহৰ বাবে প্ৰস্তুত কৰাত ব্যস্ত। অপব্যয় কৰিবলৈ কাৰো হাতত সময় নাই। কলেজৰ তথাকথিত 'দাদা'সকল ইয়াতো আছে; কিন্তু সিহঁতক ইয়াত ছাত্ৰসমাজৰ আৱৰ্জনা বুলিহে গণ্য কৰা হয়। স্বাভাৱিকতে কবুলে নিজৰ মাজত এটা প্ৰচণ্ড জোকাৰণি অনুভৱ কৰিলে।

দুবছৰ পিছত চূড়ান্ত পৰীক্ষাত যেতিয়া সি অষ্টম স্থান অধিকাৰ কৰি কৃতিত্বৰে উত্তীৰ্ণ হ'ল, তেতিয়া ৰজতে মাথোন তাক ক'লে—

"এয়া মাথোন আৰম্ভণিহে। ইয়াতকৈও ভাল কৰিব লাগিব। আনন্দত অধীৰ হ'বলগীয়া একো হোৱা নাই। আন সাতজনে তোতকৈও উচ্চস্থান অধিকাৰ কৰিছে। পৰীক্ষাত কৃতিত্বৰে উত্তীৰ্ণ

হোৱাটো জীৱনৰ সাফল্যৰ একমাত্ৰ মানদণ্ড নহয়।" ৰজতৰ এই কঠোৰ মন্তব্য শুনি মালতীয়ে ভীষণ আঘাত পালেও কবুলে পৰিৱৰ্তিত পৰিস্থিতিত দেউতাকৰ মন্তব্যযাবৰ মৰ্মাৰ্থ বুজি পালে।

দুবছৰ পিছত কবুলে যেতিয়া বি-এ পৰীক্ষাত প্ৰথম শ্ৰেণীত প্ৰথম স্থান লাভ কৰি কেবাটাও বিষয়ত বিশ্ববিদ্যালয়ৰ অভিলেখ ভঙ্গ কৰিলে, তেতিয়াহে ৰজতে মৰমসনা মাতেৰে কবুলক ক'লে—

"কবুল, আজি সমগ্ৰ পৃথিৱীৰ দুৱাৰ তোৰ বাবে খোল খাইছে। এতিয়া কি পঢ়িবি. ভৱিষ্যতে কি কৰিবলৈ বিচাৰিছ— নিজেই ঠিক কৰি ল'ব লাগিব। মাৰৰ কথা শুনি গুৱাহাটীত সোমাই থাকিলে সময়ৰ আৱৰ্জনা হৈ ক'ৰবালৈ উটি-ভাহি গৈ নিশ্চিহ্ন হৈ গ'লিহেঁতেন।" মালতীয়ে চাহ-জলপান লৈ সোমাই অহা দেখি কবুলে আবেগজড়িত সুৰত ক'লে—

"সঁচাকৈয়ে মা, উৎকৃষ্ট শিক্ষালাভ আৰু শিক্ষাদানৰ বাবে এটা সুস্থ পৰিবেশ লাগে। দেউতাই ঠিকেই কৈছিল; কিন্তু ইয়াৰ পৰিবেশে মোক সেই কথা বুজিবলৈ দিয়া নাছিল। আটাইতকৈ ডাঙৰ কথা মা, দিল্লীত আমাৰ অধ্যাপকসকলে আমাৰ পঢ়াশুনাৰ বাবে ব্যক্তিগতভাৱে নজৰ ৰাখে। কিবা বিষয় অসুবিধা পোৱা যেন অনুমান কৰিলে, অতিৰিক্ত সময় খৰচ কৰি হ'লেও আমাক বিষয়টো বুজিবলৈ সহায় কৰে। আনকি নিৰ্দিষ্ট বিষয়ৰ ওপৰত কিতাপবোৰ নিৰ্বাচন কৰাৰ ক্ষেত্ৰতো আমাক সহায় কৰে। তাৰ পৰিবেশেই বেলেগ মা। দুষ্ট ল'ৰাবোৰৰ সমাজখনক আটায়ে হেয়জ্ঞান কৰে। অধ্যাপকসকলৰ অনুপ্ৰেৰণা আৰু তেখেতসকলে সময়ে সময়ে দিয়া দিহা-পৰামৰ্শই মোৰ দৰে বহুতৰে কৃতকাৰ্যতাৰ চাবিকাঠি।"

কবুলৰ কথা ৰজতে তন্ময় হৈ শুনি আছিল। কিবা এক অজানিত শিহৰণে ৰজতৰ গা-মন পুলকিত কৰি তুলিছিল।

হঠাতে কবুলৰ বক্তব্যত বাধা দি লগুৱাটোৱে আহি টেলিগ্ৰাম এখন ৰজতৰ হাতত দিলে। ৰজতে টেলিগ্ৰামখন পঢ়ি মিচিকিয়া হাঁহি মাৰি ক'লে—

"আন্তঃ বিশ্ববিদ্যালয় ৰোহিন্টন বেৰিয়া ক্ৰিকেট প্ৰতিযোগিতাৰ বাবে তোক দিল্লী বিশ্ববিদ্যালয়ৰ অধিনায়ক নিযুক্ত কৰিছে আৰু তোক ততালিকে বিশ্ববিদ্যালয় কৰ্তৃপক্ষই মাতি পঠাইছে। টেলিগ্ৰামখন কবুললৈ আগবঢ়াই দি ৰজতে ক'লে "—যা কবুল, খবৰটো কাদাৰ বেবেৰিওক দি আহগৈ— তেখেত খবৰটো শুনি খুব সুখী হ'ব।

কবুলৰ চকুৰে কেইটোপালমান চকুপানী ওলাই আহিল, মালতী গোঁসাইঘৰমুৱা হ'ল আৰু ৰজত ওলাই গ'ল সান্ধ্যভ্ৰমণৰ বাবে।



# বিকৰ্ষণ

ডাঃ প্ৰশান্ত দুৱৰাক বহুতেই মানুহৰ অসুখৰ চিকিৎসা কৰা ডাক্তৰ বুলি নাজানিছিল। তেখেত বিখ্যাত আছিল গায়ক আৰু কথাছবিৰ সঙ্গীত পৰিচালক হিচাপেহে। যাযাবৰী জীৱন। ঘৰৰ লেঠাও নাই। একমাত্ৰ ভায়েক সুকান্তই দেউতাকে এৰি যোৱা বাগান দুখন চলায়। মাজে-সময় ভায়েকক দেখা কৰি আহেগৈ। ভায়েকৰ বিয়া পাতি দিয়াৰো ২-৩ বছৰ হৈ গ'ল। পিছে ডাঃ দুৱৰাই নিজেহে আজিও কিয় বিয়া-বাৰু নকৰালে সেইটো বহুতৰে বাবে সাঁথৰ। বয়স লাহেকৈ চল্লিশেই হব। নানাজনে নানা কথা কয়—কিছু সঁচা, কিছু মিছা—গাজাখুৰী গুজব। অৱশ্যে ডাঃ দুৱৰাৰ উচ্ছৃংখল যৌৱনৰ বিষয়ে ওলোৱা আটাইবোৰ কথা মিছা বুলি কোৱা টান। বহুতে কব খোজে যে দুৱৰা মানুহ ভালেই আছিল—তদুপৰি মানুহৰ দুখ-কষ্টত পমি যোৱা মানুহ, পিছে বিখ্যাত কথাছবি পৰিচালক মদন হাজৰিকাৰ সাহচৰ্যইহে তেওঁক বিপথে নিলে। কথাটো পিছে ডাঃ দুৱৰাই নিজে মানি লব নোখোজে। এই কথাটোক কেন্দ্ৰ কৰি অতি অন্তৰঙ্গ বন্ধু হেমেনৰ লগত দুৱৰাৰ প্ৰায়ে তৰ্কাতৰ্কি হয়। প্ৰশান্তৰ মতে 'আপোন ভালেই জগত ভাল'। হেমেন ভূঞাও চাহ-খেতিয়ক। প্ৰাইমাৰী স্কুলত পঢ়া

দিনৰে পৰাই দুয়ো নলেগলে লগা বন্ধু; দুয়োৰে চৰিত্ৰ অৱশ্যে বিপৰীতধৰ্মী। ভূঞা এগৰাকী অতি সচ্চৰিত্ৰৰ, কঠোৰ পৰিশ্ৰমী খেতিয়ক, চহকী হলেও লাহ-বিলাসিতা মাৰ্জিত—সমাজ-সচেতন আদৰ্শনীয় ব্যক্তি। সুৰাৰ প্ৰতিও আসক্ত নহয়। আনহাতে, প্ৰশান্ত সৰুৰে পৰা উৎপতীয়া স্বভাৱৰ। কৰ্তৃপক্ষৰ অনুমতি নোহোৱাকৈ ৰাতি হোষ্টেলৰ বাহিৰত কটোৱা বাবে কলেজৰ পৰা দুবাৰকৈ খেদা খোৱাৰ উপক্ৰম হৈছিল। হেমেনৰ তৎপৰতা আৰু দেউতাক সুশান্ত দুৱৰাৰ প্ৰতিপত্তিৰ বাবে যেনিবা সাৰি গৈছিল। কোনো কথাতে প্ৰশান্তই মনোযোগ দি লাগি থাকিব নোৱাৰিছিল—অতি তীক্ষ্ণ বুদ্ধিৰ বাবেহে পৰীক্ষাবোৰত উত্তীৰ্ণ হৈছিল। পিছে ছোৱালীজাকৰ মাজত হলে প্ৰশান্তৰ খুব প্ৰতিপত্তি—কাৰণটো হ'ল প্ৰশান্তই খুব ভাল গান গাব পাৰে আৰু দেখিবলৈও সঁচাকৈয়ে শুৱনি পুৰুষ। অৱশ্যে সঙ্গীতৰ প্ৰতি থকা ৰাপ গভীৰ আছিল। কলেজৰ দিনৰ পৰায়ে ছোৱালী-বলিয়া বুলি প্ৰশান্তৰ বদনাম আছিল। বহুতৰে লগত হিয়া দিয়া-নিয়াৰ নাটক কৰিছিল। নিজৰ কৰ্মক্ষেত্ৰ অকল ছোৱালীৰ মাজতে আবদ্ধ নাৰাখি—ছাত্ৰ জীৱনতে প্ৰশান্তই বিবাহিতাসকলৰ প্ৰতিও সমভাৱ ৰক্ষা কৰি চলিছিল। এককথাত কবলৈ গলে এটা স্বয়ংসম্পূৰ্ণ উচ্ছৃংখল জীৱন। দেউতাকৰ নাক-কাণ উলিয়াব নোৱাৰা অৱস্থা হৈছিল। ছাত্ৰ জীৱনত কেবাবাৰো অতি আপচু পৰিবেশৰ পৰা হেমেনে তাক উদ্ধাৰ কৰিবলগীয়া হৈছিল। প্ৰশান্তৰ লগত কোনো এটা কেলেঙ্কাৰিত জড়িত হৈ পৰা বাবে অসমৰ বিখ্যাত পৰিয়ালৰ অতি ডাঙৰ মানুহৰ ছোৱালী এজনীক ছাত্ৰী নিবাসৰ পৰা বহিষ্কৃত কৰা হৈছিল বুলি মানুহে আজিও কোৱা-কুই কৰে।

এম-বি-বি-এছ পাছ কৰাৰ পিছত দেউতাকে প্ৰশান্তক উচ্চশিক্ষা লবলৈ বিলাতলৈ পঠাইছিল। বোলে, এনেয়ে বুঢ়ী নাচনী তাতে আকৌ নাতিনীৰ বিয়া। কলেজীয়া জীৱনত সুৰা পানৰ অভ্যাসটো

নিয়ন্ত্ৰণত ৰাখিছিল যদিও বিলাত পোৱাৰ লগে লগে এবাল ছিগা গকৰ অৱস্থা হ'ল। মুকলিভাৱে পোৱা নাৰীৰ সঙ্গ আৰু সুৰাৰ নিচাত ডুব গ'ল। ইতিমধ্যে দেউতাকৰ মৃত্যু হ'ল। মাক আগতে স্বৰ্গগামী হৈছিল। গতিকে উচ্চশিক্ষা সাং নকৰাকৈয়ে ডিব্ৰুগড়লৈ উভতি আহিল। বাগান চোৱাচিতাৰ কামত মন বহুৱাব নোৱাৰিলে, ভায়েক সুকান্তক সকলো দায়িত্ব চমজাই দি আৰম্ভ কৰিলে এক যাযাবৰী জীৱন—লগতে সঙ্গীত সাধনাতো মনোনিবেশ কৰিলে। হেমেনে বহু চেষ্টা কৰিও প্ৰশান্তক থিতাপি লোৱাব নোৱাৰিলে। অত্যধিক সুৰাপান আৰু নাৰীঘটিত কেলেঙ্কাৰি-বোৰৰ বাবে হেমেনৰ লগত প্ৰায়ে তৰ্ক লাগে।—

বুজিছ প্ৰশান্ত, মদ খালেহে ভাল গান গাব পাৰি মই এই কথা বিশ্বাস নকৰো। মদ নোখোৱাকৈয়ে গাবলৈ আৰম্ভ কৰচোন। ইমান প্ৰতিভা আছে তোৰ—অলপ মনোযোগ দি সাত্ত্বিকভাৱে সাধনা কৰিলে তই সমগ্ৰ দেশৰে স্বীকৃতি পালিহেঁতেন। অত্যধিক সুৰাপান কৰিলেহে শিল্পী হব পাৰি বা শিল্পী হলেই মদ খাব লাগিব এনে কথা হব নোৱাৰে।

আন কোনোবাই কোৱা হলে হয়তো ধমকিয়ে দিলেহেঁতেন। হেমেন বুলিহে সাৰি যায়। তাচ্ছিল্যৰ হাঁহি এটা মাৰি প্ৰশান্তই কোমল সুৰত উত্তৰ দিয়ে—

নহয় অ'—তই বুজি নাপাবি। সুৰাৰ নিচাৰ আমেজে মোৰ মগজক নতুন নতুন সুৰৰ সন্ধান দিয়ে—তই এইবোৰ বুজি নাপাবি।

প্ৰশান্তৰ নাৰীঘটিত কেলেঙ্কাৰিৰ কথা শুনি শুনি কেতিয়াবা অধৈৰ্য হৈ হেমেনে আকৌ কয়—

নিজৰ ধ্বংস কৰিছে এবিবি দেখিছো। তই এইবোৰ বাদ দে—মানুহে বৰ নিন্দা কৰে। বিয়া-বাৰু কৰাই থিতাপি লাগ।

মানুহে নিন্দা কৰা কথা কলে প্ৰশান্তৰ খং উঠে আৰু উত্তেজিত সুৰত এটা অদ্ভুত যুক্তি উত্থাপন কৰে— হেমেন, মই মানুহ এজন;

কিন্তু মোৰ লগত ইমানবোৰ ছোৱালী আৰু তিৰোতাই হুলিগলি কৰে মানেই তথাকথিত বেয়া ছোৱালী বা তিৰোতাৰ সংখ্যা বেছি। মানুহে সিহঁতক ধিকাৰ নিদিয়ে কিয় ? সিহঁতৰ পৰা সঁহাৰি নাপালে এনে ধৰণৰ কেলেঙ্কাৰিবোৰ নহ'লহেঁতেনেই দেখোন। প্ৰশান্তৰ অদ্ভুত যুক্তিবোৰে হেমেনক হতাশ কৰে। অৱশ্যে প্ৰশান্তই এনে-ধৰণৰ সমালোচনাৰ পৰা আঁতৰত থাকিব পাৰিলেই ভাল পায়। হেমেনৰ তীব্ৰ সমালোচনা, ভায়েকৰ উদাসীনতাই তাক খুব অকল-শৰীয়া অনুভৱ কৰালে। এদিন হঠাতে ছিলঙলৈ ওলাল আৰু তাতেই মুখ্যমন্ত্ৰীক লগ ধৰি ডাক্তৰৰ চাকৰি এটা যোগাৰ কৰি লৈ গোলোকগঞ্জৰ ওচৰৰ তামাৰহাট নামে ঠাইত চাকৰিত যোগদান কৰিলে। পিছে বেছিদিন তিষ্ঠিব নোৱাৰিলে। বোলে—'চোৰে

নেৰে চোৰ প্ৰকৃতি কুকুৰে নেৰে-ছাই
যাৰ যি স্বভাৱ মৰিলে লগত যায়।

গহীন গম্ভীৰ স্বভাৱৰ নতুন ডাক্তৰজনক প্ৰথমতে অঞ্চলটোৰ মানুহে ভালেই পাইছিল। প্ৰখ্যাত গায়ক প্ৰশান্ত হুৱৰা বুলি জনাজনি হোৱাৰ পিছত প্ৰশান্তৰ ঘৰ অনবৰত ভৰি থকা হ'ল। ইতিমধ্যে বিখ্যাত চিত্ৰ-পৰিচালক মদন হাজৰিকাৰো আগমন এবাৰ হৈ গৈছে। পিছে তেতিয়াৰ পৰায়ে কেণা লাগিল। বু-বাকৈ ওলাই পৰিল যে হাজৰিকা থকা দিনকেইটাত অবিবাহিত ডাক্তৰৰ ঘৰত ৰাতি ৰাতি কেবাগৰাকীও নাৰীৰ আবিৰ্ভাৱ হৈছিল। ওচৰত থকা জনজাতীয় ৰাইজে চৰকাৰৰ ওচৰত ঘোৰ আপত্তি আৰু অভি-যোগ দাখিল কৰিলে। তাতে আকৌ প্ৰশান্তৰ মেজাজৰ মানুহে স্থানীয় বিধায়কগৰাকীকো খুব এটা সমীহ কৰি চলিছিল বুলি কোনেও ছুঘিব নোৱাৰিব। ফলত, মদন হাজৰিকাৰ আবিৰ্ভাৱৰ পোন্ধৰ দিন পিছতে প্ৰশান্ত বপুৰা আহি মুকালমুৱাৰ ওচৰৰ লাউ-খোৱাত হাজিৰ হবলগীয়া হ'ল। জনজাতীয় অধ্যুষিত অঞ্চলৰ পৰা পোনে পোনে পূৰ্ববঙ্গৰ মৈমনসিং জিলা সম্ভূত পমুৱা মুছলমান

অধ্যুষিত অঞ্চল এটা পালেহি। তামাৰহাট অঞ্চলতকৈও পিছপৰা ঠাই। ইয়াত মানুহ জন্মে কঠোৰ পৰিশ্ৰম কৰিবলৈ আৰু এদিন মেলেৰিয়া বা কলেৰাৰ বলি হয়। ইয়াত সূৰ্য পোহৰ দিবলৈ উদয় নহয়—উদয় হয় দিন-ৰাতিৰ সীমা নিৰ্দ্ধাৰণৰ বাবেহে। অসুখ হলেও প্ৰশান্তৰ দৰে ডাক্তৰসকলৰ চাহিদা ইয়াত তেনেই ন্যূনতম। প্ৰশান্তই ভালেই পালে। দিনে-ৰাতি সুৰাদেৱী আৰু সঙ্গীতৰ সাধনা চলিল। তথাপিও মাজে সময় নিশাবোৰ হৈ পৰে নিমূৰ-মূৰা—নাৰীৰ সাহচৰ্যৰ বাবে প্ৰশান্ত উদ্বাউল হৈ উঠে। বোলে, সাহেই সিদ্ধি। গতিকে মুকালমুৱা আৰু নলবাৰীত সুকণ্ঠা উলিয়াই লবলৈ বেছিপৰ নালাগিল। আৰম্ভ হ'ল আকৌ সেই বিনিদ্ৰ ৰজনীৰ উচ্ছৃংখল জীৱনৰ কাহিনী। অৱশ্যে নলবাৰীৰ লগত যোগাযোগ স্থাপন হোৱা বাবে এখন এখনকৈ দুখন কথাছবিৰ সঙ্গীত পৰিচালনাৰ দায়িত্ব পালে, এখনৰ পৰা যথাসময়ত ৰাষ্ট্ৰপতিৰ পৰা শ্ৰেষ্ঠ সঙ্গীত পৰিচালকৰ স্বীকৃতি আৰু পুৰস্কাৰো পালে, কিন্তু প্ৰশান্তৰ বাবে সেয়া যেন একোৱে নহয়। সুৰা আৰু নাৰীসৰ্বস্ব জগতখনত এইবোৰ হ'ল উপকৰা ভাট্টা, সাধনাৰ সিদ্ধিৰ গৌৰৱ আৰু ভৱিষ্যতৰ বাবে তাত কোনো প্ৰতিশ্ৰুতি নাই। প্ৰশান্তৰ দৰ্শনেই হ'ল চাৰ্বাকৰ দৰ্শন—'ঋণং কৃত্বা-ঘৃতং পিবেৎ—'। লেঠা লাগিল যেতিয়া লাউপাৰা হাস্পতালত গৰ্ভপাত কৰাবলৈ অহা অবিবাহিতা মহিলাৰ সংখ্যা অভাৱনীয়ভাবে বৃদ্ধি পালে। আনহাতে প্ৰশান্তই নলবাৰীলৈ সঘনাই আহিব ধৰা কথাটোও ৰাইজে ভাল চকুৰে নাচালে। কেবাজনীও কলেজৰ ছাত্ৰীৰ লাউপাৰালৈ সঘনে অহা-যোৱা কৰা কথাও গোপন হৈ নাথাকিল।

প্ৰশান্ত বোপা তামাৰহাটত আছিল সোতৰ মাহ; ইয়াৰ পৰা পিছে সাত মাহতে যাবলগীয়া হ'ল। এইবাৰ বদলি হ'ল ছিপাঝাৰলৈ—তাত পিছে সাত সপ্তাহো তিষ্ঠিব নোৱাৰিলে। প্ৰশান্তৰ পিছে কোনো ওজৰ-আপত্তি নাই—চৰকাৰে যলৈকে

যাবলৈ দিয়ে তালৈকে যাবলৈ প্ৰশান্ত ৰাজী। যাযাবৰী, উচ্ছৃংখল জীৱন এটাত ঠাই আৰু সময়ৰ প্ৰাসঙ্গিকতা নোহোৱা হৈ যায়— প্ৰশান্তৰো তাকেই হ'ল। য'তেই নাযাওক—গান গোৱাৰ আৰু সুৰাপানৰ সুযোগ হাতে হাতে পোৱা যায়—বিশেষকৈ প্ৰশান্তৰ দৰে প্ৰখ্যাত গায়ক এজনৰ বাবে। প্ৰশান্তই নিজে বুজি নাপায় পিছে যে ডাক্তৰী বাদ দি অকল সঙ্গীত সাধনাত লাগি থাকিলেও আজি সি এজন দেশৰ ভিতৰতে লেখতলবলগীয়া সঙ্গীত পৰিচালক হ'লহেঁতেন। হেমেন মাজে সময় আহে যদিও নিমাতে থাকে— প্ৰশান্তৰ অৱস্থা দেখি তাৰ হৃদয় চিৰাচিৰ হয়—কিন্তু নিৰুপায়। প্ৰশান্তই নিজে নুবুজে। বোলে—'ভৰিৰ তলে ৰৌ যায়, দৰিকণালৈ বৰশী বায়।'

তামাৰহাট, নলবাৰী, ছিপাঝাৰৰ ৰাইজৰ হাত চাপৰিয়েই প্ৰশান্তৰ আত্মাক তৃপ্ত কৰে।

পিছে ছিপাঝাৰৰ ৰক্ষণশীল সমাজো অতিষ্ঠ হৈ উঠিল আৰু প্ৰশান্ত বোপাই আহি এদিন উত্তৰ-লক্ষীমপুৰৰ হাস্পতালত যোগদান কৰিবলগীয়া হ'ল। পিছে এইবাৰহে শেনৰ এজাত—বোলে, 'মূৰতো নাঙল লাগিল'। বহলাই কোৱাৰ প্ৰয়োজন আছে। এইবাৰহে এইবাৰ।

অতি শান্ত পৰিবেশৰ চহৰ উত্তৰ লক্ষীমপুৰখন প্ৰশান্তৰ ভাল লাগি গ'ল। চহৰৰ উপকণ্ঠত সৰু বঙলা এটা ভাড়া ললে। ঘৰটো কোনোবা খৃষ্টান অনুষ্ঠানৰ—এতিয়া এনেয়ে পৰি আছে। গতিকে ভাড়া পোৱাত বিশেষ অসুবিধা নহ'ল। চৌহদটোৰ মাজতে ঘৰটো অৱস্থিত—চাৰিওপিনে ধুনীয়া ঘাঁহনি এখন আৰু ফুলৰ বাগিচা আছিল যে বুজিবলৈ অসুবিধা নহয়। নিজৰ চাহ বাগানৰ পৰা বনুৱা কেইজনমান আনি চৌহদটো পুনৰ সজীৱ কৰি তুলিবলৈ চেষ্টা কৰিলে, ঘাঁহনিখন এমাহমানৰ ভিতৰতে সেউজীয়া হৈ উঠিল আৰু সকলোৰে দৃষ্টি আকৰ্ষণ কৰা হ'ল। তদুপৰি মাজে সময়ে

সন্ধিয়া তাহি অহা গানৰ সুৰেও বঙলাটোৰ প্ৰতি মানুহৰ কৌতূহল বৃদ্ধি কৰিলে। ঘুনুক-ঘানাককৈ কথাটো ওলাই পৰিল—বিখ্যাত গায়ক আৰু সঙ্গীত পৰিচালক প্ৰশান্ত হুৱৰা এই ঘৰটোত থাকিবলৈ লৈছে। প্ৰশান্ত যে ডাক্তৰ বহুতে নাজানিছিল আৰু ইয়াৰ চিভিল হাস্পতালত আহি যোগদান কৰা কথাও বহুতৰে অগোচৰ আছিল। পিছে কথা বুলিলে বতাহ। প্ৰশান্তৰ ঘৰলৈ চহৰৰ উদ্যোগী, শিল্পানুৰাগী ডেকা-গাভৰুৰ সোঁত বৰলৈ ধৰিলে। আনকি স্থানীয়ভাৱে নিৰ্মাণ কৰিবলৈ লোৱা কথাছবি এখনৰ সঙ্গীত পৰিচালনাৰ বাবেও প্ৰস্তাৱ আহিল। অৰ্থাৎ এটা হুলস্থুলীয়া পৰিবেশৰ সৃষ্টি হোৱাত অলপো পলম নহ'ল। তাতে আকৌ এদিন হঠাতে আহি আবিৰ্ভাৱ হোৱা মদন হাজৰিকাৰ উপস্থিতিয়ে এই পৰিবেশৰ শাম কটোৱাত অকণো সহায় নকৰিলে। আৰু শামেই বা কটাব লাগে কিয় ? এনে ধৰণৰ পৰিস্থিতিৰ মাজতে নিজৰ দৈহিক কামনা-বাসনা চৰিতাৰ্থ কৰাৰ সুযোগ প্ৰশান্তই সদায়ে সৃষ্টি কৰি অহা নাই জানো ?

সময়টো আছিল পুহ মাহ। মদন আহি পাইছিল সন্ধিয়া অতিক্ৰম হৈ যোৱাৰ পিছত। গতিকে চহৰৰ কোনেও গম পোৱা নাছিল। মদন অৱশ্যে অকলে কাহানিও নাহে; নাৰীসঙ্গ বিবৰ্জিত মদন হাজৰিকাৰ কথা কল্পনাও কৰিব নোৱাৰি। এইবেলি লগত আছিল হিন্দী ছবিৰ বিখ্যাত পৰিচালক এগৰাকীৰ ভনীয়েক—কিন্তু কথাছবিৰ ফটোগ্ৰাফাৰ হিচাপে আন্তৰ্জাতিক সুখ্যাতি অৰ্জন কৰা, স্বনামধন্যা আজমী চিত্ৰাসেন। দেখিলে ভাব হব—অৰ্দ্ধেক নাৰী, অৰ্দ্ধেক পুৰুষ—বা অৰ্দ্ধনাৰীশ্বৰ। পিছে সম্পূৰ্ণ নাৰী বুলি প্ৰশান্ত পতিয়ন গ'ল যেতিয়া মদনে চিত্ৰাৰ বিছনাখন নিজৰ কোঠালিতে ব্যৱস্থা কৰিবলৈ কলে। পাছকালৰ বাহিৰৰ বাৰাণ্ডাখনত বহি যেতিয়া পেগৰ পিছত পেগ স্কটল্যাণ্ডৰ পানীয় তিনিও শেষ কৰিছিল—তেতিয়া সুদূৰৰ দিগন্তত, অৰুণাচলৰ পাহাৰৰ বুকুত জ্বলি

উঠিছিল ধুমৰ লেলিহান শিখা। দিগন্ত ধাওলি হৈছিল—প্ৰশান্তৰ কামনাৰ জুইকুৰাও ভমক্ কৰি জ্বলি উঠিলেও মদনৰ উপস্থিতি আছিল এক অলঙ্ঘ্য বাধাৰ প্ৰাচীৰ। এটা সময়ত মদন নিচাগ্ৰস্ত হৈ বিছনাত ঢলি পৰিল গৈ। আৰু সমগ্ৰ নিশাটো—কুকুৰাই ডাক নিদিয়ালৈকে—চিত্ৰাৰ অতিবাহিত হৈছিল প্ৰশান্তৰ বুকুৰ উমলৈ। যেতিয়া প্ৰশান্তৰ কোঠালিৰ পৰা চিত্ৰা মদনৰ কোঠালিলৈ উভতি আহিছিল তেতিয়া কেহুজালিৰ উপক্ৰম হবলৈ আৰু বাকী নাই। মদন নিচাত বিভোৰ—বুভুক্ষ প্ৰশান্ত প্ৰশান্তিৰে ভৰপূৰ আৰু চিত্ৰা নতুন অভিজ্ঞতাৰ বিজয় উল্লাসত আত্মবিস্মৃত—।

ঘৰখন যেতিয়া সজীৱ হৈ উঠিল তেতিয়া পুহ মাহৰ কুঁৱলী ভেদ কৰি সুৰুযৰ ৰশ্মিয়ে চুচুক-চামাককৈ গৈ উত্তৰ-পূব দিশে অৱস্থিত অৰুণাচলৰ পৰ্বতৰ টিঙত খুন্দা মাৰিছে আৰু ছিটিকি আহি জমি থকা বৰফ বা ঠাইবিশেষে ঘন শুকুলা মেঘৰ বুকুত পৰি বিচ্ছুৰিত হৈ সৃষ্টি কৰিছে এক কল্পনাতীত ৰঙৰ 'ৰায়ত'—যিটো বৰ্ণনাৰে বুজাব নোৱাৰি—কল্পনাহে কৰিব পাৰি। তথাপিও পৰিস্থিতিটো উদাস, শুকুলা মেঘবোৰ উদাস—বাধ্য'হৈ পুবেৰুণক সাবটি লোৱা বৰফবোৰ উদাস—পুবেৰুণৰ উষ্মাই সিহঁতক গলাব নোৱাৰে। চকুমুখ মোহাৰি প্ৰশান্ত আহি যেতিয়া পাছফালৰ বাৰাণ্ডাখনত বহিলহি—তেতিয়া এই উদাস পৰিবেশটোৱে তাক নিস্তেজ কৰি পেলালে, যোৱা ৰাতিটোৰ উন্মাদনা আৰু মাদকতাও অবাস্তৱ যেনহে অনুমান হ'ল। বাৰাণ্ডাখনত তেতিয়া চকামকাকৈ অলপ ৰ'দ পৰিছিলহি। প্ৰশান্তই তালৈকে চকী এখন টানি নি বহিল আৰু খানচামা বাবুৱাক চাহ দিবলৈ ক'লে। চাহৰ কাপটো হাতত লোৱাৰ লগে লগে মদনো• আহি ওচৰতে বহিল।

চৌহদটোৰ পাছপিনেৰে যিটো সৰু ৰাস্তা আছে—সেইটোৰে প্ৰশান্তৰ বঙলাটোৰ প্ৰায় সমুখতে অৱস্থিত ছোৱালীৰ কলেজখনলৈ ছাত্ৰীসকলৰ অহা-যোৱা আৰম্ভ হৈছে। হঠাতে কেইজনীমান

ছোৱালীয়ে মদনক লক্ষ্য কৰি কিৰিলি পাৰি উঠিল আৰু কলেজ পোৱাৰ লগে লগে 'মদনদা আহিছে'—বুলি হুলস্থুল লগাই দিলে। প্ৰশান্তৰ লগত চিনাজনা নথকা কথাটোৱে ইমানদিনে থিয় কৰাই ৰখা প্ৰাচীৰখন যেন হঠাতে অন্তৰ্দ্ধান হ'ল আৰু অলপ সময় পিছতে কলেজখনৰ পৰা এজাক ছোৱালী চৌহদটোলৈ সোমাই আহিল।

ইতিমধ্যে ৰ'দজাক আহি ঘাঁহনিখন উজ্জল কৰি তুলিছে—কুঁৱলীজাকো আঁতৰি গৈছিল। পৰিবেশটো উৎসাহজনক দেখি প্ৰশান্তই চিঞৰিলে—বাবুৱা, অ' বাবুৱা, চকীবোৰ ৰ'দলৈ উলিয়াই আন।

কথামতে কাম। চকীবোৰ আনি বাবুৱা আৰু আন এটা লিগিৰাই ঘাঁহনিখনত পাৰি দিলে। প্ৰশান্ত আৰু মদন তালৈকে উঠি গ'ল আৰু 'মদন-বলিয়া' ছোৱালীহঁতকো বহিব দিলে। সৌজন্যসূচক কথা-বতৰাৰ বিনিময় আৰু 'অটোগ্ৰাফ' লোৱা পৰ্ব চলি থাকোতেই মদনে লক্ষ্য কৰিলে পূবলৈ কিছু দূৰৈত অৱস্থিত বিলখনত এজাক হাঁহ উৰি আহি পৰিবলৈ আৰম্ভ কৰিছে। মদনে প্ৰশান্তৰ দৃষ্টি আকৰ্ষণ কৰি কলে—প্ৰশান্ত, বহুতো হাঁহ পৰিছে যেন লাগিছে—এদিন হাঁহ চিকাৰলৈ যাওঁ ব'ল। প্ৰশান্তই উত্তৰ দিয়াৰ আগতে দুজনীমান ছোৱালীয়ে চিঞৰি উঠিল—

আমাকো লগত নিব লাগিব—। 'হাঁহ নহয়, তোমালোকহে চিকাৰ হবা' বুলি কৈ মদনে প্ৰশান্তক চকু টিপিয়ালে আৰু 'নিশ্চয় নিম' বুলি কৈ প্ৰসঙ্গ সলনি কৰিবলৈ চেষ্টা কৰিলে। বাবুৱাই ইতিমধ্যে ছোৱালীজাকক চাহ-জলপানেৰে আপ্যায়িত কৰিছিল। ভিতৰৰ পৰা চিত্ৰাই চিঞৰি মতা শুনা গ'ল—

ব্ৰেকফাষ্ট দিয়া হৈছে—আহা খোৱাহি।

কোনো সঁহাৰি নাপাই চিত্ৰাই এইবাৰ কণ্ঠস্বৰ 'ভাবা'লৈ তুলি বিদ্ৰোহ ঘোষণা কৰিলে—

ব্ৰেকফাষ্ট ঠাণ্ডা হৈ যায়—মই ৰখি থাকিব নোৱাৰো।

—হেৰা, ড্ৰাইভাৰজন আহিছে যেতিয়া আমি এতিয়া ওলাই গৈ নিমন্ত্ৰণী চিঠিবোৰ দি আহো দিয়া ।

আবেলিৰ ৰঙচুৰা ৰ'দখিনি গৃহিণীৰ মুখমণ্ডলত পৰি ঠিক ৰণচণ্ডীৰ মূৰ্তি উদ্ভাসিত হৈ উঠা নাছিল যদিও—প্ৰত্যাহ্বানৰ অভি-ব্যক্তি পূৰাদমে বিৰাজমান আছিল্। এইবেলি হ'লে প্ৰত্যাহ্বান গ্ৰহণ কৰিলো আৰু অনুনয়ৰ সুৰত ক'লো—

চোৱা সি আহিছে মাত্ৰ। গাড়ী কেনে চলায় নাজানো। নতুন গাড়ীখন পোনেই তাৰ হাতত এৰি দিয়া ঠিক নহ'ব। জীৱনত মোৰ বাবে আন এখন গাড়ী লোৱা সম্ভৱ নহ'ব। এইখনৰেই বাকী কেইটা দিন চলিব লাগিব। গৃহিণীৰ নিৰুত্তৰত অসন্তুষ্টি ফুটি উঠিল বাবে আকৌ ক'লো—

এদিন বা দুদিন মই লগত থাকি তাক চলাবলৈ দিম, তাৰ আত্মবিশ্বাস আৰু গাড়ীখনৰ প্ৰতি মৰম জন্মিলে, তোমালোকে তাক লৈ ওলাবা। গাড়ীখন পালে নিমন্ত্ৰণ কৰা কামকেৰা চাৰি পাঁচ দিনতে শেষ হ'ব। বিয়ালৈ এতিয়াও কুৰি দিন বাকী আছে। গৃহিণী পতিয়ন গ'ল যেন নালাগিল। ৰাতিপুৱালৈ পট পৰিৱৰ্তন হ'ল—অৰ্থাৎ কুশল বোপাই নিজৰ অধিকাৰ প্ৰতিপন্ন কৰিবলৈ সচেষ্ট হৈ উঠিল। কুশল কুম্ভকৰ্ণবংশীয় বুলি মোৰ জনা নাছিল। গতিকে আঠ বজালৈকে শুই থকা বাবে যেতিয়া জগাই দিয়া হ'ল—তেতিয়া আৰম্ভ হ'ল বপুৰাৰ অসন্তুষ্টি পৰ্ব। চকু মোহাৰি মোহাৰি কুশল আহি সমুখত থিয় হ'ল। বিপৰীতধৰ্মী পৰিবেশৰ সন্মুখীন হ'লো। আঘোণ মাহৰ সেমেকা, কুঁৱলী আক্ৰান্ত দিগন্ত উজলাই মিঠা ৰ'দ জাকে আমাৰ সৰু বাগিচাখন সজীৱ কৰি তুলিছে। নিয়ৰৰ টোপালবোৰ গোলাপৰ আধাফুলা কলিবোৰত ওলমি এক অপূৰ্ব দৃশ্যৰ গৌৰৱত গৰ্বিত হৈ নিজৰ ক্ষন্তেকীয়া অস্তিত্ব প্ৰকাশ কৰিছে আৰু আনহাতে কুশল বোপাৰ মোহাৰি থকা চকুযুৰিত বিশ্ব-ব্ৰহ্মাণ্ডৰ বিৰক্তি ফুটি উঠিছে। বাগিচাখন চাই চাই প্ৰশান্তিৰে ভৰি

পৰা মনটো সেমেকি পৰিল। তথাপি কুশলক ক'লো—

চোৱা কুশল দামী গাড়ী এখনৰ দায়িত্ব লোৱাৰ আগেয়ে গাড়ী-খনক যত্ন কৰিবলৈ, মৰম কৰিবলৈ শিকিব লাগিব। তুমি সদায় ৰাতিপুৱা শুই উঠি গাড়ীখনৰ ধূলি-মাকতিবোৰ চাফ্ কৰিবা। গাড়ীখন পৰিষ্কাৰ কৰি ৰখা দায়িত্ব এতিয়াৰ পৰা তোমাৰ।

অলপ সময় মনে মনে থাকি কুশলে ভোৰভোৰাই কোৱা শুনিলো—

সেইবোৰ হেণ্ডিমেনৰ কাম, মোৰ কাম গাড়ী চলোৱাহে।

চৰ্ এটা শোধাই প্ৰত্যুত্তৰ দিয়াৰ ইচ্ছাটো প্ৰবল হৈ উঠিছিল যদিও গৃহিণীৰ পিনৰ পৰা হ'ব পৰা প্ৰতিক্ৰিয়াৰ কথা চিন্তা কৰি চম্ভালি ললো। ঘটনাক্ৰমেনো কেনেদৰে গড লয় তাৰে অপেক্ষাত থকাটোকে স্থিৰ কৰিলো।

দুদিনমান কুশলক লগত লৈ ফুৰি যিটো বুজিলো তাক শিকাই-বুজাই লবলৈ দুমাহমান লাগিব, কিন্তু তীব্ৰগতিত গাড়ী চলোৱা আৰু তাৰ আড্ডা মাৰিবলৈ ওলাই যোৱা স্বভাৱটো নিয়ন্ত্ৰণ কৰিব লাগিব। যি দেখিছো সুবিধা পালে সি ওচৰৰ পাণ দোকান, চাহ দোকানবোৰত আড্ডা মাৰি বহি থাকে। মাজতে এদিন তাক কলো—দেখা কুশল, বিয়াখনৰ বাবে ঘৰখনত এটা হুলস্থুলীয়া পৰি-বেশ হৈছে। তুমি অকণমান ৰভাখন দিয়া কামটোতে সহায় কৰি দিবা, দিন-হাজিৰাত লগোৱা মানুহ দুজনৰ কামখিনিৰ তদাৰক কৰিলেই হ'ব।

কুশলে যে মোৰ কথাৰ প্ৰতি অনুমোদন নজনালে সেইটো বুজিলো, তাৰ আড্ডা মাৰিবলৈ যোৱা স্বভাৱটো বেছি তীব্ৰ হৈ উঠাৰ পথতহে।

শ্বিলঙত খুব জৰুৰী কাম এটা আছিল। অলপ টকাও পাব-লগীয়া আছিল। শইকীয়াই তেওঁৰ গাড়ীতে শ্বিলঙলৈ যাবলৈ লগ ধৰাত তত্তালিকে মান্তি হলো আৰু সন্ধিয়া উভতি আহি পৰিবেশটো

অলপ গম্ভীৰ যেন লাগিল। মুমলীয়া পুত্ৰ পিছুৱে দৌৰি আহি খবৰ দিলে—

দেউতা, আমাৰ গাড়ীখন বেয়া হৈছে। আজি মাইণ্ডক ড্ৰাইভাৰে লৈ গৈছিল—পিছে গাড়ীখন বেয়া হৈছে বুলি আধামাইলমান গৈয়ে উভতি আহিল।

ঠিক মই ভয় কৰাটোৱে হ'ল বুলি বুজিলো। কুশলৰ হাতত গাড়ীখন এৰি দিব পাৰি বুলি বিশ্বাস জন্মা নাছিল। লগে লগে কুশলক মাতি পঠিয়ালো। মুখটো খজুৰাই খজুৰাই যেন একোৱে হোৱা নাই তেনে ভাব এটা লৈ কুশল বোপা হাজিৰ হ'ল।

তোমাক গাড়ীখন উলিয়াই নিবলৈ বাৰে বাৰে মানা কৰিছিলো-কিয় মই নোহোৱাকৈ গাড়ীখন উলিয়াই নিছিলা ?

—বাইদেউহঁতে নিবলৈ দিলে বাবে নিছিলো। ইতিমধ্যে শ্ৰীমতী আৰু সৰু ভনীজনী আহি দোষটো গাত পাতি লৈ ক'লে—আমাৰ কথামতেহে কুশলে গাড়ীখন উলিয়াই নিছিল—তাৰ গাত দোষ নাই।

গৃহিণীয়ে আৰু এবাৰ যোগ দিলে —গাড়ী মাজে সময়ে বেয়া হোৱাটো একো নতুন কথা নহয়।

টিপ্পিচ্ কৈ খংটো উঠিল আৰু প্ৰায় চিঞৰি কোৱাৰ দৰে ক'লো—

সেইটো ঠিকেই—পিছে নতুন 'মাৰুতি' গাড়ীখনত বেয়া হ'বৰ একোৱে নাই।

এইবাৰ কুশলক ধৰিলো—

পিছে ড্ৰাইভাৰ চাহাব,—গাড়ীখননো কি বেয়া হ'ল ?

ছাৰ, গাড়ীখনে একেবাৰে টানিব নোখোজে—লগতে ববৰ পুৰিলে গুলোৱা গোন্ধৰ দৰে গোন্ধ এটাও ওলায়। মই গাড়ীখন যেনে আছিল—তেনেকৈয়ে থৈ দিছো আহি'।

গাড়ী বেয়া হোৱাৰ ৰহস্য বুজিবলৈ মোৰ আৰু বাকী থাকা-কিল। পুনৰ সুধিলো—হেৰি ড্ৰাইভাৰ প্ৰবৰ, হেণ্ডব্ৰেকডাল খুলি

লৈছিলা নে ?

ছাৰ, এইখন গাড়ীৰ হেণ্ডব্ৰেকডাল মই চিনি নাপাওঁ।

হেণ্ডব্ৰেকডাল চিনি নোপোৱাকৈয়ে তুমি ড্ৰাইভাৰী কৰিবলৈ আহিছা—নহয় জানো ?

ব'লাচোন গাড়ীখনৰ কি হ'ল চাওঁ।

গৈ দেখো যে হেণ্ডব্ৰেক লগোৱা আছে। গাড়ীখন ষ্টাৰ্ট কৰি এপাক মাৰি আহিলো—গাড়ীৰ কোনো বিজুতি ধৰা নপৰিল। অইন নহ'লেও ঘৰৰ মহিলা মহলৰ কুশলৰ কৰ্মকুশলতাৰ ওপৰত থকা অস্থা হ্ৰাস হোৱা যেন অনুমান হ'ল।

অলপ জিৰাই শতাই কুশল বোপাক আকৌ মাতি আনি ক'লো—কুশল, অধৈৰ্য নহবা; তোমাক মই শিকাই ল'ম—বিয়াখন সুকলমে হৈ যাওক। যদি বিয়া ঘৰৰ কাম কৰি ভাল নোপোৱা —তেনেহলে এই কেইদিন আমাৰ সৰু ফেক্টৰীটোতে তাৰ মেচিনৰ কিটিপবোৰেই অলপ শিকিবলৈ যত্ন কৰা। মনত ৰাখিবা—বিদ্যা এটা শিকি ল'লে—সেইটো তোমাৰ পৰা কোনেও কাঢ়ি নিব নোৱাৰে।

চিৰন্তন অসন্তুষ্টিৰ প্ৰতিমূৰ্তি কুঁশলে মোৰ কথা শুনি লাহে লাহে ওলাই গ'ল। লগে লগে অনুজসকলৰ ত্ৰিমূৰ্তি আহি সোমালহি, অলপ পিছত নবীনেও আহি যোগ দি আমাৰ আলোচনা বেছ সৰব কৰি তুলিলে। গৰম গৰম কফিয়ে আমেজৰ প্ৰলেপটোও বেছ ঘন কৰি তুলিছিল। হঠাতে কুশলৰ কণ্ঠস্বৰেহে যেনিবা ছন্দপতন ঘটালে :

ছাৰ, মই যাওঁ।

কুশলৰ বক্তব্য শুনি সুধিলো—ক'লৈ ? ঘৰলৈ—কুশলৰ উত্তৰ।

কিয় ?—আকৌ সুধিলোঁ।

ছাৰ, কালিৰ পৰা গাড়ী চলাবলৈ দিলেহে মই থাকিম। ইয়াত মই বিয়াৰ বজা বজা কামৰ তদাৰক কৰিবলৈ বা ফেক্টৰীৰ মেচিনৰ

কাম শিকিবলৈ অহা নাই। কুশলৰ কথা শুনি খংটো উঠি আহিছিল যদিও নিজকে নিয়ন্ত্ৰণ কৰি ক'লো—মোৰ নতুন গাড়ীখন তুমি গাড়ী চলাবলৈ শিকিবৰ বাবে নই কিনা নাই। ভাল ড্ৰাইভাৰ চাহাব, তুমি যোৱা গৈ। কুশল ওলাই গ'ল—কাম শিকিবলৈ তাৰ অকণো ধাউতি নথকা কথাটোৱেহে মোক স্তম্ভিত কৰিলে। আত্ম-নিয়ন্ত্ৰণৰ অধিকাৰ, স্বাৱলম্বিতাৰ প্ৰতি সঘনে দিয়া আহ্বানবোৰ অৰ্থহীন যেন লাগিল। কাম শিকাৰ প্ৰতি নিজ মতে কাম কৰাৰ প্ৰতি অসমীয়া ল'ৰা-ছোৱালীৰ যদি এনে ধৰণৰ অনীহা হয়—তেনেহ'লে জাতিটো দেখোন সদাযে অনা-অসমীয়াৰ হাতত বন্ধক থাকিব।

অৱশ্যে ড্ৰাইভাৰ এজন ৰাখিব লাগে বুলি সঘনে কৰি থকা খেচখেচনিৰ পৰা কিছুদিনলৈ ৰক্ষা পৰিলো যেন অনুমান হ'ল।

—:::—

# সৰলাৰ সংসাৰ

মীনাক্ষিক সৰলাই মৰমতে সৰুৰে পৰা মীনা বুলি মাতে। বৰ মৰমলগাজনী হৈ উঠিছে তাই। চাওঁতে চাওঁতে দহ বছৰত ভৰি দিলেহি। মীনা এতিয়া ক্লাছ ফাইভৰ ছাত্ৰী। অত্যন্ত তীখৰ বুদ্ধিৰ বাবে তাই এই বয়সতে ছাত্ৰী হিচাপে খুব সুনাম অৰ্জন কৰিছে। শিক্ষক-শিক্ষয়িত্ৰীসকলৰ খুব প্ৰিয় ছাত্ৰী তাই। তাতে আকৌ তাইৰ পাৰ হৈ অহা দুৰ্যোগবোৰৰ কথা আটায়ে জানে বাবেও তাইৰ প্ৰতি আটাইৰে সহানুভূতিৰ মাত্ৰাটোও বেছি। অভাৱনীয় দুৰ্যোগবোৰে তাইৰ জীৱনত দেখা দিয়াৰ সময়ত তাইৰ অস্বাভাৱিক পৰিস্থিতিটো বুজিব পৰা বয়স হৈছিল, অৱশ্যে তাইৰ অতি মৰমৰ সৰু ভায়েক নীলে, অৰ্থাৎ নীলাক্ষই, হঠাতে সিহঁতৰ জীৱনলৈ নামি অহা বিলাই-বিপত্তিবোৰৰ অৰ্থ বুজি পোৱা নাছিল বাবেই পৰিৱৰ্তিত পৰিস্থিতিটো সহজে মানি ল'ব পৰা নাছিল। হঠাতে আহি সমুখত আৱিৰ্ভাব হোৱা এটা অসহনীয় অস্বাভাৱিক পৰিস্থিতিটোৰ গূঢ়াৰ্থ বুজিব পৰা ক্ষমতা তিনি বছৰীয়া ল'ৰা এটাৰ পৰা আশা কৰাও মূৰ্খামি, অথচ সাত বছৰ বয়সৰ পৰায়ে মীনাই তিনি বছৰীয়া ভায়েকৰ ভৱিষ্যৎ সম্পৰ্কে চিন্তিত আৰু উদ্বিগ্ন হৈ উঠা কথাটোৱে সৰলাৰ জীৱনৰ নতুন দিশৰ সন্ধান দিয়াৰ উপৰিও মীনাৰ অকালপক্কতাই

তাইক বেচ্ আমোদ দিছিল। মীনা হৈ পৰিছিল মাক সবলাৰ অতি অন্তৰঙ্গ বন্ধু। মীনাৰ চিন্তাধাৰাৰ পৰিপক্কতাই নীঃসহায়া সবলাক দৃঢ় হ'বলৈ সাহস যোগোৱাৰ উপৰিও জীৱন-সংগ্ৰাম সুন্দৰ কৰি তুলিবলৈ অহৰহ অনুপ্ৰাণিত কৰি ৰাখিছিল। বঞ্চিতা, অভিশপ্তা, প্ৰৱঞ্চিতা সবলাই পাহৰি গৈছিল অভিশপ্ত অতীতটো। অৱশ্যে বয়সত তৰুণী হৈ থকা সত্বেও অকলশৰীয়া তৰুণীসকলে সন্মুখীন হোৱা বহুতো সমস্যাৰ তাই সন্মুখীন হোৱা নাছিল—কাৰণ তাই দেখনীয়াৰ নাছিল বা পুৰুষক আকৰ্ষণ কৰাৰ প্ৰৱণতাও তাইৰ মাজত নাছিল। তদুপৰি তাইৰ স্বভাৱ আছিল অতি সংযমী আৰু সেৱাপৰায়ণ। এক কথাত ক'বলৈ গ'লে সবলা আছিল ত্যাগ আৰু সেৱাৰ প্ৰতিমূৰ্তি আৰু আনহাতে সঁচাকৈয়ে তাই আছিল সবলা-মাক, বাপেকে দিয়া নামটোৰ অৰ্থ ক্ষুণ্ণ কৰা কোনো কামেই তাই তাইৰ ৩০ বছৰীয়া জীৱনটোত কৰা নাই। তাইক বিগত যৌৱনা বুলি কলে ভুল হ'ব; কিন্তু যৌৱন বা তাৰুণ্যৰ মাজেৰে প্ৰকাশ হোৱা আটাইবোৰ প্ৰৱণতাৰ প্ৰতি তাই বীতশ্ৰদ্ধ হৈ পৰাটো এটা স্বাভাৱিক ফলশ্ৰুতি যে তাৰ খবৰ পিছে কেইজনে ৰাখে। শিক্ষয়িত্ৰী জীৱন আৰম্ভ কৰিছিল মেট্ৰিক পাছ কৰি উঠি ১৭ বছৰ বয়সতো গাৰ্হস্থ্য জীৱনত সাফল্যৰ সৰ্বোচ্চ শিখৰত আৰোহণ কৰাৰ পিছতো শিক্ষয়িত্ৰীৰ পদটো এৰি নিদিলে বাবে আজি তাই মনে মনে নিজকে অভিনন্দন আৰু ধন্যবাদ জনায়। অৱশ্যে লাহ-বিলাহত ডাঙৰ হোৱা নীলে মাজে সময়ে কিছুমান অসুবিধাৰ সৃষ্টি কৰিলে তাইৰ মনটো দুৰ্বল হৈ পৰাৰ উপক্ৰম হয়, কিন্তু মীনাৰ সান্নিধ্যই তাইক সংযত হ'বলৈ বাধ্য কৰে।

সবলাৰ অন্তৰঙ্গ বান্ধৱীসকলে বহুবাৰ সবলাক কৈছে-"তই বিবাহ বিচেছদৰ গোচৰ তৰি এই বন্ধনৰ পৰা ওলাই আহ; এতিয়াও তই নতুনকৈ জীৱন আৰম্ভ কৰিব পাৰিবি। তদুপৰি পঙ্কজে নিজেও বিবাহ-বিচ্ছেদ বিচাৰিছে—পতিকে তই আঁকোৰ-গোঁজ হৈ

থকাৰ কোনো অৰ্থ নাই।"

পিছে সৰলা নিৰ্বিকাৰ। তাই নতুনকৈ জীৱন আৰম্ভ কৰা কথা কল্পনাও কৰিব নোৱাৰে। তাই জানে ভাল পোৱা আৰু আনুগত্য প্ৰত্যাশিত হ'লেই তাৰ চিৰন্তন ৰূপ নিঃশেষ হৈ নাযায়-যৌন উন্মাদনাৰ জীৱন্দশাই প্ৰথম প্ৰেমৰ প্ৰতিদ্বন্দ্বী হৈ সন্তান জন্ম দিয়াৰ যৌথ প্ৰকল্পৰ জীৱন্দশাক কাহানিও চেৰ পেলাব নোৱাৰে বুলি সৰল সৰলাই আজিও বিশ্বাস কৰে। সৰলা সঁচাকৈয়ে সৰলা-তাইৰ বিশ্বাস, তাইৰ আনুগত্য, তাইৰ দায়বদ্ধতা এককেন্দ্ৰিক-পিৰামিড-টোৰ শীৰ্ষবিন্দুটোৰে হ'ল তাইৰ স্থিতি। প্ৰতিকূল পৰিস্থিতিত বিচলিত হৈ ধৈৰ্য হেৰুৱাৰ উপক্ৰম হোৱা নাই বুলি হয়তো সৰলাই দাবী কৰিব নোৱাৰিব, মাজে সময়ে খং উঠিছে যদিও প্ৰকাশ কৰা নাই। কিন্তু বিপদ কালত ধৈৰ্য ধৰিবলৈ মাক-দেউতাকে দিয়া শিকনি তাই সদাই মানি চলিছে আৰু তাৰ ফল তাই নীল আৰু মীনাৰ গঢ় লৈ উঠা চৰিত্ৰৰ মাজতে উপলব্ধি কৰিছে। দিনৰ পিছত দিন তাই কি কষ্ট যে কৰা নাই। ব্যক্তিগত সকলো সুখ-সম্ভোগৰ আশা বাদ দি তাই মাথো এটা উদ্দেশ্য সাৰোগত কৰি বিনিদ্ৰ ৰজনীবোৰ অতিক্ৰম কৰিছে—উদ্দেশ্যটো হ'ল নীল আৰু মীনাক পঙ্কজতকৈও বেছি বিদ্বান, বেছি শক্তিশালী, বেছি সম্ভাৱনাপূৰ্ণ কৰি গঢ়ি তোলা। এই বয়সতে কোনো প্ৰতিশোধপৰায়ণ মনোবৃত্তিৰ আশ্ৰয় নলৈ তাই এটা অতি সুস্থ দৃষ্টিভঙ্গীৰে জীৱনৰ বাটত আগবাঢ়িবলৈ নিজকে, লগতে নীল আৰু মীনাকো প্ৰস্তুত কৰিছে; আনকি মীনা আৰু নীলক পিতৃ-সঙ্গ সুখৰ পৰা বঞ্চিত কৰিবলৈ তাই কোনো ব্যৱস্থা গ্ৰহণ কৰা নাই। নীল আৰু মীনাই যদি পঙ্কজৰ লগত বেছি সময় কটাবলৈ ৰাজী নহয় তাৰ বাবে নিশ্চয় সৰলাক দোষী কৰাটো অন্যায় হ'ব। যেতিয়াই পঙ্কজে সিহঁত দুয়োকো লগ পাবলৈ ইচ্ছা কৰিছে তেতিয়াই সৰলাই নিজে ব্যৱস্থা কৰি দিছে-নিজে অৱশ্যে সদায়ে দূৰৈত থাকি গৈছে; পঙ্কজৰ লগত তাইৰ

যৌৱনকালত স্থাপন কৰা সম্বন্ধটো, বিবাহিত জীৱনত সম্পূৰ্ণতাৰে নিজকে বিলাই দিয়া স্মৃতিটো আৰু পঙ্কজৰ বাবে অশেষ কষ্ট কৰি দোপত-দোপে তাক উন্নতিৰ পথত আগুৱাই দিয়া ইতিহাসে তাইক আজি আমনি নকৰে। অৱশ্যে প্ৰথমতে তাই খুব অশান্তি পাইছিল—বিদ্ৰোহ কৰিছিল—পঙ্কজৰ জীৱন অশান্ত কৰি তুলিছিল; কিন্তু নীল আৰু মীনাৰ ভৱিষ্যতৰ চিন্তাই তাইক কোনো দিনেই অধৈৰ্য হ'বলৈ দিয়া নাছিল।

* * *

নীলৰ বাবে প্ৰথমতে যথেষ্ট অসুবিধা আৰু উদ্বিগ্নতাৰ সৃষ্টি হৈছিল। জন্মৰে পৰা বিজুলীৰ পোহৰত ডাঙৰ হৈছে, গৰমৰ দিনত 'ফেন'ৰ বতাহ পাইছে—'ফ্ৰিজ'ৰ ঠাণ্ডা পানী খাবলৈ পাইছে। কোনো দিনেই খোজ কাটি বা ৰিক্সা বা বাছত উঠি অহা-যোৱা কৰিবলগীয়া হোৱা নাছিল। হঠাতে কাহিলীপাৰা অঞ্চলত জুপুৰি ঘৰ এটা'লৈ আহি বাঁহৰ চাঙত শুব লগা হোৱা, কেৰাচিনৰ লেম্পৰ পোহৰত সন্ধিয়াটো কটোৱা—ইত্যাদি ধৰণৰ পৰিৱৰ্তনবোৰ নীলে সহজে মানি ল'ব পৰা নাছিল। সৰলাই মাটিৰ কলহৰ পৰা পানী খাবলৈ দিলে সদায়ে 'ফ্ৰিজ'ৰ ঠাণ্ডা পানীৰ বাবে আমনি কৰিছিল। নীলৰ ওজৰ-আপত্তিবোৰ শুনি সৰলাৰ বুকু ফাটি যোৱাৰ উপক্ৰম হৈছিল যদিও তাই নিজকে ক্ৰমে কঠোৰৰ পৰা কঠোৰতম কৰি তুলিছিল আৰু পৰিৱৰ্তিত পৰিস্থিতিৰ লগত নিজকে নীলে যাতে খাপ খুৱাই ল'ব পাৰে তাৰ বাবে সম্ভৱপৰ সকলো ব্যৱস্থা গ্ৰহণ কৰিছিল; মীনাও এগৰাকী নিতান্ত শিশুৱে আছিল যদিও তাই মাকৰ মনত দুখ নিদিবলৈ তাইৰ জ্ঞান-বুদ্ধিৰে যৎপৰোনাস্তি চেষ্টা কৰিছিল। দিছপুৰলৈ চাৰ্কাছ চাবলৈ যোৱা সন্ধিয়াটোৰ কথা মনত পৰিলে সৰলাৰ আজিও অৰ্থাৎ পোন্ধৰ-যোল্ল বছৰ পিছতো মীনাৰ প্ৰতি তাইৰ মনটো চৰম কৃতজ্ঞতা আৰু কৰুণাৰে ভৰি উঠে। মীনা আজি স্বামীগৃহত যদিও—স্মৃতি সৰলাৰ মনত আজিও সেউজীয়া হৈ আছে।

মাহটো আছিল ফাগুন মাহ। সিহঁতৰ জুপুৰিটো লুইতৰ পৰা বহু দূৰৈত যদিও বলিয়া পঁছোৱা জাকে কাহিলীপাৰাৰ আকাশখনো ধূৰঁলি-কুঁৱলী কৰি পেলাইছিল। অকণমান জুপুৰিটোৰ ভিতৰখন ধূলিৰ অবাধ ৰাজত্বই ভীষণ অস্বস্তিকৰ কৰি তুলিছিল। তেতিয়া কাহিলীপাৰাত বিজুলী চাকিৰ পযোভৰ নাছিল; আনকি নাতিদূৰৈত অৱস্থিত আৰক্ষী বেটেলীয়নৰ চৌহদতো বিজুলী চাকিৰ অভিবৰ্ত্তন হোৱা নাছিল। অকণমান টিলাটোৰ ওপৰত অৱস্থিত সিহঁতৰ জুপুৰিটোৰ পৰা শৰণীয়া পাহাৰৰ গান্ধীমণ্ডপত যেতিয়া বিজুলী চাকি জ্বলি উঠা দেখা যায় তেতিয়া গান্ধী মন্দিৰটো আকাশৰ বুকুত ওলমি থকা এখন সপোনপুৰী যেনহে লাগিছিল আৰু এই অপূৰ্ব দৃশ্যটো চকুত পৰিলেই তালৈ যাবলৈ নীলে সদায় জেদ কৰিছিল, মাক আৰু বায়েকে কিমান যে কূট-কৌশল কৰি তাক নিৰস্ত কৰিব-লগীয়া হৈছিল সেয়া বৰ্ণনাতীত। উপৰোক্ত সন্ধিয়াটোত সবলাই দিছপুৰত তুয়োকো চাৰ্কাছ দেখুৱাবলৈ নিবৰ বাবে প্ৰস্তুত হৈছেহে মাত্ৰ—আহিল হুৰহুৰকৈ বৰষুণ এজাক। সবলাই ৰিক্সা এখন মাতিবলৈ ওচৰ-চুবুৰীয়া যতীনক'পাচিলে; কিন্তু সমস্যা হ'ল নীলক লৈ। নীলে জেদ ধৰিলে সি ৰিক্সাত নাযায়—দেউতাকৰ গাড়ীতহে যাব। হুৰহুৰকৈ অহা বৰষুণজাক ইতিমধ্যে কিনকিনীয়া বৰষুণলৈ ৰূপান্তৰিত হৈছে। ৰিক্সা আহি পালে, পিছে নীল ৰিক্সাত নুঠে। সবলা আৰু মীনাৰ আটাইবোৰ অনুনয়-বিনয় নিস্ফল হ'ল। মীনাই আকৌ প্ৰসিদ্ধ গায়ক শ্ৰীখগেন মহন্তৰ ওচৰত গান শিকে—সপ্তাহত তিনিদিন গণেশগুৰিলৈ খোজ কাঢ়ি গৈ বাকীখিনি দূৰত্ব বাছেৰে অহা-যোৱা কৰে। তাইৰ একাগ্ৰতা দেখি মহন্তইও তাইক সকলো উজাৰি দিছে—তদুপৰি অৰ্চনাৰ মাতৃসুলভ স্নেহসিক্ত বিৰাট বটগছ জোপা আছেই। ফলত সাত-আঠ বছৰ বয়সতে মীনাৰ সুললিত কণ্ঠ সমগ্ৰ অসমতে চিনাকি হৈ পৰিছে। খগেন আৰু

অৰ্চনাই হ'য়া উজাৰি দিছে—উদ্দেশ্য মাত্র এটা, মীনা হওক দুয়োৰো শ্ৰেষ্ঠ সৃষ্টি। অসমৰ সঙ্গীতপ্ৰেমীসকলে সদায়ে এটা আপত্তি কৰি আহিছে; অসমৰ বিখ্যাত গায়ক-গায়িকাসকলে নিজেই গান গাই শ্ৰোতাক স্বপ্নাবিষ্ট কৰি ৰাখে; কিন্তু নতুন গায়ক-গায়িকা সৃষ্টি কৰাত মনোনিবেশ নকৰে। এই অভিযোগ মিছা বুলি প্ৰমাণ কৰিবৰ বাবেহে যেনিবা মীনাৰ আবিৰ্ভাৱ। খগেন আৰু অৰ্চনাৰ মীনাক লৈ গৰ্বৰ শেষ নাই।

নীলৰ অনমনীয় মনোভাৱ দেখি মীনাই বেছ নাটকীয় ভঙ্গীত ভায়েকৰ সমুখত নাচি-নাচি সুৰ লগাই গাবলৈ ধৰিলে—

'আপদীয়া বতৰত
মইনা নুঠে মটৰত
পিচল মাটিত পিচল খাই
মইনাৰে মটৰ উভতি
যায় ··।

গোমোঠা মুখ কৰি বহি থকা নীলে খুব মজা পাই হাত চাপৰি দিলে আৰু দৌৰি গৈ বিস্ৰাখনত উঠি বহিল; এই ঘটনা সবলাৰ মনত আজিও সজীৱ হৈ আছে আৰু এটা দুৰন্ত আশা মনতে লুকাই ৰাখিছে যে নীলে বিয়া কৰাই অনা ছোৱালীজনীক এই ঘটনা-টোৰ বিশদ বিৱৰণ তাই এদিন নিশ্চয় দিব। এইটো পিছে এটাহে ঘটনা—সৰু-সুৰা এনে ধৰণৰ ঘটনা বিগত দহ-পোন্ধৰ বছৰত বহুতো ঘটিছে। এতিয়া অৱশ্যে সবলাৰ তিনিটা কোঠালিৰ নিজৰ ঘৰ এটাও হৈছে—তাত আজি বিজুলী চাকিও আছে। সবলাই আজিও অৱসৰ পোৱা নাই; বিগত প্ৰায় ২০ বছৰ ধৰি অক্লান্ত পৰিশ্ৰম কৰি সবলাই নিজে কাম কৰা স্কুলখন দোপত-দোপে গঢ়ি তুলিছে। এইখন স্কুলত চাকৰি কৰিয়েই তাই এটা সময়ত ভঁৰিয়াল গঢ়ি তুলিছিল আৰু আজি গঢ়িছে [১]পঙ্কজৰ ল'ৰা-ছোৱালীৰ। সবিশেষ জানিবলৈ হ'লে বহু বছৰ পিছুৱাই যাব লাগিব।

সৰলা গাঁৱৰ ছোৱালী। বামুন্দীৰ পৰা খোজ কাটি আহি হাজো হাইস্কুলত পঢ়ে। সৰলাৰ দেউতাকো আছিল প্ৰাইমাৰী স্কুলৰ শিক্ষক। দেউতাকৰ হাবিয়াস আছিল সৰলাক উচ্চ শিক্ষিতা কৰি গঢ়ি তোলাৰ; কিন্তু বিধি বাম হ'ল। এদিনৰ অসুখতে দেউতাকৰ মৃত্যু হোৱা বাবে প্ৰথম বিভাগত মেট্ৰিক পৰীক্ষাত উত্তীৰ্ণ হোৱা সত্ত্বেও সৰলা আৰু উধাব নোৱাৰিলে। হাজোৰ হাইস্কুলত পঢ়ি থকা সময়তে তাইৰেই শিক্ষক পঙ্কজৰ প্ৰতি তাই আকৃষ্ট হয় আৰু মাক-দেউতাক আৰু সমূহ গাঁওবাসীৰ আশীৰ্বাদ মূৰত লৈ তাই এদিন পঙ্কজক বিয়া কৰাইছিল। পঙ্কজো মেধাৱী ছাত্ৰ আছিল; কিন্তু আৰ্থিক অনাটনৰ বাবে আই-এ পৰীক্ষাত উত্তীৰ্ণ হোৱাৰ পিছতে কলেজ এৰিবলগীয়াত পৰিল আৰু হাজো হাইস্কুলত শিক্ষকতা কৰা আৰম্ভ কৰিলে।

অৱশ্যে সৰলাক বিয়া কৰোৱাৰ পিছত পঙ্কজৰ ভাগ্যৰ চকৰী ঘূৰিল; গুৱাহাটীৰ কলেজিয়েট স্কুলত চাকৰি পাই পঙ্কজে সৰলাক লৈ গুৱাহাটীলৈ গুচি আহিল। গুৱাহাটীৰ পৰিবেশত দুয়ো এটা উজ্জ্বল ভৱিষ্যতৰ সপোন দেখিলে। সৰবৰহী প্ৰকৃতিৰ সৰলায়ো শিক্ষয়িত্ৰীৰ চাকৰি এটা যোগাৰ কৰি ল'লে। কাহিলীপাৰাৰ এই স্কুলখনত জনজাতীয় ল'ৰা-ছোৱালীবোৰক জ্ঞানৰ পোহৰ দিবলৈ সৰলাই নিজকে উছৰ্গা কৰি দিলে। লাহে লাহে সৰলাৰ দৃষ্টিভঙ্গী বহল হ'ল আৰু নিজে পোৱা দৰমহাৰেই ঘৰখন চলাবলৈ সক্ষম হ'ব বুলি আত্মপ্ৰত্যয় জন্ম হোৱাৰ লগে লগে পঙ্কজক এটা নতুন প্ৰস্তাৱ দিলে।

'তুমি চাকৰিটো এৰি দি আকৌ কলেজত নাম লগোৱা। তাৰ পিছত সৰ্বভাৰতীয় পৰীক্ষাত প্ৰতিযোগিতা কৰি আই-এ-এছ বা আই- পি-এছ অত সোমাবলৈ চেষ্টা কৰা।'—সৰলাৰ কথা শুনি পঙ্কজে কথাটো প্ৰথমে হাঁহি উৰাই দিব খুজিছিল।

'খোৱাহে, এতিয়া আৰু বুঢ়া শালিকাই মাত নধৰে।' পিছে

সবলা আঁকোৰগোঁজ হৈ লাগিল। খুব আবেগিক সুৰত সবলাই পঙ্কজক ক'লে—'তুমি কথাটো নুবুজা কিয়? সুযোগৰ অভাৱতে অসমৰ বহুতো মেধাৱী ছাত্র-ছাত্রীৰ মাজত লুকাই থকা সম্ভাৱনা-বোৰ অকালতে মৰহি যায়। অসমৰ বাহিৰৰ পৰা অহা আই-এ এছ, আই-পি-এছ বিষয়াবোৰ অসমৰ ছাত্র-ছাত্রীতকৈ কোনো গুণে উচ্চ মানদণ্ডৰ নহয়। মাথোন আমাৰ মাজত সজাগতা আৰু সক্রিয় প্রচেষ্টা নাই। অৱশ্যে ইমানদিন সুযোগৰ অভাৱো আছিল। তুমি মোৰ কথা শুনিবই লাগিব।' পঙ্কজে নিমাতে ৰ'ল যদিও সবলাৰ কথাটো গাত লাগিল আৰু এদিন চাকৰিৰ পৰা ইস্তফা দি কটন কলেজত নাম লগালে।

সবলাৰ উৎসাহৰ সীমা নাই। পঙ্কজৰ যাতে কোনো অসুবিধা নহয় তাৰ বাবে সবলা সজাগ হৈ থাকিল। ইতিমধ্যে দুটা টিউচনো সবলাই যোগাৰ কৰি ল'লে। কোনো শাৰীৰিক কৰ্মকে সবলাই মানি ল'বলৈ ৰাজী নহ'ল। মাথোন এটা সপোন—এটা লক্ষ্য : পঙ্কজ আই-এ-এছ বা আই-পি-এছ বিষয়া হ'বই লাগিব। তাই গভীৰভাৱে বিশ্বাস কৰিছিল যে কঠোৰ সাধনাৰ ফল ফলিবই। আনকি গা-ভাৰী হোৱাৰ পিছত মীনাক পেটত লৈ ফুৰা অৱস্থাতো তাইৰ এই উদ্যমৰ হ্রাস-ত্রুটি নহ'ল। প্রসূতি-কোঠালৈ পঙ্কজ প্রথমবাৰ সোমাই অহাৰ লগে লগে তাইৰ প্রথম প্রশ্ন আছিল :

'হেৰা, নতুনকৈ অনা কিতাপকেইখনৰ পৰা টোকা লোৱা শেষ হ'ল নে নাই ?' সবলাৰ কথা শুনি পঙ্কজে থতমত খাই ক'লে—

'ৰ'বাচোন অকণমানজনীৰ দৰ্শন কৰি লওঁ প্রথমতে—তাৰ পিছতো পৰীক্ষাৰ প্রস্তুতিৰ কথা হ'ব পাৰিম।' পঙ্কজৰ কথা শুনি খিটিকিয়া হাঁহি এটা মাৰি সবলাই মাথোন ওচৰতে নিদ্রামগ্ন হৈ থকা নৱজাত শিশুটোৰ পিনে এটা সগৰ্ব দৃষ্টি নিক্ষেপ কৰি আকৌ পঙ্কজৰ পিনে দৃষ্টি ঘূৰালে—পঙ্কজৰ অভিব্যক্তিৰ প্রত্যাশাত। পঙ্কজৰ নীৰৱতা-খিনিহে সবলাৰ ওচৰত পিছে বেছি সৰৱ উক্তিৰ ৰূপত দেখা দিলে।

পঙ্কজৰ চকুত ভাহি উঠা কৃতজ্ঞতা আৰু সুখানুভূতিয়ে তাইৰ অন্তৰ উপচাই পেলালে।

গা ভাল হোৱাৰ পিছতো সৰলাই বেছি সময় নষ্ট নকৰি সংসাৰ চলোৱা কামত ব্যস্ত হৈ পৰিল। পঙ্কজৰ কোনো ওজৰ-আপত্তিয়ে তাই নুশুনিলে; স্কুলৰ পৰা তিনিমাহ ছুটী পাইছে যদিও ঘৰতে টিউচন কৰাৰ ব্যৱস্থা কৰি লৈ অতিৰিক্ত আয়ৰ পথ খোলা ৰাখিলে। মীনাক্ষিয়ে হাঁহিব পৰা হ'ল আৰু পঙ্কজৰ বি-এ পৰীক্ষাৰ দিনো চমু চাপি আহিল। সৰলাৰ পিছে একমাত্ৰ চিন্তা পঙ্কজৰ কলেজ আৰু পৰীক্ষাৰ মাচুল যাতে সময়মতে দিব পাৰে। এই চিন্তাই জন্ম দিয়া ব্যস্ততাই আনকি মীনাৰ সকলো দুখ-কষ্ট পাহৰাই পেলাব পৰা কলকলনিকো চেৰাই গ'ল। সৰলাৰ সংকল্প দৃঢ়—লক্ষ্য নিশ্চিত।

প্ৰথম শ্ৰেণীত সন্মানসহকাৰে বি-এ পৰীক্ষাত উত্তীৰ্ণ হোৱাৰ লগে লগে পুনৰ চাকৰি কৰাৰ প্ৰচেষ্টা এটাই পঙ্কজৰ মাজত দেখা দিলে। সৰলা মান্তি নহ'ল। তাইৰ বক্তব্য হ'ল—

'তুমি অকল বি-এটো পাছ কৰিবৰ বাবে মই ইমান কষ্ট কৰা নাই। এয়া জুন মাহ—অহা ছেপ্টেম্বৰত তুমি আই-এ-এছ/আই-পি এছ পৰীক্ষা দিব লাগিব। মই ইতিমধ্যে পৰীক্ষা দিবৰ বাবে দৰ্খাস্ত কৰা ফৰ্ম আনিলো। লোৱা, এইখন ফৰ্ম; এইখন ভৰ্তি কৰি যথা-স্থানলৈ পঠাই দিয়া। যোৱা মাহৰ টিউচনৰ টকাই পৰীক্ষাৰ মাচুলৰ বাবে যথেষ্ট হ'ব। পঙ্কজে সৰলাৰ কথা শুনি তাইক সাবটি ধৰিলে।

'নিলাজটো ক'ৰবাৰ' বুলি সৰলাই পঙ্কজৰ বাহুবন্ধনৰ পৰা নিজকে মুক্ত কৰি লৈ ক'লে—'শুনা, ইংৰাজী ৰচনা আৰু সাধাৰণ জ্ঞানৰ প্ৰশ্নকাকত দুখনৰ বাবে বহুতো কিবা-কিবি পঢ়িব লাগে হেনো। কি কি লাগে খবৰ কৰি কিতাপবোৰ অনোৱাৰ ব্যৱস্থা কৰা। টকাৰ বাবে চিন্তা নকৰিবা; আৱশ্যক হ'লে পিতাই বিয়াত

দিয়া গহনাখিনিও বন্ধকত দিম বা বিক্ৰী কৰি দিম—মাথোন, পৰী-ক্ষাটো তুমি পূৰ্ণ প্ৰস্তুতিৰে দিব লাগিব।' তাইৰ কথা শুনি পঙ্কজে মাথোন চকুত এটা সম্মোহিত দৃষ্টি লৈ ভিতিৰ ভিতৰত থূপ খাই একত্ৰিত হোৱা আবেগখিনিক আয়ত্তলৈ আনি চকুযুৰিক নিয়ন্ত্ৰিত কৰিলে।

পৰৱৰ্তী দৃশ্যপট অতি সঘনে সলনি হ'বলৈ ধৰিলে। এতিয়া আই-এ-এছৰ প্ৰশিক্ষণ ল'বলৈ পঙ্কজ যাবলগীয়া হ'ল মচুৰীলৈ। মচুৰীযাত্ৰাৰ আগমুহূৰ্তৰ নিশাটো সৰলা আৰু পঙ্কজৰ বাবে আছিল সঁচাকৈয়ে আবেগ ভাৱাক্ৰান্ত আৰু বিভিন্ন প্ৰত্যাশাৰে প্লাৱিত। সৰলাৰ জীৱন-যুদ্ধত জয় হ'ল; তাই আশ্বস্ত হ'ল যে তাইৰ প্ৰেম আৰু আনুগত্য যুগমীযা হ'ল। তাইৰ অজানিতে বিধাতাই হয়তো এটা কুটিল হাঁহি মাৰিলে।

মচুৰীলৈ গৈ পঙ্কজে বুজি পালে যে প্ৰশিক্ষণৰ সময়ত পোৱা দৰমহাৰে মচুৰীত প্ৰশিক্ষণ লৈ থকা কালৰ যাৱতীয় খৰচ বহন কৰা সম্ভৱ নহ'ব; গতিকে পৰিস্থিতিটো বুজাই সৰলালৈ চিঠি দিলে আৰু তাইৰ পৰামৰ্শ বিচাৰিলে। উত্তৰত সৰলাৰ বক্তব্য হ'ল—

'তুমি বৰ সৰু কথা লৈ চিন্তিত হৈছা। আৱশ্যকীয় সকলো টকা তোমাৰ সৰলাই তোমালৈ পঠাব—তুমি নিশ্চিন্ত হ'ব পাৰা।'

সৰলাই দুটা অতিৰিক্ত টিউচন লবলগীয়া হ'ল। কাহিলীপাৰাৰ পৰা খোজ কাটি আহি গণেশগুৰি আৰু খ্ৰীষ্টানপট্টিত টিউচন দুটা কৰি কাহিলীপাৰা গৈ উভতি পায মানে ৰাতি আঠ বাজি যায়। তথাপিও সৰলাৰ কোনো ভাগৰ নাই—কোনো আপত্তি নাই। বামুন্দীৰ পৰা লগত আনি ৰাখিছে সম্বন্ধীয়া ভনীয়েক গিৰিবালাক। গিৰিবালাকো সৰলাই ঘৰতে পঢ়ুৱায আৰু গিৰিবালাইও সৰলাক ঘৰৰ কাম-বন কৰাত সহায় কৰাত বাদেও সৰলা ঘৰত নথকা সময়ত মীনাক চোৱা-চিতা কৰে।

আনপিনে মচুৰীত পঙ্কজৰ জীৱনলৈ অভাৱনীয় পৰিৱৰ্তন নামি

আহিবলৈ ধৰিলে। পছিমীয়া আদৰ কায়দাই পঙ্কজৰ ব্যক্তিত্ব সলনি কৰি পেলালে। প্ৰথমতে সবলালৈ সপ্তাহত দুখনকৈ চিঠি দিছিল; লাহে লাহে চিঠিৰ সংখ্যা কমি আহিবলৈ ধৰিলে। মাহেকে পষেকেহে এতিয়া চিঠি অহা হ'ল। অৱশ্যে অতিৰিক্ত টকা-পইচাৰ আৱশ্যক হ'লে সবলালৈ লিখিবলৈ নেপাহৰে। প্ৰশিক্ষণৰ কামত খুব ব্যস্ত আছে বুলি ভাবি সবলাইও একো চিন্তা নকৰিলে।

ওঠৰ মাহৰ প্ৰশিক্ষণ সম্পূৰ্ণ কৰি পঙ্কজে যেতিয়া শিলচৰত চাকৰিত যোগ দিবলৈ আহিল তেতিয়া মীনাক্ষী বেছ ডাঙৰজীয়া হৈ উঠিছে। তাইৰ থুনুক-থানাক মাতে গোটেই ঘৰখন সজীৱ কৰি ৰাখিছিল; কিন্তু পঙ্কজে পৰিবেশটো অত্যন্ত গাঁৱলীয়া যেন অনুভৱ কৰিলে। সবলাৰ আচাৰ-ব্যৱহাৰ, পোছাক-পৰিচ্ছদ আৰু চাল-চলন তাৰ পৰ্যায়ৰ বিষয়া এজনৰ মৰ্যাদাৰ লগত খাপ খাই নপৰে যেন লাগিল তাৰ। পঙ্কজৰ অস্বাভাৱিক গাম্ভীৰ্যই সবলাৰ থৌকি-বাথৌ মনৰ ওপৰত ভীষণ হেঁচাৰ সৃষ্টি কৰিলে। বহুতো অনুনয়-বিনয়ৰ পিছত পঙ্কজে ক'লে,—

'তুমি এতিয়া চাল-চলন সলনি কৰিব লাগিব; তুমি এতিয়া চাকৰিৰ পৰা ইস্তফা দি মোৰ লগতে শিলচৰলৈ যাব লাগিব আৰু গিৰিবালাক ঘৰলৈ পঠাই দিয়া। আমি ছিলঙৰ পৰা 'আয়া' এজনী অনাই লম।'

—পঙ্কজৰ কথাত সবলাৰ মুৰত সৰগ ভাগি পৰিল। পঙ্কজৰ হাত দুখনত ধৰি অনুনয়ৰ সুৰত ক'লে—

'তোমাক কাবৌ কৰিছো; চাকৰিটো এৰি দিবলৈ নকবা— চাকৰিটোৰ যহতে আজি ইমানখিনি হ'বলৈ পালে। প্ৰাইভেট টিউচন্ এৰি দিম বাৰু, কিন্তু যিটো অতীতৰ ওপৰত থিয় হৈ আছো— তাক নেওচা দি মই ঠেক-ছিগা হ'ব নোখোজো। চাবা, তোমাৰ কোনো অসুবিধা নহয়।' পঙ্কজ নীৰৱে থকা দেখি তাই আকৌ ক'লে—

'মই দীঘলীয়া ছুটী লৈ শিলচৰলৈ যাম বাৰু; কিন্তু চাকৰিটো এৰি নিদিওঁ। তুমি আপত্তি নকৰিবা।'

শিলচৰত থিতাপি লগাৰ পিছত কিন্তু পঙ্কজ আৰু সৰলাৰ জীৱনৰ পুৰণি ছন্দটো লাহে লাহে অপসৃয়মান হৈ পৰিল। উচ্চ পর্যায়ৰ চৰকাৰী বিষয়া আৰু চাহ বাগানৰ বিষয়াসকলে অহা-যোৱা কৰা নৈশ ক্লাবটোৰ সদস্য হোৱাৰ পিছত পঙ্কজৰ চাল-চলন দ্রুত-গতিত সলনি হ'ল। আজিকালি বহুত ৰাতিকৈ ক্লাবৰ পৰা উভতি আহে। সৰলাই ভাত খাবলৈ অপেক্ষা কৰি থাকে যদিও মাজে সময়ে পঙ্কজ ভাত নোখোৱাকৈয়ে শুই পৰে। পঙ্কজৰ মুখৰ পৰা ভাহি অহা অসহনীয় গোন্ধটোৱে সৰলাক শঙ্কিত কৰি তুলিলে। উজ্জল ভৱিষ্যতৰ পৰিৱৰ্তে এটা অনিশ্চিত ভৱিষ্যতৰ পূৰ্বাভাসে তাইৰ অন্তৰ কঁপাই তুলিলে। এয়া কি হ'ল বাৰু? তাইৰ ত্রুটি-বিচ্যুতি ক'ত হ'ল? ইত্যাদি ধৰণৰ চিন্তাই তাইক জুৰুলা কৰিলে।

নতুন বছৰৰ আৰম্ভণিৰ আগনিশা ক্লাবত নৈশ ভোজনৰ ব্যৱস্থা কৰা হৈছিল। পঙ্কজে সিদিনা বহুতো সাধ্য সাধনা কৰি সৰলাকো ক্লাবলে লৈ গ'ল; কিন্তু সৰলাই ক্লাবৰ পৰিবেশটো কোনোমতেই মানি ল'ব নোৱাৰিলে। বিশেষকৈ মহিলাসকলে ইমান বাজহুৱা-ভাৱে সুৰাপান কৰি নাচি-বাগি হৈ হাল্লা কৰা কথাটো তাইৰ বৰ দৃষ্টিকটু লাগিল। তদুপৰি নিচাগ্ৰস্ত পুৰুষসকলৰ অসংযত ব্যৱহাৰে তাইৰ মূল্যবোধক বাৰুকৈয়ে আঘাত কৰিলে। পঙ্কজৰ থৰক-বৰক অৱস্থা দেখি তাক প্রায় জোৰ কৰিয়েই ক্লাবৰ পৰা উলিয়াই আনি যেতিয়া ঘৰ পালে তেতিয়া ৰাতি এক বাজি গ'ল। সৰলাৰ অন্তৰ-খন ভাগি-টুকুৰা-টুকুৰ হৈ ওলাই অহাৰ উপক্রম হ'ল।

ৰাতিপুৱা দহ বাজি যোৱাৰ পিছতহে পঙ্কজে বিচনা এৰিলে। চাহ-পানী খোৱাৰ পিছত সৰলাই খুব শান্ত আৰু গম্ভীৰভাৱে পঙ্কজক বুজাবলৈ ধৰিলে; এয়া আমাৰ ভাৰতীয় কৃষ্টি নহয়। অন্ধ অনুকৰণে আমাক ভুচুং পছুহে বনাব। তুমি মদ খোৱা—মোৰ আপত্তি

নাই; কিন্তু মাতাল কিয় হ'ব লাগে ? আমাৰ সমাজে যে অসংযত জীৱন-পদ্ধতি মানি নলয় তোমাক নিশ্চয় মই সেই কথা বুজোৱাৰ আৱশ্যক নাই।' পঙ্কজ নীৰৱ—কৈফিয়ৎ দিবলৈ সি উদ্বিগ্ন নহয়; মাথোন এটা তাচ্ছিল্যৰ ভাব তাৰ চকুৱে মুখে ফুটি উঠিল।

ইতিমধ্যে সৰলাৰ ছুটী শেষ হৈ আহিল। তিনিমাহৰ পিছত পুনৰ সন্তানসম্ভৱা হৈ তাই গুৱাহাটী পালেহি; কিন্তু মনত শান্তি নাই।' নিজৰ সমাজখনত সৰলা খুব সন্মানিত ব্যক্তি—আটায়ে তাইক খুব ভাল পায়। তাইৰ দৰে উদ্যোগী নির্মল চৰিত্ৰৰ তিৰোতাজনীৰ মুখমণ্ডলত দুশ্চিন্তাৰ স্পষ্ট ৰেখা দেখি তাইৰ খুব অন্তৰঙ্গ বান্ধৱী কৃষ্ণাই তাইক বিভিন্ন প্রশ্নবাণেৰে থকা-সৰকা কৰিলে। স্বামীৰ বদনাম গাবলৈ সৰলাৰ মনটো মান্তি নহ'ল। কৃষ্ণাই সৰলাক কিদৰে সহায় কৰিব পাৰে তাৰ উপায় উদ্ভাৱন কৰাত মগ্ন হ'ল। চৰকাৰী মহলত কৃষ্ণা খুব প্রতিপত্তিশালী কাৰণ কৃষ্ণাৰ স্বামী অৰুণ কাকতি মন্ত্রীসভাৰ এজন জ্যেষ্ঠ সদস্য। সৰলাই মুখে মুখে নকলেও কৃষ্ণাই সমস্যাটো নিজেই কিবা এটা অনুমান কৰি ল'লে আৰু গিৰিয়েকৰ সহায়ত পঙ্কজক গুৱাহাটীলৈ বদলি কৰি আনিলে। লগে লগে আৰম্ভ হ'ল দুখুনী সৰলাৰ জীৱনৰ কৰুণতম অধ্যায়টো। আইঘৰতকৈ বাইঘৰ চাৰ হ'ল।

গুৱাহাটীৰ চান্দমাৰীত থকা ধুনীয়া চৰকাৰী ঘৰ এটাত পঙ্কজ আৰু সৰলা থিতাপি লাগিল যদিও ইয়াতো গণ্ডগোলৰ মিতিৰৰ অভাৱ নহ'ল। এইবাৰ আকৌ সুৰাৰ লগতে আবির্ভাৱ হ'ল নাৰীৰ। সহকর্মী ইন্দিৰা ত্রিবেদীৰ লগত প্রশিক্ষণ কালৰ পৰায়ে পঙ্কজৰ ঘনিষ্ঠতা গঢ়ি উঠিছিল। অত্যাধুনিকা ইন্দিৰাৰ চাল-চলন বেশভূষা, সলসলকৈ ইংৰাজী ক'ব পৰা ক্ষমতা আৰু সংস্কাৰমুক্ত আচাৰ-ব্যৱহাৰে পঙ্কজক ভালকৈ মুহিলে। গুৱাহাটীৰ বাহিৰলৈ চৰকাৰী ভ্রমণত গ'লে দুয়ো একেলগে যোৱাটো এটা নিয়মত পৰিণত হ'ল। দুয়োৰো ছিলং ভ্রমণো সঘনে হ'বলৈ ধৰিলে। এক কথাত ক'বলৈ

গ'লে ইন্দিৰাৰ মাযাজালেৰে আবৃত হৈ পঙ্কজে গাঁৱলীয়া সবলাক পিছ দিলে। আনকি নীলৰ জন্মৰ সময়তো পঙ্কজ আৰু ইন্দিৰা যুটীয়া ভ্ৰমণৰ বাবে ছিলঙলৈ গৈছিল। সন্ধিয়া ছিলং ক্লাবলৈ গৈ তলতীয়া বিষয়া এজনে যেতিয়া নীলৰ জন্মৰ খবৰ দিলে—পঙ্কজে কোনো উদ্বিগ্নতা বা উত্তেজনা অনুভৱ নকৰিলে আৰু খবৰটোক গুৱাহাটীলৈ উভতি অহাৰো প্ৰয়োজন অনুভৱ নকৰিলে। তেতিয়া পঙ্কজক সম্মুখত হুইস্কিৰ গিলাচ লৈ বহি থকা ইন্দিৰা ত্ৰিবেদীৰ চকুৰ বিজলীয়া আন এখন দেশলৈ লৈ যোৱাৰ উপক্ৰম কৰিছে আৰু গুৱাহাটীৰ হাস্পতালত সবলা অপেক্ষাৰত হৈ আছে পঙ্কজৰ আগমনৰ বাবে— দুৰাশা বুলি জানিও মনতে আশা কৰিছে জালোচা পুত্ৰৰ আৱিৰ্ভাৱে জীৱনৰ হেৰাই যোৱা ছন্দ পুনৰুদ্ধাৰ কৰে।

* * *

বু-বাকৈ বহুতো কথা সবলাৰ কাণত পৰিলহি। প্ৰথমতে গড়-গঞ্জা মিতিৰৰ গোষ্ঠীয়ে বৌটোকে ঢোটো কৰা বুলি ভাবিছিল সবলাই।

বিশ্বাস কৰা নাছিল পঙ্কজৰ ইমান অধঃপতন হ'ব বুলি, কিন্তু হাস্পতালৰ পৰা নৱজাত নীলক লৈ সন্ধিয়া আহি ঘৰ সোমোৱাৰ লগে লগে দেখা দৃশ্যটোৱে সবলাৰ জীৱনৰ গতি চিৰদিনৰ বাবে সলনি কৰি দিলে। শোৱনি কোঠাত সোমায়ে দেখিলে এগৰাকী তৰুণী পঙ্কজক সুৰা পৰিবেশন কৰাত ব্যস্ত। সবলাক দেখি ইন্দিৰাই থতমত খালে। সবলাই মাথোন সুধিলে—'আপুনি নিশ্চয় ইন্দিৰা ত্ৰিবেদী ?'

ইন্দিৰাই মুখ ঢুপিয়াই পঙ্কজৰ পিনে দৃষ্টি ঘূৰাই ক'লে: 'বলা পঙ্কজ—ক্লাবলৈ যাওঁ, আজি আৰু ইয়াত নজমিব।'

'তুমি আগবাঢ়া—মই গৈ আছো।' পঙ্কজৰ সঁহাৰি পাই ইন্দিৰা নাচি বাগি ক্লাবমুৱা হ'ল। ইন্দিৰা যোৱাৰ পিছত পৰিৱেশটো গোমোঠা হৈ উঠিল। কোনো হুলস্থুল বা চিঞৰ-বাখৰ নকৰাকৈয়ে সবলাই পঙ্কজক সুধিলে:

'তোমাৰ মতলব কি? সংসাৰতো এনেদৰে নচলে। তোমাৰ বিবাহিতা পত্নী আছে বুলি পাহৰি গৈছা নেকি?' সবলাৰ কথা শুনি পঙ্কজে চিঞৰি চিঞৰি ক'লে—

'ঠিকেই কৈছা—সংসাৰ এনেদৰে নচলে। গাঁৱলীয়া অশিক্ষিতা তিৰোতা এজনীক বিবাহিতা পত্নীৰ স্থান দিবলৈ মই ৰাজী নহয়। মোক বিবাহ-বিচ্ছেদ দিয়া—মই ইন্দিৰাক বিয়া কৰাই নতুনকৈ জীৱন আৰম্ভ কৰিম।'

পঙ্কজৰ চিঞৰত নৱজাত নীলে সাৰ পাই কান্দিবলৈ ধৰিলে—সবলা খ্লিল পৰা কপোৰ দৰে নিথৰ হ'ল—মীনাই মাকৰ আঁচলত ধৰি উচুপিব ধৰিলে।

সবলাৰ জীৱন দুৰ্বিষহ হৈ উঠিল। চাওঁতে চাওঁতে নীলে তিনি-বছৰত ভৰি দিলেহে, কিন্তু পঙ্কজৰ কাণসাৰ নাই। সবলাক দুৰ্ব্যৱহাৰ কৰিবলৈ আৰম্ভ কৰিলে। এদিন তৰ্কাতৰ্কি লাগি সবলাৰ গালত এটা চৰ শোধাই দি ক্লাবলৈ ওলাই গ'ল। দোভাগ ৰাতি ক্লাবৰ পৰা উভতি আহি পঙ্কজে দেখিলে ঘৰ খালি। সবলা, মীনা আৰু নীল নাই। লগুৱাটোৱে এখন চিঠি পঙ্কজৰ হাতত দিলে; খুলি চাই পঙ্কজে দেখিলে সবলাৰ চিঠি:

'মৰমৰ পঙ্কজ,

মই ভালদৰে বুজি পাইছো যে খাল কাটি মই মোৰ সুখী জীৱনলৈ ঘঁৰিয়াল মাতি আনিলো। মীনা আৰু নীলৰ শিক্ষা-দীক্ষা আৰু ভৱিষ্যতৰ চিন্তা কৰিয়েই আকৌ এবাৰ নিজৰ ভৰিত থিয় হ'বলৈ মই নিজকে প্ৰস্তুত কৰিছো। ভগবানৰ ওপৰত থকা মোৰ অতল বিশ্বাসে মোক বাৰে বাৰে ক'ব ধৰিছে যে দেৰিকৈ হ'লেও এদিন তোমাৰ সুমতি হ'ব। তদুপৰি তোমাৰ 'গাঁৱলীয়া অশিক্ষিতা তিৰোতাই বিবাহ-বিচ্ছেদৰ সংস্কাৰ মানি ল'বলৈ ৰাজী নহয়। তথাপিও তোমাক মোৰ, মীনাৰ আৰু নীলৰ প্ৰতি থকা সংকলো

দায়বদ্ধতাৰ পৰা মুক্তি দিলো। ভগবানে তোমাক সুমতি দিয়ক আৰু মই তাৰ বাবে অনন্তকাল অপেক্ষাৰত হৈ ৰ'ম। ইতি—

তোমাৰ সবলা

* * *

আজি সবলাৰ গা গুৱাহটীয়া হোৱাৰ উপক্রম হৈছে। লুইতেৰে বহুতো পানী বৈ গ'ল ইতিমধ্যে। বিশ্ববিদ্যালয়ৰ অধ্যাপক বলেনৰ লগত মীনাৰ বিয়া হৈ যোৱাৰো দুই বছৰ হ'ল। মীনা বিশ্ববিদ্যালয়ৰ অধ্যাপিকা। সবলাৰ আজীৱন সাধনাৰ সিদ্ধি লাভ হৈছে। তথাপিও মনটো উকণ্ঠা। কিবা এক অজানিত প্রতীক্ষাত তাইৰ দিনবোৰ গৈ আছে। সিদিনা আবেলি ঘৰৰ সমুখৰ চোতাল-খনতে বহি হুগৰাকী ওচৰ-চুবুৰীয়াৰ লগত গিৰিবালাৰ বিয়াখনৰ বিষয়ে আলোচনা কৰি আছিল। মাঘ মাহৰ সেৰেঙা ৰ'দজাকে মেলানি মাগিব খুজিছে যদিও পৰিবেশটো উজ্জ্বল কৰিবৰ তুলিবলৈ অন্তিম চেষ্টা এটা চলাইছে। হঠাতে টেলিগ্রাম। পিয়নে আহি টেলিগ্রাম এখন দিলে—নীলৰ টেলিগ্রাম। নীলে খবৰ দিছে যে আই-এ-এছ পৰীক্ষাত প্ৰথম স্থান লাভ কৰি উত্তীৰ্ণ হৈছে।

সবলাৰ চকুৰে দুধাৰি মুকুতাৰ দৰে লোতক নিগৰিত হ'ল। বিদ্যুৎ পৰিষদৰ ডেকা অভিযন্তা দিলীপ বৰাৰ হাতত টেলিগ্রামখন পঙ্কজৰ দিছপুৰস্থ বাসভৱনলৈ পঠাই দি সবলা গোঁসাইঘৰমুৱা হ'ল।

—::—

# চিৰন্তন

বৰ্ত্তমানক বাস্তৱায়িত কৰাৰ মন্ত্ৰ আৰু এক সোণালী ভৱিষ্যতৰ সপোনৰ বাবেই চন্দনে আজিও ধৈৰ্য ধৰি আছে। বহুতো সংঘাত, বিপৰ্য্যয়, ঈৰ্ষা, হতাশা আৰু উপাৰ—অৰ্থাৎ উপাসনাৰ ঔদ্ধত্য আৰু অবাধ্যতাই চন্দনৰ বাবে এটা অসহনীয় পৰিস্থিতিৰ সৃষ্টি কৰা সত্ত্বেও, সি নিৰ্বিকাৰ, আজিও সি সপোন দেখে উজ্জ্বল ভৱিষ্যতৰ। কাৰণ, অতীতে দিছিল তাক বৰ্ত্তমানৰ প্ৰতিশ্ৰুতি।

হাইকোৰ্টৰ পৰা আহি বিখ্যাত উকীল চন্দন চৌধুৰীয়ে ৰান্ধনি ল'ৰা সদানন্দই পৰিবেশন কৰা চাহ আৰু জলপান খাই খাই ভৱিষ্যতে কি ৰূপ লব পাৰে তাকেই চিন্তা কৰি আছে। সমুখত সুন্দৰ ঘাঁহনি, চৌদিশ আবৃত বিভিন্ন সুদৃশ্য গছ-গছনিৰে। চন্দন বহি আছে দক্ষিণমুৱা হৈ, দূৰৈত মেঘালয়ৰ চিৰ সেউজীয়া পাহাৰ, পৰিয়াল। পছিমৰ পৰা দীপৰ বিল অতিক্ৰম কৰি, বিদায়ৰ ধ্বনি উচ্চাৰণ কৰি ভাহি আহিছে অস্তাচলী সুৰুযৰ অস্তগামী ৰেঙণি, ছটিয়াই দিছে গছে-পাতে এক অপূৰ্ব আভা, অনাগত ভৱিষ্যতৰ বাবে এটা আশাৰ বাণী। বস্তুতবে চকুত নপৰিলেও; চন্দনৰ চকুত পিছে এই আশাৰ বাণী নিতৌ অস্তগামী সুৰুযৰ ৰূপাত নিত্য-নতুন ৰূপত আবিৰ্ভাৱ হয়। শোৱনি কোঠালৈ নিতৌ উভতি যায় এবুকু আশাক

সাৰথি কৰি। শোৱনি কোঠা পিছে নিঃসঙ্গ, অকল নাৰীৰ অনুপস্থিতিয়ে নহয়, আন বহুতো কিবাৰ অভাৱ। মাজে সময়ে অসহ্য হৈ উঠিলে, চন্দনে বিদ্ৰোহ কৰিব খোজে যদিও নিঃসঙ্গ মুহূৰ্তবোৰতে সি ভালদৰে উপলব্ধি কৰে যে পোৱা আৰু নোপোৱাৰ, আনন্দ আৰু বেদনাৰ যুগলবন্দীয়ে জীৱন নাটৰ আৱহমান সঙ্গীত। আনহাতে, মধ্যবিত্তীয় মূল্যবোধৰ কাৰাগাৰত সমগ্ৰ জীৱন অৱৰুদ্ধ হৈ থাকিল বাবেই হয়তো চন্দনে দ্ৰুতগতিত পৰিৱৰ্তন হ'ব ধৰা চৌদিশৰ পৰিবেশটো আজিও মানি ল'ব নোৱাৰিলে। ভাবি ভাবি নিজে কষ্ট পায়, অপ্ৰকাশৰ বেদনাই কষ্টবোৰ বেছি গধুৰ কৰি তোলে। অভিৰুচিৰ সংঘাত, সহনশীলতাৰ অভাৱে, এনে এনুবি সমস্যাই মনটো ভাৰাক্ৰান্ত কৰি তোলে, অপসৃয়মান সূৰ্যদেৱতাই এই পৰিবেশ সহজ কৰি তোলাত অকণো সহায় নকৰে। এয়া প্ৰায় দৈনন্দিন ঘটনা। বৰঞ্চ বৰষুণৰ বতৰত পৰিবেশটো বেছিহে গোমা হৈ পৰে; অথচ এটা দিন আছিল যেতিয়া বৰষুণে তাৰ বাবে সন্ধিয়াবোৰ কৰি তুলিছিল উত্তাল, উপভোগ্য,—উপাৰ সান্নিধ্যই আনি দিছিল এক অব্যক্ত সন্তুষ্টি, এক গভীৰ প্ৰশান্তি আৰু প্ৰত্যয়। হঠাতে জানো কি হৈ গ'ল! উপাৰ মাজত সি লগ পোৱা নাৰীগৰাকী ক'ৰবাত হেৰাই গ'ল। জীৱনৰ পৰা নিৰুদ্দেশ হৈ গ'ল দৃষ্টিভঙ্গীৰ উদাৰতা, বিবাহিত জীৱনৰ ৰূপত গঢ় দি তোলা যৌথ প্ৰকল্পটোৰ উদ্দাম বেহৰূপ। মাথোন এটা আশা আজিও সি গোপনে সংৰক্ষিত কৰিছে। নিজৰ একাগ্ৰ অধ্যৱসায়ৰ দ্বাৰা সতী সাবিত্ৰীয়ে যদি মৃত্যুক জীৱনৰ কাৰাগাৰত বন্দী কৰি স্বামী সত্যবানক পুনৰ জীৱন দান দিব পাৰিছিল, তেনেহ'লে সি নো কিয় তাৰ অসীম ধৈৰ্যৰ কাৰাগাৰত সমগ্ৰ অশান্তি আৰু হতাশাবোৰ, বন্দী কৰি থব নোৱাৰিব? সি চৰম সফলতাও উপভোগ কৰিছে আৰু আজি চৰম দুৰ্যোগো অসীম ধৈৰ্যেৰে সহ্য কৰিছে।

শৰত কাল। শুক্লা একাদশীৰ জোনটো উবি অহাৰ লগে লগে

পৰিবেশটো অলপ সহজ হোৱা যেন অনুমান হ'ল। মলয়া এছাটিয়ে ওচৰেৰে শেৱালিডালৰ পৰা কঢ়িয়াই অনা মৃদু সুবাসে গা-মন জুৰ পেলালে। মনত পৰিল ৩০ বছৰ আগৰ কথা: বিখ্যাত, অভিজাত চৌধুৰী বংশৰ সন্তান চন্দনে যেতিয়া জনজাতীয় গোষ্ঠীসম্ভূত উপাসনা দৈমাৰীক বিয়া কৰোৱাৰ সিদ্ধান্ত বাপেক-মাকক জনালে তেতিয়া ঘৰখনত হুৱাদুৱা লাগিল, গাওঁখনত আৰম্ভ হ'ল নানা ধৰণৰ গুজব। আনকি চন্দনৰ পিতৃ কল্পনাথ চৌধুৰী সমাজচ্যুত হোৱাৰ ভাবুকিৰো সন্মুখীন হ'ল।

ধন-সম্পত্তি বেছি থাকিলে সমাজত প্ৰতিপত্তিও থাকে। এই প্ৰতিপত্তি হেৰুওৱাৰ ভয়ত কল্পনাথ বিব্ৰত হ'ল; কিন্তু ঘৈণীযেক ৰাধাৰাণী অৰ্থাৎ চন্দনৰ মাকৰ কাতৰ বিননিত কল্পনাথে নীৰৱে থকাকে ঠিক কৰিলে যদিও, ৰাধাৰাণীক সকীয়াই দিলে যে চন্দন-উপাসনা গাৱঁৰ ঘৰলৈ আহিব নোৱাৰিব; সিহঁতে নিজৰ ব্যৱস্থাৰ বাধ্যবাধকতাত পৰি চন্দনে জিলা পঞ্জীযকৰ কাৰ্যালয়তে বিবাহখন সম্পন্ন কৰিব খুজিছিল যদিও, উপাসনাৰ দেউতাক পৰমেশ্বৰ দৈমাৰী ৰাজী নহ'ল। তেখেতৰ ইচ্ছা-অনুযায়ী উপাসনা আৰু চন্দনৰ বিয়া বৈদিক পদ্ধতিৰে হোমাগ্নিৰ সন্মুখতে হ'ল, মাথোন চন্দনৰ আবাস-স্থলীত সদ্য বিবাহিত বোৱাৰীযেকক আদৰিবলৈ কল্পনাথ বা ৰাধাৰাণী চৌধুৰী নাছিল। চন্দনৰ জীৱনত কিবা এক অভাৱৰ উপস্থিতিয়ে ভুমুকি মাৰিলে। ওকালতিৰ ব্যস্ততাৰ মাজত এই অভাৱৰ কথাও চন্দনে লাহে লাহে পাহৰি পেলালে। সঁচাকৈয়ে মহাকালে সকলোকে গ্ৰাস কৰি পেলায়।

উপাই তাইৰ নাৰীসুলভ কমনীয়তা, কৰুণা আৰু মমতাৰে চন্দনৰ জীৱন ওপচাই তুলিছিল। বিয়াৰ পাঁচ বছৰৰ ভিতৰতে অভিজিত আৰু মানসীৰ আগমনে পূৰ্ণতা দান কৰিছিল চন্দন আৰু উপাৰ জীৱনক। মানসীক বিয়া দি শহুৰেকৰ ঘৰলৈ পঠোৱাৰো সাত-আঠ বছৰ হৈ গ'ল; মানসীও আজি দুটি সন্তানৰ মাতৃ; কিন্তু

নাতি-নাতিনীয়েকৰ মুখ দেখাৰ পিছতো চন্দনৰ মনত শান্তি নাই।

অভিজিত উচ্চ শিক্ষাৰ বাবে বিলাতলৈ যোৱাৰ পিছতে খৰখন উদি হৈ গ'ল। ভূতৰ ওপৰত দানহ পৰাদি দৃশ্যপটত আবিৰ্ভাৱ হ'ল চন্দনৰ সহপাঠী বিৰজানন্দ শইকীয়াৰ। বিৰজা এতিয়া এজনাকী প্ৰভাৱশালী মন্ত্ৰী; সাধু চৰিত্ৰৰ ৰাজনীতিক হিচাপে তাৰ যশস্যা বৈ বৈ গৈছে। বিৰজাই বহুদিনৰ পৰা খাটনি ধৰি আছিল যে চন্দন ৰাজনীতিত নামিব লাগে। তাৰ যুক্তিও আছিল অকাট্য :

—চা, চন্দন, তইঁতৰ দৰে সৎ ভাল মানুহবোৰ ৰাজনীতিলৈ নাহিলে, আমাৰ গণতান্ত্ৰিক পদ্ধতিত দেশৰ সামগ্ৰিকভাৱে উন্নতি হোৱাৰ কোনো আশা নাই, কাৰণ ৰাজনৈতিক প্ৰক্ৰিয়াটো শক্তিশালী আৰু দুৰ্নীতিমুক্ত নহ'লে আন সকলোবোৰ প্ৰচেষ্টা লেহেম, আনকি অৰ্থহীন হৈ পৰে; সদায়ে দুৰ্নীতিগ্ৰস্ত মানুহৰ হাতত দেশৰ শাসনভাৰ ন্যস্ত হৈ থাকিব। ইয়াৰ পৰিণাম কিমান ভয়াবহ ইতিমধ্যে প্ৰমাণিত হৈছে।

বিৰজাৰ কথা শুনাৰ পিছতো চন্দন মনে মনে থকা দেখি বিৰজাই আকৌ ক'লে—বুজিছ চন্দন, আমি আটায়ে এটা ওলাব নোৱাৰা চক্ৰবেহুৰ ( Vicious circle ) মাজত আবদ্ধ হৈ পৰিছো। ৰাজনীতি দুষ্ট, দুৰ্নীতিপৰায়ণ মানুহৰ বিচৰণক্ষেত্ৰ বুলি হে আগেভাগে ধৰিলে সৎ মানুহবোৰ নিৰ্বিকাৰ হৈ সদায়ে ৰাজনীতিৰ পৰা দূৰৈত থাকিবলৈ বিচাৰে। আনহাতে, সৎ ভাল, আদৰ্শবান মানুহবোৰ ৰাজনীতিলৈ নাহে বাবেই ৰাজনীতি হৈ পৰে ধুৰন্ধৰ বদমাচ্‌সকলৰ একচেটিয়া অধিকাৰ। তইঁত নিৰ্লিপ্ত, নিৰ্বিকাৰ। পেশাদাৰী দুৰ্নীতিপৰায়ণ ৰাজনীতিকসকলৰ বাবে ইয়াৰ ফলত কোনো প্ৰত্যাহ্বান, কোনো সফল বিৰোধিতাৰ সৃষ্টি নহয়।

অৱশেষত বাধ্য হৈ চন্দনে মুখ খোলে :

—নহয় অ' বিৰজা, ৰাজনীতিৰ বাবে যি নিৰ্লজ্জ চক্ৰান্তকাৰী মানসিকতাৰ দৰকাৰ; সেইটো মোৰ নাই। তদুপৰি আৰু কিছু-

মান নতুন অশান্তি মষ্ট চপাই লব নোখোজো।

বিৰজাই নতুন যুক্তিৰ অৱতাৰণা কৰাৰ আগতে, চাহৰ পিয়লাত চাহ বাকি বাকি, উপসনাই মাত লগালে :

—এওঁ কোনো যুক্তিৰ কথা নুশুনে, শইকীয়া। মাথোন নিজৰ মতত্তে আঁকোৰগোজ হৈ থাকে।

—তেনেহ'লে তুমিয়ে এবাৰ চেষ্টা কৰি নোচোৱা কিয় ? তোমাৰ দেখোন এতিয়া বিশেষ একো দায়িত্ব নাই।

—চন্দনে কথাষাৰ কৈ উপালৈ চাই থাকিল। যেনিবা এটা প্ৰত্যাহ্বানহে! উপাই প্ৰত্যাহ্বান গ্ৰহণ কৰি ক'লে—

নোৱাৰিম বুলি ভাবিছা নেকি ?

ঠিক এনে ধৰণৰ আলাপ-আলোচনাৰ মাজেৰেই উপাসনা সক্ৰিয় ৰাজনীতিত সোমাই পৰিছিল। বিৰজা শইকীয়াৰ কোনো কু-অভিসন্ধি নাছিল। আন্তৰিক সততাৰেই বিৰজাই উপসনাক ৰাজনীতিলৈ শুভাগমন জনাইছিল। উপাসনা আজি এগৰাকী বিশিষ্টা মন্ত্ৰী আৰু যোৱা নিৰ্বাচনত বিৰজা পৰাজিত হোৱা বাবে আকৌ নিজৰ ওকালতিলৈ উভতি গৈছে। কিছুদিন বিৰজা আৰু চন্দনৰ প্ৰভাৱৰ ফলত উপাসনাই নিয়ম-নীতি মানি চলিছিল যদিও কালক্ৰমত উপাসনাই সময়ৰ সোঁতত পা এৰি দিলে; এই নিম্নগামী গতি ৰোধ কৰিবলৈ চন্দন বা বিৰজা সক্ষম নহ'ল। ফলত উপাসনা আজি আন বহুতৰ দৰেই এগৰাকী বহুচৰ্চিতা, বহুনিন্দিতা মন্ত্ৰী। স্বভাৱগতভাৱেই কম কথা কোৱা চন্দন আৰু বেছি গম্ভীৰ হৈ পৰিল, খুব অকলশৰীয়া অনুভৱ কৰিলে। কোৰ্ট, মক্কেল, গোচৰৰ ব্ৰীফ'ৰ মাজতে চন্দন আবদ্ধ হৈ থাকিল।

—বোপা ন বাজি গ'ল। মক্কেলসকলো বহি আছে। তদুপৰি নিয়ৰ পৰিবলৈ আৰম্ভ কৰিছে—বেছি সময় বাহিৰত থাকিলে অসুখ কৰিব। উঠা, ভিতৰলৈ আহা।

দেউতাকৰ দিনৰে পুৰণি লগুৱা মধুৰ মাতত চন্দন উচপ্ খাই

উঠিল। অতীত, বৰ্ত্তমান আৰু ভৱিষ্যতৰ কথা চিন্তা কৰি কৰি চন্দনে পৰিবেশটো পাহৰি গৈছিল। কৰিংফুটা জোনাক আৰু শেৱালিৰ সুবাসে সমগ্ৰ পৰিবেশটোক এক মায়াপুৰীৰ ৰূপ দিছিল। জোনটো ইতিমধ্যে বহুত ওপৰলৈ উঠি আহিছে, পাতল, শুকুলা মেঘৰ টুকুৰাবোৰে অকণো ম্লান কৰিব পৰা নাই। চন্দন চকীৰ পৰা উঠি ভিতৰমুৱা হ'ল।

* * *

অতীত পৰাজিত, বৰ্ত্তমান শৃঙ্খলিত, ভৱিষ্যৎ অনিশ্চিত। ঠিক এনেকুৱা এটা পৰিস্থিতিৰ মাজেৰেই চন্দনৰ দিনবোৰ গুচি যায়। সংসাৰৰ প্ৰাত্যহিকতা আৰু দাম্পত্য জীৱনৰ লালিত্যৰ পৰা বিচ্ছিন্ন হৈ পৰা বাবে উপাৰ নাৰীত্ব আজি বিলুপ্তিৰ পথত। সাংসাৰিক জীৱনৰ কঠিনতাৰ অভাৱত উপাসনা নামৰ নাৰীগৰাকীৰ মাজৰ কোমলতা হেৰাই গ'ল—দয়াময়ী, কল্যাণময়ী নাৰীৰ কৰুণা, মমতা আটাইবোৰ যেন উপাসনাৰ চৰিত্ৰৰ পৰা অন্তৰ্দ্ধান হ'ল। একমাত্ৰ পুত্ৰসন্তান অভিজিতে বুটিছু নন্দিনী এৰিকা স্মিথক বিয়া কৰাব বুলি জনোৱা খবৰটোৱে যেনিবা জ্বলা জুইত ঘিউহে ঢালিলে। খবৰটো পোৱাৰ লগে লগে চন্দনক চিঞৰি চিঞৰি ক'লে—

—এয়া কেতিয়াও হব নোৱাৰে, এগৰাকী বিধৰ্মী বিদেশিনীক মই কেতিয়াও বোৱাৰী হিচাপে গ্ৰহণ কৰিব নোৱাৰো। তুমি লাই দি দি ল'ৰাটোক গুৰু গোঁসাই নমনা কৰিলা। উপাৰ মন্তব্য শুনি চন্দনে লাহেকৈ টিপ্পনী কাটিলে—

আৰু তোমাক মোক কোনে লাই দিছিল বাৰু? চন্দনৰ কথাত দিক-বিদিক জ্ঞান হেৰুৱাই উপাসনাই নিজৰ স্থিতি আৰু বেছি দৃঢ় কৰি চিঞৰি চিঞৰি ক'লে—

তাক জনাই দিবা মই মৰিলেও সি যেন মোৰ শ্ৰাদ্ধ নকৰে— মোৰ মুখাগ্নি নকৰে।

—শুনা উপা, এইবোৰ সকলো অৰ্থহীন আবেগ, সংস্কাৰ আৰু

চৰণ পৰ্যায়ত এটা জেদ। নতুন অশান্তি চপাই নলবা। অভিজিত উচ্চতি আহিব সমগ্ৰ দেশৰ এজন লেখত লবলগীয়া বৈজ্ঞানিক হিচাপে। সমগ্ৰ অসমে তাক লৈ গৌৰৱ কৰিব। জীৱনৰ এনেকুৱা গৌৰৱময় মুহূৰ্তত তাক মাতৃ-স্নেহৰ পৰা বঞ্চিত নকৰিবা। বৰঞ্চ তুমি চেষ্টা কৰিলে এৰিকাক সম্পূৰ্ণভাৱে অসমীয়া বোৱাৰী কৰি ল'ব পাৰিবা। তোমাৰ-মোৰ বাবে দেউতাই অনাহকতে সৃষ্টি কৰা অশান্তিবোৰৰ কথা এবাৰ ভাবি চোৱা, কিন্তু দেউতায়ো ইয়াৰ বাবে পিছত অনুতাপ কৰা কথা তুমি নিজেই জানা।

ক্ষমতাৰ নিচাত বলিয়া হোৱা উপাসনাৰ পিছে তেতিয়া যুক্তিৰ কথা শুনিবলৈ আহৰি নাই। সকলো সমস্যাৰে সমাধান বিচাৰে মন্ত্ৰিত্বৰ ক্ষমতাৰ জৰিয়তে। আদেশ দিয়া উপাসনাৰ এটা স্বভাৱ হৈ গৈছে। ক্ষমতাৰ বাগীত উন্মাদ হৈ উপাসনাই অভিজিত-এৰিকাৰ জীৱন-যন্ত্ৰণালৈ সঁহাৰি জনোৱাৰ কোনো আৱশ্যকতা অনুভৱ নকৰিলে ; হেৰাই গ'ল মহীয়সী মাতৃৰ অচঞ্চল মৰ্যাদা আৰু মমতা।

আজি উপাসনাই কোনো অনুনয় বিনয় শুনিবলৈ ৰাজী নহয়। কঠোৰ আদেশ জাৰি কৰিলে—

—সিহঁত এই ঘৰলৈ আহিব নোৱাৰিব।

চন্দনে মিচিকিয়া হাঁহি এটা মাৰি মাথোন ক'লে, "চাম বাক" আৰু কোৰ্টলৈ গুলাই গ'ল।

কোৰ্টৰ পৰায়ে সমগ্ৰ পৰিস্থিতি জনাই অভিজিতলৈ চিঠি দিলে। লগতে ইয়াকো লিখিলে —"তই এতিয়া এজন দায়িত্বশীল ব্যক্তি। নিজে যি ভাল, উচিত বুজি বিবেচনা কৰ, তাকেই কৰিবি। মাথোন নিজৰ দেশ আৰু সমাজৰ প্ৰতি তোৰ দায়বদ্ধতা আৰু কৰ্তব্য পাহৰি নাযাবি। এৰিকাকো মোৰ মতামত আৰু আশীৰ্বাদ জনাবি।"

উত্তৰত অভিজিতে জনালে যে এৰিকাই অসমলৈ আহি ধৰ্মান্তৰ গ্ৰহণ কৰি হিন্দু হোৱাৰ পিছতহে বৈদিক পদ্ধতিমতে বিয়া কৰাৰ; পতিকে চন্দনে যেন ঘৰত নহলেও কাষাখ্যাত বিয়াখন পতাৰ

ব্যৱস্থা কৰে। অভিজিতৰ উত্তৰ পাই চন্দনে মাথোন উপাসনা আৰু আন সকলোৰে অলক্ষিতে এটা আত্মতৃপ্তিৰ হাঁহি মাৰিলে।

কিছুদিনৰ পিছত অভিজিতৰ পৰা চন্দনে খবৰ পালে যে সি কোনো চৰকাৰী চাকৰি লবলৈ সন্মত হোৱা নাই আৰু দিল্লী, মাদ্ৰাজ, গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা অধ্যাপকৰ পদ ৰাখি তাক আমন্ত্ৰণ জনোৱা হৈছে। নক'লেও হ'ব যে সি গুৱাহাটী বিশ্ববিদ্যা-লয়ৰ আমন্ত্ৰণকে গ্ৰহণ কৰিছে। অভিজিতৰ চিঠি পাই চন্দনৰ গা মন পুলকিত হ'ল, দুখ মাথোন এই সুখানুভূতিৰ পৰা উপা বঞ্চিত হৈ ৰ'ল। চন্দন অপেক্ষাৰত হৈ ৰ'ল অভিজিতৰ প্ৰত্যাবৰ্তনৰ দিনটোৰ বাবে।

আনপিনে, অভিজিত-এৰিকা সংবাদ পোৱাৰ পিছত উপাসনাৰ উন্মাদনা আৰু ঔদ্ধত্য সীমা চেৰাই যাবলৈ ধৰিলে। এদিন ৰাতি-পুৱা শুই উঠি আঘোণমহীয়া ৰ'দৰ আমেজ লৈ বাহিৰৰ বাৰাণ্ডাত বহি বাতৰিকাকত পঢ়ি থাকোঁতে চন্দনে উপাসনাৰ চিঞৰ-বাখৰ, গালাগালি শুনি স্তম্ভিত হ'ল :

—মধু, তোমাক মই বহুবাৰ কৈছো, তুমি মোৰ কথামতে চলিব নোৱাৰা যদি ইয়াৰ পৰা গুচি যোৱা। মোৰ মানুহৰ অভাৱ নাই, তোমাৰ দৰে অথৰ্ব বুঢ়া এটাৰ ইয়াত আৱশ্যক নাই।

অসীম ধৈৰ্যৰ প্ৰতীক চন্দনে উপাৰ এই ঔদ্ধত্য সহ্য কৰিবলৈ অস্বীকাৰ কৰিলে আৰু ভিতৰলৈ উঠি গৈ উপাক ক'লে—

—উপা, তুমি হিতাহিত জ্ঞান হেৰাই পেলাইছা। মধু অকল মোৰ লগুৱাই নহয়, সি মোৰ অভিভাৱকো। মধুক যদি প্ৰাপ্য সন্মান দিব নোৱাৰা তেনেহ'লে তুমি মন্ত্ৰীৰ বাসভৱনলৈ এতিয়াই গুচি যোৱা।

কোৱা বাহুল্য যে উপাসনাই মধু সম্পৰ্কে স্বামীৰ এই দাবী স্বীকাৰ কৰি লৈছিল বুলি কোনেও ভুবিব নোৱাৰিব। চৰকাৰী কৰ্তব্য পালন আৰু বাইজৰ লগত যোগাযোগৰ অসুবিধা হোৱাৰ অজুহাতত

উপাসনাই সিদিনাই মন্ত্ৰীৰ বাসভৱনলৈ গৈ খিতাপি ল'লে।

উকীল হিচাপে চন্দনে নিজৰ বহুতো মক্কেলক নিশ্চিত কাৰাবাস, আনকি নিশ্চিত মৃত্যুদণ্ডৰ পৰাও ৰক্ষা কৰিছে। বহুতো কাজিয়া পেচালৰ সুমীমাংসা কৰাইছে; কিন্তু আজি নিজৰ পৰিয়ালৰ মাজত দেখা দিয়া এই সঙ্কটৰ সময়ত সি আজি কোনো গ্ৰহণযোগ্য মীমাংসাৰ পথ বিচাৰি নাপালে। মনত বহুতো আক্ষেপ বৈ গ'ল। জীৱনত কিমান যে গাবলগীয়া গান গোৱা নহ'ল। কিমানবোৰ উৎসৱ মৰহি যাব ওলাইছে তাৰ হিচাপ আজি কোনে ৰাখে! আকৌ তাৰ সেই আপুৰুগীয়া আশ্ৰয়স্থল ধৈৰ্যৰ কোলাতে আশ্ৰয় ললে।

দিন বাগৰি যায়। উপাসনা মাজে সময় আছে যদিও দুই-এবাৰ গতানুগতিক কথাত বাদে দুয়োৰো মাজত আন কোনো কথা নহয়। নাৰীসুলভ কমনীয়তাৰ আঁকৰ—চন্দনৰ উপাজনী ক'ত যে হেৰাই গ'ল, সি ভাবি ভাবি শেষ নাপায়। উপাৰ মাজত যেন আজি কোনো ৰস নাই, জীৱন-বোধৰ, জীৱন-লালসাৰ কোনো চিনমোকাম নাই, উপাৰ অন্তৰ যেন আজি এক জ্বলন্ত মৰুভূমি! সংসাৰ আৰু স্বামী-স্ত্ৰীৰ মাজলৈ নামি অহা মৰ্মন্তুদ নীৰৱতাই যেন আহিৰ ধৰা এটা ধুমুহাৰহে স্বাক্ষৰ বহন কৰিছে। অভিজিত আৰু এৰিকা আহি পোৱা দিনটোৰ খবৰ পোৱাৰ লগে লগে পৰিস্থিতিয়ে এক নতুন ৰূপ ধাৰণ কৰিলে।

অভিজিত আৰু এৰিকা আহিব বুলি শুনি উপাসনাই আকৌ ৰুদ্ৰমূৰ্তি ধৰিলে; ঘোষণা কৰিলে যে সিহঁতৰ এই ঘৰত কোনো স্থান নাই। নিজৰ ব্যৱস্থা নিজে কৰিব লাগিব। চন্দন অৱশ্যে নিৰ্বিকাৰ। প্ৰথমতে অলপ অনুনয় বিনয় কৰি উপাসনাৰ মন কোমলাবলৈ কৰা চেষ্টা বিফল হোৱাৰ পিছত বিৰাট আকাশখনলৈ চাই চাই আকৌ নিজৰ ধৈৰ্যকে সাৰটি ধৰিছিল। তথাপিও চন্দন আশাবাদী। কাৰণ, চন্দনে জানে চন্দ্ৰ অস্ত যোৱাৰ পিছতে সূৰ্য

উদয় হয়। নদীয়ে এপাৰ ভাঙিলেও আনটো পাৰ নতুনকৈ গঢ়ি দিয়ে।

অভিজিতে উপৰোক্ত সম্ভাৱনাৰ কথা চিন্তা কৰিয়ে আগধৰি বিশ্ববিদ্যালয়ৰ কৰ্তৃপক্ষক নিজৰ বাবে এটা আৱাসগৃহ ঠিক কৰি ৰাখিবলৈ অনুৰোধ কৰিছিল। বৰঝাৰ বিমানকোঠৰ পৰা চন্দনে দুয়োকো জালুকবাৰীৰ সেই ঘৰটোলৈ পোনে পোনে লৈ আহিল। কোৱা বাহুল্য যে উপাসনা বিমানকোঠলৈ নাহিল। অৱশ্যে মানসীয়ে নিজৰ দুই সন্তান আৰু স্বামী-বাৰীণক লগত লৈ ককায়েক আৰু এৰিকাক বৰঝাৰত আহি সম্ভাষণ জনালে। এটা উৎসৱ-মুখৰ পৰিবেশতো অভাৱ বৈ গ'ল স্নেহময়ী মাতৃৰ ককণা আৰু মমতাৰ। কেইদিনমান পিছতে আনুষ্ঠানিকভাৱে ৰামকৃষ্ণ মিছনত এৰিকাই ধৰ্মান্তৰ গ্ৰহণ কৰিলে। তাৰ পিছত এটা শুভদিনত অভিজিত আৰু এৰিকাৰ শুভবিবাহ কামাখ্যাত সম্পন্ন হ'ল। বিশ্ববিদ্যালয়ৰ স্বয়ং উপাচাৰ্যই কন্যাদান কৰিলে। প্ৰতিটো মন্ত্ৰৰ অৰ্থ বুজি লৈ এৰিকাই অভিজিতক স্বামী-বৰণ কৰিলে। উপাসনা নাহিল; আনকি বিবাহ উপলক্ষে আয়োজন কৰা ভোজমেলখনলৈ চহৰৰ গণ্য-মান্য আটাইবোৰ ব্যক্তিয়ে আহিল। মুখ্যমন্ত্ৰী প্ৰমুখ্যে প্ৰায়বোৰ মন্ত্ৰীয়ে আহিল, কিন্তু নিজৰ অনুপস্থিতিৰ দ্বাৰা উপাসনাই আটায়েৰে দৃষ্টি আকৰ্ষণ কৰিলে।

দিনৰ পিছত মাহ, মাহৰ পিছত বছৰ বাগৰি গ'ল। সময়ৰ লগে লগে উপাসনাৰ জীৱন এক কিবা শূন্যতাই গ্ৰাস কৰিবলৈ আগবাঢ়ি আহিল। যিবোৰ কথা পাৰ্থিৱ তুচ্ছতা বুলি গণ্য কৰি নিজক মন্ত্ৰীৰ ক্ষমতাৰ সোঁতত এৰি দিছিল, সেই একেবোৰ পাৰ্থিৱ তুচ্ছতাৰ অভাৱতে উপাসনাৰ দৈনন্দিন জীৱন, ভৱিষ্যতৰ আঁচনি বন্ধ্যা হৈ পৰিল। ক্ষমতাৰ ভোগৰ পূৰ্ণতা কাহানিও নাহিল; কিন্তু স্নেহময়ী মাতৃৰ মমতাসিক্ত হৃদয়খনো হেৰুৱালে। আনহাতে, চন্দনে সন্তানসম্ভৱা এৰিকাৰ যত্ন লোৱাত কোনো ত্ৰুটি নকৰিলে। "আপুনি

আৰু প্ৰত্যাশাৰ মাজে মাজে চন্দনে জীৱনত আকৌ এবাৰ অনুভৱ কৰিলে যে যি মানুহে ভুল কৰে, অন্যায় কৰে, পাপ কৰে আৰু অহঙ্কাৰৰ বশৱৰ্তী হৈ গুৰুগোঁসাই নমনা হৈ উঠে, সেই মানুহেই আকৌ মহত্ত্বৰ উচ্চতম শিখৰো আৰোহণ কৰে।

এৰিকাই এটি পুত্ৰ সন্তান জন্ম দিলে। চন্দনে নিজে জনতা-ভৱনলৈ গৈ উপাসনাক খবৰটো দিলে আৰু ক'লে—

উপা, এতিয়াও খং মাৰ যোৱা নাই নে ? অন্ততঃ নাতিয়েৰাক এবাৰ চাই আহা গৈ, নিজেও শান্তি পাবা; সিহঁতো সুখী হ'ব।

চন্দনৰ কথা শুনি উপাসনা উচপ খাই উঠিছিল যদিও মুখেৰে একো নক'লে। আকৌ এবাৰ ভগ্নমনোৰথ হৈ চন্দন ঘৰলৈ উভতিল। কোৰ্টলৈ নগ'ল। মনটো পৰি ৰ'ল জনতাভৱনৰ মন্ত্ৰী উপাসনা দৈমাৰী চৌধুৰীৰ অফিচৰ কোঠালিত; চিন্তাৰ ফাঁকে ফাঁকে উৰা মাৰিলে বোৱাৰী আৰু নাতিয়েক শুই থকা হাস্পতালৰ আন এটা কোঠালিলৈ। চন্দনে আজিও আশা ৰাখিছে, তাৰ ধৈৰ্যৰ সীমা নাই। আশা ৰাখিছে যে চম্পাৱতী নৈৰ পাৰত নাচি বাগি ডাঙৰ হোৱা জনজাতীয় নাৰী উপাসনা—আকৌ এদিন নাৰীৰ ৰূপত উভতি আহি তাৰ সংসাৰ-খন ওপচাই তুলিব।

কৃত্ৰিম প্ৰাধান্য, প্ৰভাৱ আৰু ক্ষন্তেকীয়া ঐশ্বৰ্যৰ মোহ লাহে লাহে হ্ৰাস পাই অহাৰ লগে লগে উপাসনাক বঞ্চনা আৰু আত্ম-গ্লানিৰ জুয়ে পুৰি থকা-সৰকা কৰিব ধৰিলে। নাতিয়েকৰ জন্ম হোৱা খবৰটো পোৱাৰ লগে লগে এসোপা আবেগ তাইৰ ভিত্তিৰ ভিতৰত থুপ খাই তাইক বাকৰহিত কৰি পেলাইছিল। চন্দন কেতিয়া উঠি গ'ল গমেই নাপালে। গধূলি হৈ আহিল। কৰ্মচাৰী-সকল ঘৰাঘৰি গ'ল, মাথোন ব্যক্তিগত সচিবজন তেতিয়াও, অপেক্ষাৰত। দুবৈত টং টংকৈ ৭ বজাৰ ধ্বনি বাজি উঠাত হে উপাসনাই সম্বিত ওভতাই পালে আৰু কোঠালিৰ পৰা ওলাই আহি

বাহিৰত থিয় দিলে। মূৰৰ ওপৰৰ আকাশত তৰাৰ দীপাৱলী। কৃষ্ণা দ্বিতীয়া জোনটো উঠি আহিব ধৰিছে। উপাই আকাশখনলৈ চাই পঠিয়ালে, আকাশৰ এটা নিজস্ব ভাষা আছে বুলি যেন তাই অনুভৱ কৰিলে। সেই ভাষা উদাৰতাৰ ভাষা; কঢ়িয়াই আনিছে শান্তিৰ বাণী, জগাই তুলিছে প্ৰতিগৰাকী মাতৃৰ হৃদয়ত চিৰন্তন মমতা, অন্তহীন স্নেহৰ উৎস।

সিদিনা আৰু চন্দনৰ উকীলৰ নথি-পত্ৰ লৈ বহিবৰ ইচ্ছা নগ'ল। সন্ধিয়া হোৱাৰ লগে লগে সমুখৰ ঘাঁহনি ডৰাত বহিলহি। কৃষ্ণা দ্বিতীয়াৰ জোনটো উঠি অহাৰ লগে লগে এটা মোহাবিষ্ট পৰিবেশে তাক গ্ৰাস কৰি ৰহিল। দক্ষিণৰ পাহাৰবোৰে সদাজাগ্ৰত প্ৰহৰীৰ দৰে তাক কিবা এক অব্যক্ত আশ্বাসৰ বাণী দিলে। অলপ পিছতে ৰঙা লাইট লগোৱা মন্ত্ৰীৰ গাড়ীখন সোমাই আহিল। গাড়ীৰ পৰা নামি আহিল পাঁচ-ছয়জন মানুহ। চন্দনৰ পিনেই আগুৱাই আহিল। জোনৰ পোহৰত দেখা পালে কোলাত কেঁচুৱা এটা লৈ আগবাঢ়ি আহিছে উপাসনা, চন্দনৰ উপা আৰু পাছে পাছে আহিছে অভিজিত-এৰিকা আৰু মানসী-বাবীণ।

—হেৰা, ককাদেউতা, নাতিয়েৰা ডাঙৰজীয়া হলেই, লোৱা, কোলাত তুলি লোৱা।

—উপাৰ কথা শুনি চন্দনৰ সমগ্ৰ শৰীৰ এক ব্যাখ্যা কৰিব নোৱাৰা শিহৰণেৰে পুলকিত হৈ উঠিল। বাহিৰৰ গোলমাল শুনি জুহালৰ ওচৰৰ পৰা মধু ওলাই আহিল। মধুক দেখিয়ে উপাসনাই ক'লে—

মধুকাই, নাতিয়েৰাৰ মুখ চোৱা।

মধুৱে ইতিমধ্যে বাহিৰৰ লাইটটো জলাই দিছিল। কেঁচুৱাৰ পৰিবৰ্তে আটাইৰে দৃষ্টি নিবদ্ধ উপাসনাৰ ওপৰতহে। উপাসনা-ৰূপী মাতৃৰ স্নেহময়ী দৃষ্টিয়ে আটাইৰে সৰ্বাঙ্গ অকৃপণভাৱে তেতিয়া ছটিয়াই দিছিল শান্তিৰ পৰশ।

কেঁচুৱাটোক নিয়ৰত নাৰাখিব। বলক, ভিতৰলৈ বলক।

মধুৰ ধমকি শুনি আটায়ে ভিতৰলৈ উঠি গ'ল।

—::—